# অসমীয়া কাব্য সাহিত্য
আৰু
# জাতীয় জীৱনত প্ৰগতিবাদী চিন্তা

চতুৰ্দশ শতিকাৰপৰা ১৯৪৭

প্ৰথম খণ্ড

শ্ৰীদীনেশ্বৰ ভট্টাচাৰ্য্য
অধ্যাপক, নলবাৰী কলেজ

বীণা লাইব্ৰেৰী
কলেজ হোষ্টেল ৰোড, গুৱাহাটী-৭৮১০০১

An historical treaties on Assamese poetry and national life : *by* **Sri Dineswar Bhattacharyya.** and Published by Sri Manoranjan Day on be half of Bina Library Guwatati-781001.

প্ৰকাশক :
শ্ৰীমনোৰঞ্জন দে
বীণা লাইব্ৰেৰী
গুৱাহাটী-৭৮১০০১

প্ৰথম প্ৰকাশ : ১৯৭২
দ্বিতীয় প্ৰকাশ : ১৯৮৮

মূল্য : ২৫·০০ টকা

মুদ্ৰক :
তুষাৰকান্তি বছাক
ৰবি আৰ্ট প্ৰেছ
৭/১এ, জাষ্টিচ মন্মথ মুখাৰ্জী ৰো
কলিকতা-৭০০ ০০৯

"মূকং কৰোতি বাচালং পঙ্গুং লঙ্ঘয়তে গিৰিম্ ।
যৎ কৃপা তমহং বন্দে পৰমানন্দ মাধৱম্ ॥"

॥ উৎসৰ্গ ॥




পৰম আৰাধ্যা পূজনীয়া মাতৃ শ্ৰীসোণে[illegible] দেৱীৰ কৰকমলত পুত্ৰৰ ভক্তি আৰু স্নেহৰ পুষ্পা[illegible]। এই গ্ৰন্থ নিবেদন।

শ্ৰীদীনেশ্বৰ ভট্টাচাৰ্য্য।

## সূচীপত্ৰ

# আগ কথা

## কাব্য-কবিতাৰ সমালোচনাৰ কথা

সাহিত্যৰ সমালোচনা তথা কাব্য-কবিতাৰ সমালোচনাৰ তত্ত্ব সম্বন্ধে বিভিন্ন মতভেদ আছে। এই বিভিন্ন মতবাদেই মানৱৰ সাংস্কৃতিক বিকাশ গণতান্ত্রিক দিশেদি আগবঢ়াই নিছে। সেয়ে বিভিন্ন তত্ত্ব আৰু মতবাদৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি আমি কওঁ যে প্ৰতিজন সঁচা শিল্পীৰ জীৱনৰ নিজা দৰ্শন সৃষ্টিৰ মাজেদি প্ৰকাশ পোৱাৰ দৰে প্ৰতিজন সুৰুচি সম্পন্ন সমালোচকৰো নিজস্ব দাৰ্শনিক চিন্তা তেওঁৰ সমালোচনাৰ মাজেদি প্ৰকাশ পায়।

অসমীয়া কাব্য-কবিতাৰ সমালোচনা বিষয়ক খণ্ডিত আলোচনা হৈছে যদিও প্ৰকৃত দাৰ্শনিক ভেঁটিত প্ৰতিষ্ঠিত কাব্য-সমালোচনাৰ পুথি ৰচনা হোৱা নাই। সেয়ে এই গ্ৰন্থ ৰচনাৰ প্ৰেৰণা।

এই গ্ৰন্থৰ আলোচনাসমূহত ভাৰতীয় জীৱনৰ অমৃত স্বৰূপ গীতাৰ দাৰ্শনিক চিন্তা আৰু সামগ্ৰিক জীৱনবোধ সমালোচনাৰ আদৰ্শ হিচাবে আমি গ্ৰহণ কৰিছোঁ। কোনো কোনো লোকে ইয়াক বুজিবলৈ নাইবা এই সমালোচনাৰ ধাৰা স্বীকাৰ কৰিবলৈ টান পাব পাৰে। সেয়ে ভিন্নমত প্ৰকাশ কৰা সুধীসকললৈ আমি শ্ৰদ্ধা জনাইছোঁ। যি সকল লোকে এই চিন্তাধাৰাৰ মাজেদি জাতীয় জীৱনত দৃষ্টিপাত কৰে, সেই সকল জ্ঞানীৰ অভিমত আমি শ্ৰদ্ধাৰে গ্ৰহণ কৰিম।

আমাৰ সমালোচনাৰ ধাৰা জ্ঞানীয়ে খণ্ডন কৰি কাব্য-কবিতাৰ নতুন সমালোচনা তথা চিন্তাৰ সৃষ্টি কৰিলে ভাৰতীয়-অসমীয়া জাতি উপকৃত হ'ব। সেয়ে বিভিন্ন দৃষ্টি-ভঙ্গীযুক্ত গতিশীল চিন্তা জাতীয় জীৱনৰ বিকাশৰ বাবে প্ৰয়োজন।

কাব্য কবিতাৰ সমালোচনাই হওক নাইবা সাহিত্যৰ যি কোনো শাখাৰ আলোচনাই হওক, ঐতিহাসিক দৃষ্টিৰে জাতিৰ ক্ৰমবিকাশ বিচাৰ্ কৰিবলৈ লিখকৰ ৰচিত গ্ৰন্থসমূহৰ প্ৰয়োজন। কিন্তু অসমত বৰ্ত্তমানলৈ বিভিন্ন যুগৰ বিভিন্ন গ্ৰন্থকাৰৰ গ্ৰন্থসমূহ নাইবা সৃষ্টিসমূহ সহজলভ্য নহয়। সেয়ে জাতীয় জীৱনৰ ক্ৰমবিকাশত ব্যক্তিবিশেষৰ অৱদান তথা লিখকসকলৰ চিন্তাৰ সামাজিক ৰূপ বিচাৰ কৰা টান। এই অসুবিধা বোধ কৰা সত্বেও হাততে পোৱা সমলখিনি গোটাই ভাৰতীয় অসমীয়া জাতীয় জীৱনৰ বিভিন্ন যুগৰ ক্ৰমবিকাশৰ প্ৰধান বৈশিষ্ট্য সমূহ বিশ্লেষণ কৰিবলৈ চেষ্টা কৰা হৈছে, যাতে এই আলোচনাই আমাতকৈ যোগ্যজনক অনুপ্ৰাণিত কৰে ; ন-ন চিন্তাৰ উন্মেষ হয়।

জাতিৰ জীৱনত সৃষ্টি হোৱা কাব্য-শিল্পৰ বিভিন্ন দিশ বিভিন্ন দৃষ্টিৰে বিশ্লেষণ কৰি সৃষ্টিৰ নতুন দিশ মুকলি কৰি দিয়াই প্ৰকৃত সমালোচনাৰ কাম। সৃষ্টি আৰু সমালোচনা সমানে আগ বাঢ়িলেহে আৰু প্ৰাচীন সাহিত্য সমূহক যুগে যুগে ন-ন দৃষ্টিৰে চাই সমালোচনা সাহিত্যৰ ধাৰাটো আগবঢ়াই নিব পাৰিলেহে অতীত, বৰ্ত্তমান আৰু ভৱিষ্যতৰ যোগসূত্ৰ ৰচিত হয়। সমালোচকৰ বিশ্ব দৃষ্টি আৰু জাতীয় জীৱনৰ প্ৰয়োজনীয়তাৰ প্ৰতি লক্ষ্য থকা উচিত। সৃষ্টিৰ সৌন্দৰ্য্য বিশ্লেষণ কৰোঁতে সমালোচক নিৰপেক্ষ হোৱা প্ৰয়োজন সঁচা, কিন্তু জাতিৰ অগ্ৰগতি সাধন ব্যাহত কৰা মনোভাবত সমালোচকে বাধা দিব লাগিব।

ভাৰতীয় অসমীয়া জাতীয় জীৱনত চতুৰ্দশ শতিকাৰপৰা বৰ্তমানলৈ কাব্য সাহিত্যৰ বিচিত্ৰ ৰহস্য সৃষ্টিৰ মাজতে ঘনীভূত হৈ লুকাই আছে। ভাৰত অসমৰ ৰাষ্ট্ৰীয় জীৱনৰ অগ্ৰগতিৰ বাবে সমালোচক সকলে সৃষ্টিৰ ৰহস্য আৰু মাধুৰ্য্য সৰ্বজনৰ আগত নিবেদন কৰিব লাগিব। সমাজে ইয়াক গ্ৰহণ কৰিব লাগিব।

সাধাৰণতে কোৱা হয় যে অসমত সুস্থ সমালোচনাৰ ধাৰা সৃষ্টি হোৱা নাই। কিন্তু সমালোচনাৰ গ্ৰন্থ ৰচনা কৰিলে আৰু বিশেষকৈ

সমাজৰ গতানুগতিক আদৰ্শৰপৰা ফালৰি কাটি যোৱা সমালোচনা গ্ৰন্থ প্ৰকাশকে প্ৰকাশ নকৰে। সেয়ে অসমত বিভিন্ন সমালোচনাৰ ধাৰা সৃষ্টি হোৱা সহজ নহয়, যদিহে সমাজ আৰু প্ৰকাশৰ উদাৰ মনোভাব নাথাকে।

'অসমীয়া কাব্য সাহিত্য আৰু জাতীয় জীৱনত প্ৰগতিবাদী চিন্তা' নাম দি প্ৰথম খণ্ড চতুৰ্দশ শতিকাৰ পৰা ১৯৪৭ চনলৈ আৰু ১৯৪৭-১৯৭০ চনলৈ ২য় খণ্ড ৰচনা সম্পূৰ্ণ কৰা হৈছে।

চতুৰ্দশ শতিকাৰ ৰাজ-তন্ত্ৰৰ দিনৰপৰা বিংশ শতিকাৰ সপ্তদশকৰ গণতন্ত্ৰৰ দিনলৈ ভাৰতীয় অসমীয়া জাতীয় জীৱন আৰু কলাৰ মাজেদি চিন্তাৰ ঐক্য প্ৰবাহিত হৈ আছে যদিও, স্বাধীনতাৰ পৰৱৰ্তী কালছোৱাত কাব্য-সাহিত্যৰ গতিবিধি সলনি হৈছে।

স্বাধীনতাৰ পৰৱৰ্তী কালত প্ৰবীণ কবিসকলৰ চিন্তাৰ ধাৰাও সলনি হৈছে; নবীনসকলৰ ভিতৰতো আদৰ্শৰ সংঘাত ঘটিছে। প্ৰবীণ নবীন প্ৰায় সকলো কবিৰ কবিতাৰ বিভিন্ন দিশ, সংঘাতৰ কাৰণসমূহো বিচাৰ কৰি বহলভাৱে ২য় খণ্ড ৰচনা কৰা হৈছে। অসমীয়া সমাজৰ সঁহাৰি পালে ২য় খণ্ড প্ৰকাশ কৰা হ'ব।

শিল্পীয়ে সৃষ্টিৰ মাজেদি জ্ঞান আৰু সৌন্দৰ্য্য [illegible] ব্ৰতী হৈ সমাজৰ ৰুচিবোধ উন্নত কৰে। সেইদৰে সমালোচকেও সুস্থ [illegible] দৃষ্টিৰে সত্য আৰু সৌন্দৰ্য্য অন্বেষণ কৰি সমাজৰ ৰুচিবোধ উন্নত কৰে। [illegible]য়ে সৃষ্টিধৰ্মী ৰচনা আৰু সমালোচনাৰ উদ্দেশ্য একেটাই।

এই দৃষ্টিৰে সমালোচনাত প্ৰবৃত্ত হোৱা বাবে আমাৰ [illegible]নো কোনো মন্তব্যই কাৰো অন্তৰত আঘাত কৰিবও পাৰে [illegible] জাতীয় জীৱনৰ মহান স্বাৰ্থৰ হকে প্ৰয়োগ কৰা আমাৰ সত্য-অপ্ৰিয় মন্তব্যবোৰৰ বাবে সকলোৰে ওচৰত ক্ষমা বিচাৰিলোঁ। আমি এইটো স্বীকাৰ কৰোঁ যে সত্যক সামগ্ৰিকভাৱে কোনোৱে উপলব্ধি নকৰে। সেয়ে জ্ঞান-অজ্ঞান, সত্য-অসত্যৰ সংঘাতজনিত অনিচ্ছাকৃত ভুলৰ বাবে সকলোৰে ক্ষমা বিচাৰিছোঁ।

১৯৫৬ চনৰ পৰা অসমীয়া কাব্য সাহিত্যৰ আৰু ভাৰতীয় সংস্কৃতিৰ আকৃতি প্ৰকৃতি ধাৰাবাহিকভাৱে অধ্যয়ন কৰি লাভ কৰা উপলব্ধিৰ মাজেদি এই গ্ৰন্থ ৰচনা কৰিবলৈ চেষ্টা কৰা হৈছে।

সমালোচনা সাহিত্য ৰচনাত প্ৰবৃত্ত হবলৈ নাইবা সাহিত্য অনুশীলনত ব্ৰতী হবলৈ প্ৰেৰণা যোগোৱাৰ মূলতে হৈছে অসমৰ প্ৰবীণ সাহিত্যিক আৰু সমালোচক শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী এম-এ, বি-এল দেৱৰ স্নেহাশীষ আৰু অনুপ্ৰেৰণা। সেয়ে গোস্বামী দেৱলৈ মোৰ ভক্তি ভৰা শ্ৰদ্ধা নিবেদন কৰিছোঁ।

এই গ্ৰন্থ ৰচনা আৰু প্ৰকাশৰ বাবে বিবিধ সহায় সহানুভূতিৰে যি সকল গুণী-জ্ঞানীয়ে উৎসাহিত কৰিছে, সেই সকল লোকৰ ভিতৰত নলবাৰী কলেজৰ গ্ৰন্থাগাৰিক শ্ৰীমহেন্দ্ৰনাথ শৰ্মা বি-এ., নলবাৰী কলেজৰ অধ্যাপক শ্ৰীশশীনাথ শৰ্মা এম-এ আৰু অধ্যাপক শ্ৰীনৰেন্দ্ৰনাথ শৰ্মা এম-এৰ নাম বিশেষভাৱে সুঁৱৰিছোঁ।

তদুপৰি শ্ৰীশশধৰ শৰ্মাই ছপাখানাৰ বাবে গ্ৰন্থৰ পাণ্ডুলিপি প্ৰস্তুত কৰা আৰু অন্যান্য যাৱতীয় কামৰ সহায় কৰা বাবে তেওঁৰো শলাগ লৈছোঁ। অন্যান্য কাব্যামোদী লোকসকলে আমাৰ গ্ৰন্থখনৰ বিষয়ে খবৰ-বাতৰি লৈ উৎসাহিত কৰা বাবে তেখেত সকলকো কৃতজ্ঞতা জনাইছোঁ।

এই গ্ৰন্থৰ প্ৰকাশিত 'প্ৰগতিবাদী চিন্তা আৰু চতুৰ্দশ শতিকাৰ প্ৰগতিবাদী আদৰ্শ' নামৰ প্ৰবন্ধটো নলবাৰী কলেজ আলোচনীত প্ৰকাশ হৈছিল আৰু 'অৰুণোদয় যুগ'ৰ বিষয়ে লিখা প্ৰবন্ধটো নলবাৰী লিখক সংঘত পাঠ কৰা হৈছিল। লিখক সংঘৰ লিখকসকলৰ মন্তব্যবোৰে আমাক উপকৃত কৰিছে।

শ্ৰীদানেশ্বৰ ভট্টাচাৰ্য্য

৩১/১২/৭১ নলবাৰী কলেজ

# অসমীয়া কাব্য সাহিত্য আৰু জাতীয় জীৱনত প্ৰগতিবাদী চিন্তা

**প্ৰগতিবাদী চিন্তা**ঃ—জাতিৰ জীৱনত যেতিয়া কলা আৰু বিজ্ঞানৰ প্ৰসাৰে মানৱৰ অৰ্থনৈতিক, সামাজিক আৰু আধ্যাত্মিক মুক্তিৰ পথ ৰচনা কৰি সমাজ, ৰাষ্ট্ৰ আৰু বিশ্বৰ সাংস্কৃতিক জীৱনৰ আস্বাদ লবলৈ প্ৰতিজন ব্যক্তিকে প্ৰেৰণা যোগাব পাৰে; যেতিয়া সমাজ তথা ৰাষ্ট্ৰই ব্যক্তিৰ সৃষ্টি প্ৰতিভা মুক্তভাৱে বিকাশ হোৱাত সহায় কৰে তেতিয়া সেই ৰাষ্ট্ৰ প্ৰগতিবাদী বুলি কব পাৰি।

গীতাত 'জ্ঞান-বিজ্ঞান যোগ' অধ্যায়ত কলা আৰু বিজ্ঞানৰ অনুশীলনৰ মাজেদি ব্যক্তি তথা ৰাষ্ট্ৰই ক্ৰমশঃ অগ্ৰসৰ হ'ব পৰাকেই যোগেৰে ঈশ্বৰ উপলব্ধি কৰা বুলি কৈছে। জ্ঞান-বিজ্ঞানৰ বিভিন্ন শাখা-প্ৰশাখাৰ মাজেদি তামসিক শক্তি দূৰীভূত কৰি ব্যক্তিক ঐহিক-পাৰত্ৰিক সুখ লাভ কৰাৰ শক্তি তথা প্ৰেৰণাৰ পৰিবেশ সৃষ্টি কৰাই প্ৰগতিশীল ৰাষ্ট্ৰৰ লক্ষ্য। এয়েই ভগৱান কৃষ্ণৰ ধৰ্মৰাজ্য পৰিকল্পনা, গান্ধীৰ ৰাম ৰাজ্যৰ আদৰ্শ।

ৰাষ্ট্ৰৰ প্ৰতিজন ব্যক্তিৰ আশা-আকাঙ্ক্ষা সম্যকৰূপে নিয়ন্ত্ৰণ কৰি মঙ্গলময় ৰাষ্ট্ৰ গঢ় দিব লাগিলে ৰাষ্ট্ৰই কলাকাৰৰ যোগেদি ব্যক্তি তথা সমাজৰ জীৱনত প্ৰভাৱ পেলাব লাগিব। ৰাষ্ট্ৰৰ পৰিচালনাত থকা ৰাজনীতিকসকলে ৰাজনৈতিক আদৰ্শ ৰূপায়ণৰ বাবে কিছু পৰিমাণে কলাকাৰৰ ওপৰত নিয়ন্ত্ৰণ ৰাখিব লাগিব। ৰাজনৈতিক আদৰ্শ কলাৰ মাজেদি প্ৰবাহিত হৈ যুগে যুগে নতুন সংস্কৃতি সৃষ্টি কৰে।

জাতিৰ জীৱনী শক্তি আৰু প্ৰগতিবাদী আদৰ্শ তথা প্ৰগতিশীল সংস্কৃতিয়ে প্ৰবাহিত হৈ জাতীয় জীৱন ধ্বংসৰপৰা ৰক্ষা কৰে। সেই কাৰণে জাতীয় জীৱনৰ প্ৰতিটো যুগতে পূৰ্ব যুগৰ সঞ্চিত অভিজ্ঞতাই মূলধন হিচাবে কাম কৰে। জাতীয় অভিজ্ঞতা পৰম্পৰাক্ৰমে সঞ্চিত

হ'বৰ কাৰণে সকলো কলাৰ ভিতৰত কাব্য কলাই উত্তম। কাৰণ পৃথিৱীৰ আদিম মানবৰ অভিজ্ঞতা লোকগীতিৰ মাজেদি ব্যক্ত হৈ কাব্য-কবিতা সৃষ্টিৰ পটভূমি তৈয়াৰ কৰিছে।

সেই কাৰণে সামূহিক জীৱনৰপৰা সৃষ্টি হোৱা কাব্য-কবিতা মানৱ সভ্যতা বিকাশৰ লগে লগে পৰিবৰ্তন হ'লেও কাব্য কলাই প্ৰগতিবাদী বৈপ্লৱিক চিন্তাক ৰূপায়ণ কৰিব লাগিলে সততে সামগ্ৰিক দৃষ্টি ভঙ্গী ৰক্ষা কৰিব লাগিব। কল্যাণকামী ৰাষ্ট্ৰই সততে প্ৰগতিবাদী কলাৰ মাজেদি জনগণৰ আধ্যাত্মিক শক্তি জাগ্ৰত কৰিব লাগিব।

যি কলাই মানৱক বৈষয়িক আৰু পৰমাৰ্থিক চিন্তাৰ বিষয়ে সজাগ কৰি সুস্থ সবল সমাজ তথা ৰাষ্ট্ৰৰ শক্তি বৃদ্ধিত সহায়ক হ'বলৈ চেতনা যোগায়, সেয়ে প্ৰগতিবাদী কলা। ৰাষ্ট্ৰ প্ৰগতিশীল হ'বলৈ হ'লে ৰাজশক্তিয়ে কলাকাৰ আৰু শাসন যন্ত্ৰক মানৱ-প্ৰেমী আদৰ্শত অনুপ্ৰাণিত কৰিব লাগিব। ৰজা-প্ৰজাৰ আৰু কলাকাৰসকলৰ সমন্বয়তহে ৰাষ্ট্ৰ প্ৰগতিশীল হৈ থাকিব পাৰে। অসমীয়া কাব্য সাহিত্যত চতুৰ্দশ শতিকাৰপৰা এই আদৰ্শ প্ৰবাহিত হ'লেও কোনো কোনো যুগত এই আদৰ্শ ব্যাহত হৈছে।

**চতুৰ্দশ শতিকাত প্ৰগতিবাদী আদৰ্শ** ঃ—সাধাৰণতে এক শ্ৰেণীৰ সমালোচকে ভাবে যে, বৰ্তমানৰ যুগতহে প্ৰগতিবাদী চিন্তাই বিকাশ লাভ কৰিব পাৰে। কিন্তু প্ৰকৃততে তেনে নহয়। সকলো যুগতে শিল্পীসকলে এক প্ৰকাৰ প্ৰগতিবাদী চিন্তাৰ দ্বাৰা অনুপ্ৰাণিত হৈহে সাৰ্থক শিল্প সৃষ্টি কৰে। সেয়ে ৰাষ্ট্ৰীয় প্ৰেৰণাই শিল্পীক প্ৰগতি-বাদী আদৰ্শত অনুপ্ৰাণিত কৰিলে ৰাষ্ট্ৰৰ শাসনে আইন-শৃঙ্খলা ৰক্ষাৰ উপৰিও নাগৰিকৰ জীৱনৰ ওপৰত গভীৰ প্ৰভাব পেলাব পাৰে।

বৰ্তমান যুগৰ বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ বহুল সম্প্ৰসাৰণৰ ফলত পৃথিৱীৰ সকলো ঠাইতে শিল্প বাণিজ্যৰ সম্প্ৰসাৰণ হৈছে সচা; কিন্তু বিজ্ঞানৰ ন ন আবিষ্কাৰে মানৱ সমাজত ক্ৰমশঃ শক্তিৰ সম্প্ৰসাৰণ কৰি যি দৰে কিছুমান দেশক শক্তিশালী কৰিছে; সেইদৰে

সেইবোৰ দেশে প্ৰগতিবাদী কলাৰ যোগেদি বিশ্বক জয় কৰিব পৰা নাই। কাৰণ মানৱতাবোধ সম্পন্ন কলাৰ যোগেদি শক্তি লাভ কৰা বৰ্ত্তমান যুগৰ ৰাষ্ট্ৰৰ মুখ্য লক্ষ্য নহয়।

কোনো কোনোৱে ভাৱে যে ধৰ্মীয় চিন্তাই মানৱৰ প্ৰগতিবাদী আদৰ্শত ব্যাঘাত ঘটায়। কিন্তু এই ধাৰণা ভুল। ভাৰতত এসময়ত 'নহি জ্ঞানেন সদৃশং পবিত্ৰমিহ বিদ্যতে' আদৰ্শ প্ৰচাৰ হৈছিল; কিন্তু যুগৰ পৰিবৰ্ত্তনত এই প্ৰগতিবাদী চিন্তা জাতিৰ জীৱনৰপৰা অন্তৰ্হিত হোৱাত 'জ্ঞান-বিজ্ঞান' যোগ সাধনা, দাৰ্শনিক চিন্তা লোপ পোৱাত ভাৰতীয় জাতীয় জীৱনত ৰোগে প্ৰবেশ কৰা হেতুকে ভাৰতৰ স্বাধীনতা হৰণ হ'ল। ধৰ্মৰ গোড়ামি আৰু ধৰ্মীয় তত্ত্বান্বেষণ পৃথক কথা।

ৰামায়ণ-মহাভাৰতৰ যুগত ৰাজনীতিৰ লগত ধৰ্ম তথা বৈদিক কৃষ্টিৰ সাধক বশিষ্ঠ, ধৌম্য আদি বিভিন্ন দাৰ্শনিক আৰু কলাকাৰসকল ঘনিষ্ঠভাৱে জড়িত থকা বাবেহে আধ্যাত্মিক প্ৰগতিবাদী চিন্তাই জাতি-উপজাতিৰ ধৰ্ম আৰু ভাষাৰ প্ৰাচীৰ ভাঙি ভাৰতৰ ঐক্য গঢ়ি তুলিছিল। পৰম-পুৰুষ কৃষ্ণক কেন্দ্ৰ কৰি সেই যুগৰ ভাৰতৰ ৰাজনীতি, অৰ্থনীতি, সমৰনীতি আৰু কলাকৃষ্টিৰ বিকাশ সাধন হৈছিল।

ভাৰতত বিভিন্ন দাৰ্শনিক মতবাদক আশ্ৰয় কৰি বিভিন্ন ধৰ্ম-সম্প্ৰদায় গঢ়ি উঠিছিল; এই প্ৰত্যেকটো ধৰ্ম-সম্প্ৰদায়ৰ ধৰ্মপ্ৰচাৰক সকলে মানৱ জীৱনৰ পৰম লক্ষ্য মুক্তিক লক্ষ্য কৰি পালি-প্ৰাকৃত-অপভ্ৰংশ ভাষাৰ যোগেদি বৈদিক কৃষ্টি প্ৰচাৰ কৰি সমাজক জগাই তুলিছিল। যেতিয়ালৈকে জ্ঞান-বিজ্ঞান-দৰ্শনৰ যোগেদি ধৰ্ম-প্ৰচাৰকসকলে জন আন্দোলন গঢ়ি জাতিক সঞ্জীৱিত কৰি ৰাখিছিল, তেতিয়ালৈ বিদেশীয়ে ভাৰতত প্ৰবেশ কৰিব পৰা নাছিল। কিন্তু যেতিয়া এই মহান আদৰ্শচ্যুত ধৰ্মগুৰুসকলে জাতিৰ জনতাক অৱহেলা কৰি প্ৰতিক্ৰিয়াশীল হ'ল. তেতিয়াই ভাৰতত অন্ধকাৰে প্ৰবেশ কৰিলে। কলা তথা ৰাষ্ট্ৰ প্ৰগতিশীল হৈ থাকিব লাগিলে ৰাষ্ট্ৰৰ কৰ্ণধাৰসকলৰ ওপৰত চিন্তাশীল লোকে প্ৰভাৱ পেলাব লাগিব। ৰামায়ণৰ যুগৰ শক্তিশালী ৰজা

বিশ্বামিত্ৰই আধ্যাত্মিক শক্তি-সম্পন্ন পুৰুষ বশিষ্ঠৰ ব্যক্তিগত স্বাধীনতাত হাত দিয়া হেতুকে সংঘাতৰ যোগেদি ৰাজশক্তিৰ পতন হ'ল ; আৰু শেষত ৰাষ্ট্ৰত আধ্যাত্মিকতাৰ প্ৰভাৱ অটুত থাকিল।

বশিষ্ঠই সামৰিক শক্তি আৰু আধ্যাত্মিক শক্তি প্ৰয়োগ কৰি স্বেচ্ছাচাৰী ৰাজশক্তিক দমন কৰিহে ৰাম ৰাজ্যৰ সঞ্চালক শক্তিৰূপে কাম কৰিছিল। বশিষ্ঠ-বিশ্বামিত্ৰৰ সংঘাতে প্ৰমাণ কৰিলে যে ধৰ্মীয় জীৱনৰ যোগেদিহে স্বেচ্ছাচাৰী ৰাজশক্তিক সংযত কৰি ৰাষ্ট্ৰীয় জীৱন মঙ্গলময় কৰিব পাৰি।

স্বেচ্ছাচাৰী বিশ্বামিত্ৰৰ শক্তি পতন নোহোৱাহেঁতেন ৰাম ৰাজ্যৰ আদৰ্শই এইদৰে ৰূপ নাপালেহেঁতেন। জ্ঞানৰ সাধকৰ দৃষ্টিত তামসিক শক্তিৰ মূল্য নাই। সেই কাৰণে নিঃসন্দেহে কব পাৰি যে দাৰ্শনিক কলাকাৰসকলেহে স্বেচ্ছাচাৰী ৰাজশক্তিক নিয়ন্ত্ৰণ কৰিব পাৰে। প্ৰগতিশীল মানৱতাবাদী চিন্তাৰ ধৰ্মৰ লগত বিৰোধ নাই। এই পটভূমিতে চতুৰ্দশ শতিকাৰ অসমীয়া কাব্য সাহিত্যৰ প্ৰগতিবাদী চিন্তা বিচাৰ্য্য।

চতুৰ্দশ শতিকাত অসমীয়া জাতিক প্ৰগতিবাদী চিন্তাধাৰাৰে তথা কলাৰ মাজেৰে জাতি গঠনৰ প্ৰথম চেষ্টা কৰে বৰাহী ৰজা মহামাণিক্যই। বড়ো-কছাৰী বংশীয় ৰজাসকলে নিজৰ ৰাষ্ট্ৰৰ সাংস্কৃতিক জীৱন গঢ়ি তুলিবৰ কাৰণে ভাৰতৰ আদিকাব্য বাল্মীকি ৰচিত ৰামায়ণ কবিৰাজ মাধৱ কন্দলিৰ দ্বাৰাই অনুবাদ কৰাই পোন প্ৰথমে অসমীয়া ভাষাক স্বীকৃতি দি কাব্য-কলাৰ চৰ্চাৰ পথ সুগম কৰি অসমীয়া জাতীয়তাবাদৰ সূচনা কৰে। ভাৰতৰ আন আন ঠাইতো এই সময়তে প্ৰাদেশিক ভাষাত গ্ৰন্থসমূহ ৰচনা হ'বলৈ ধৰে, সেয়ে বৰাহী ৰাজ্য সৰ্বভাৰতীয় প্ৰগতিবাদী আদৰ্শৰ অগ্ৰণী।

খৃঃ পূঃ ষষ্ঠ শতিকাত বুদ্ধই জনসাধাৰণৰ কথ্য ভাষা পালিত ধৰ্ম প্ৰচাৰ কৰি প্ৰগতিবাদী আদৰ্শ দাঙি ধৰাৰ পাচত ; মহাৰাজ অশোকে প্ৰাকৃত ভাষাৰ শিলালিপিসমূহৰ যোগেদি জনসাধাৰণক জগাই তোলাৰ

পৰিপ্ৰেক্ষিতত ; দশম, একাদশ শতিকাৰ চৰ্য্যাপদৰ মাজেদি জনসাধাৰণৰ ভাষাই স্বীকৃতি লাভ কৰে খৃষ্টাব্দ চতুৰ্দশ শতিকাত ; অৰ্থাৎ বুদ্ধৰ জন্মৰ দুহেজাৰ বছৰৰ পাচত। সেয়ে দেখা যায় কলা-সংস্কৃতিৰ বৈপ্লৱিক ৰূপ ধৰ্মৰ মাজেদি বিকাশ হোৱাত বাধা প্ৰাপ্ত হোৱা নাই।

ভাৰতৰ সাংস্কৃতিক জীৱনত হিন্দু-বৌদ্ধ সংঘাত ক্ৰমশঃ দূৰীভূত হোৱাত ; বুদ্ধক হিন্দুৱে ঈশ্বৰৰ অৱতাৰ বুলি স্বীকৃতি দিয়াৰ পাচত ; হিন্দু বৌদ্ধ আদৰ্শ মিশ্ৰিত কলা-সংস্কৃতিয়ে বৈদিক সংস্কৃতিক পুনঃ স্থাপিত কৰে। ভাৰতীয় জাতীয় জীৱনক জগাই তুলিবৰ কাৰণে বৌদ্ধ ধৰ্মৰ পতনৰ পাচত পুনঃ প্ৰগতিবাদী চিন্তাই বৈদিক সংস্কৃতিক জনসাধাৰণৰ মাজত প্ৰচাৰ কৰে।

চতুৰ্দশ শতিকাৰ বৈপ্লৱিক দৃষ্টি-ভঙ্গী সম্পন্ন বৰাহী ৰজাই জনকল্যাণ সাধনৰ উদ্দেশ্যে ভাৰতীয় সংস্কৃতিক পুনৰুদ্ধাৰ কৰি অসম-ভাৰতৰ যোগ-সূত্ৰ ৰক্ষা কৰে। বৈদিক যুগৰ অৱসানৰ কালছোৱাত ভাৰতীয় সংস্কৃতিয়ে কাব্যৰ যোগেদি প্ৰসাৰ লাভ কৰে। বৰাহী ৰাজ্যৰ আৰ্য্য-অনাৰ্য্য সংস্কৃতিৰ প্ৰবাহে কন্দলিৰ কাব্যত প্ৰবেশ কৰি অসমীয়া জাতীয় জীৱনক যি শক্তি যোগালে ; সেই শক্তিয়েই অসমীয়া জাতিৰ আত্মা গঢ়ি তোলে। এই আত্মাতে জাতিৰ শৰীৰে ৰূপ লৈছে।

বৈদিক সংস্কৃতিয়ে বাল্মীকিৰ ৰামায়ণৰ যোগেদি ভাৰতীয় জাতীয় জীৱনত যি দৰে কাব্য কলা তথা সুকুমাৰ কলাৰ ব্যাপক প্ৰচাৰৰ পথ মুকলি কৰিছিল, ঠিক সেইদৰে কন্দলিৰ ৰামায়ণে ভাৰতৰ পূৱ প্ৰান্তত অনাৰ্য্য সংস্কৃতিৰ মাজত আৰ্য্য সংস্কৃতিৰ বিকাশৰ পথ সুগম কৰি দিয়ে। সেয়ে কন্দলি অসমৰ বাল্মীকি তথা আদি কবি।

দশম-একাদশ শতিকাৰপৰা চৰ্য্যাপদৰ যোগেদি জন-আন্দোলনকাৰী তথা বৌদ্ধ চৰ্য্যাকাৰসকলৰ দৰে অসমতো ভালেমান গীতিকাৰ থকা সম্ভৱ। কিন্তু বৌদ্ধ ধৰ্মৰ পতনৰ লগে লগে এই গীতিকাৰসমূহে ৰচনা কৰা গীত-মাতবোৰ ক্ৰমশঃ অনাদৃত হৈ লোপ পোৱাত ; জাতীয় জীৱনৰ পুনৰুত্থানৰ কাৰণে চলা প্ৰথম প্ৰচেষ্টাৰ ফল কন্দলিৰ ৰামায়ণ।

মহাপুৰুষ শঙ্কৰদেৱেও ঐতিহাসিক দৃষ্টিৰে চাই এই কথাকে কৈছে।

"পূৰ্ব কবি অপ্ৰমাদী মাধৱ কন্দলি আদি

তেহে বিৰচিলা ৰাম কথা।"

শঙ্কৰদেৱৰ এই উক্তিয়ে স্পষ্ট প্ৰমাণ কৰে যে, আৰ্য্যৰ বৈদিক সংস্কৃতিৰ প্ৰথম কাব্যিক নিদৰ্শন ৰামায়ণ মহাকাব্যই বৰাহী ৰজা আৰু কন্দলিৰ যোগেদি বৌদ্ধ সংস্কৃতিৰ পতনৰ পাচত পোন প্ৰথমে অসমীয়া ভাষাৰ আদি কাব্যকাৰ ৰূপে খ্যাতি লাভ কৰে। কছাৰীসকলৰ ডিমাপুৰ ৰাজ্যত আৰ্য্য সংস্কৃতিয়ে প্ৰবেশ কৰিছিল যদিও কাব্য সৃষ্টিৰ অনুকুল পৰিবেশ নাছিল। প্ৰাচীন কামৰূপ ৰাজ্যত কমতাপুৰ, প্ৰাগজ্যোতিষপুৰ, শোণিতপুৰ, নগাৱঁৰ কপিলী উপত্যকা অঞ্চল আৰু কুণ্ডিল ৰাজ্যৰ ৰাজধানীত নগৰীয়া পৰিবেশত কলা সংস্কৃতিৰ বিকাশ হৈছিল। কামৰূপ ৰাজ্য পতনৰ পাচত সেয়ে কমতাপুৰ, নগাঁৱৰ কপিলী অঞ্চল আৰু শোণিতপুৰক কেন্দ্ৰ কৰিয়েই কলাৰ বিকাশ হ'বলৈ ধৰে।

নৰকাসুৰ-ভগদত্ত-ভাস্কৰ বৰ্মাৰ দিনৰেপৰা আৰু উত্তৰ ভাৰতৰ বৌদ্ধ উৎপীড়ণৰ ফলত যি সকল ব্ৰাহ্মণ তথা আৰ্য্য কামৰূপলৈ আহে তেওঁলোকে পোনতে ৰাজধানীতে বসতি কৰে। সেয়ে ৰাজধানীসমূহ যুদ্ধ বিগ্ৰহত পতন হ'লেও আৰ্য্য সংস্কৃতিৰ চিহ্নবোৰ ধ্বংস হোৱা নাছিল। ৰাজ্যৰ ৰাজশক্তিৰ উত্থান-পতনত ৰাজধানীৰ সাংস্কৃতিক জীৱন ছিন্ন হোৱা নাছিল। সেই কাৰণে ৰাজশক্তিৰ পৰিবৰ্তনৰ পাচতো নতুন ৰাজশক্তিয়ে কলাৰ সাধকসকলক সমাদৰ কৰিছিল।

প্ৰাচীন কামৰূপ ৰাজ্যত ডিমাপুৰ অঞ্চলত কোনো আৰ্য্য সাংস্কৃতিক জীৱনৰ প্ৰমাণ নাই। তদুপৰি আহোম ৰজাসকলৰ কাহিনীৰ লগত জড়িত বশিষ্ঠ-ইন্দ্ৰ-দিখৌ নদীৰ সংঘাতে সাংস্কৃতিক সংঘাতৰে সাক্ষ্য দিয়ে। দিখৌৰ পাৰৰপৰা তপস্যাৰ স্থান ত্যাগ কৰি আহি বশিষ্ঠ মুনিয়ে গুৱাহাটীৰ ওচৰত আশ্ৰম পাতে। সেয়ে দেখা যায়, ডিমাপুৰৰ ৰাজধানীত কোনো হিন্দু কবি থকা সম্ভৱ নহয়।

ভাৰতীয় জাতীয় জীৱনতো একে কথাকে দেখা যায়। বাল্মীকিৰ ৰামায়ণে ভাৰতৰ যিছোৱা কালৰ সাংস্কৃতিক জীৱনক ৰূপায়ণ কৰিছে ; ভাৰতীয় জাতিৰ জীৱনৰ সৃজনী প্ৰতিভাই বাল্মীকিৰ ৰামায়ণৰ মাজেদি ৰূপ পোৱাৰ সময়লৈ সুদীৰ্ঘ কাল বৈদিক সংস্কৃতিৰ অনুশীলন হৈছিল।

মিথিলাৰ ৰাজ-সভাত ৰাম-সীতাৰ বিবাহৰ পূৰ্ব দিনা ৰাতি বশিষ্ঠ মুনিয়ে ৰামৰ উপৰি পুৰুষৰ আৰু জনক ৰজাই নিজৰ যি বংশাৱলী দাঙি ধৰিছে, তাত দেখা যায় যে সুদীৰ্ঘ কালৰ ঐতিহাসিক সাংস্কৃতিক জীৱন অতিবাহিত হোৱাৰ পাচতহে কাব্যৰ উপযোগী বাতাবৰণ সৃষ্টি হৈছিল। সেইকাৰণে নিঃসন্দেহে ঠাৱৰ কৰিব পাৰি যে, ঋষিসকলৰ তপস্যাৰ ভূমি গঙ্গা-উপত্যকাত প্ৰথম কাব্য সৃষ্টিৰ অনুকুল পৰিবেশৰ কাৰণে যি ৰাজনৈতিক, অৰ্থ নৈতিক আৰু আধ্যাত্মিক চিন্তাৰ পৰিবেশ সৃষ্টি হৈছিল তেনে পৰিবেশ কপিলী নদীৰ পাৰতহে সম্ভৱপৰ হৈছিল।

কছাৰী ৰজাসকলে ক্ৰমশঃ প্ৰাগ্‌জ্যোতিষপুৰ আৰু কমতাপুৰৰ লগত যোগাযোগ ৰক্ষা কৰিহে চতুৰ্দশ শতিকাত আৰু বৰাহী ৰাজ্যত ৰামায়ণৰ নিচিনা উচ্চ পৰ্য্যায়ৰ কাব্য সৃষ্টিৰ বাবে ৰাজসভাৰ পণ্ডিতসকলক প্ৰেৰণা যোগাব পাৰিছিল। বৰাহী ৰজাসকলৰ প্ৰগতিবাদী এই চিন্তাধাৰাৰ মূলতে সৰ্বভাৰতীয় যোগাযোগ ৰক্ষা কৰা নট-ভাট আৰু বৌদ্ধ-শৈৱ তথা নাথ সম্প্ৰদায়ৰ যোগীসকল।

প্ৰগতিবাদী বড়ো-কছাৰীবংশীয় ৰজাই ব্ৰাহ্মণ কলাকাৰসকলৰ দ্বাৰাই ক্ষত্ৰিয় আখ্যা পাই, স্বাধীন মনোভাব লৈ আৰ্য্য সংস্কৃতিৰ পৃষ্ঠপোষকতা কৰি চতুৰ্দশ শতিকাত যি অসমীয়া জাতি গঢ়ি তুলিছিল ; আহোম ৰাজ-শক্তিৰ উত্থানে বড়ো-কছাৰী জাতিক ক্ষমতাচ্যুত কৰি সেই প্ৰগতিবাদী মনোভাব প্ৰকাশ কৰিব নোৱাৰিলে। বড়ো-কছাৰী সংঘাতেই বড়ো-কছাৰীসকলৰ সাংস্কৃতিক পতন ঘটাই তেওঁলোকক অনুন্নত জাতিত পৰিণত কৰে। ৰাজনৈতিক, সামৰিক বিপৰ্য্যয়ে জাতিৰ সাংস্কৃতিক অৱনতি ঘটায়। পৰবৰ্তী যুগত মুছলমান আৰু খৃষ্টান ধৰ্মাৱলম্বী সাম্ৰাজ্যবাদীৰ বিদেশী সংস্কৃতিয়ে আৰ্য্য-

অনাৰ্য্যৰ সংস্কৃতিৰ মিলনৰ অন্তৰায় হৈ ভাৰতীয় প্ৰগতিবাদী চিন্তাৰ সোঁত বন্ধ কৰে।

বৰাহী ৰজাৰ ৰাজ-সভাৰ পণ্ডিত মণ্ডলী আৰু আন আন সভাসদসকলৰ লগতে ৰজায়ো কন্দলিৰ ৰচনা আলোচনা কৰিছিল। মূল বাল্মীকি ৰামায়ণৰ অধিকাংশ বাদ দি কাব্যামোদী ৰসজ্ঞৰ হৃদয় সংবাদী কবি কাব্য ৰচিত কৰিবলগীয়া হোৱাত কন্দলিয়ে কিছু সমালোচনাৰ সন্মুখীনো হৈছিল। কাৰণ পণ্ডিতৰ কাৰণে ৰচনা কৰা আৰু সাধাৰণ লোকৰ কাৰণে কাব্য ৰচনা কৰা একে নহয়। সেই কাৰণে কন্দলীয়ে কৈছে—

"কবিৰাজ কন্দলিয়ে আমাকেসে বুলিকয়
কৰিলোহো সৰ্বজন বোধে।
ৰামায়ণ সুপয়াৰ শ্ৰীমহামাণিক যে
বৰাহ ৰজাৰ অনুৰোধে ॥"

* * *

"মহামাণিক্যৰ বোলে কাব্যৰস কিছু দিলোঁ।
পণ্ডিত লোকৰ যেবে অসন্তোষ উপজয়।"

কন্দলিয়ে কৈছে যে ৰজাৰ অনুৰোধত 'সৰ্বজন বোধে' কাব্যৰস প্ৰয়োগ কৰিবলগা হোৱাত কাব্যৰ সমালোচনা হোৱা স্বাভাৱিক। বৰাহী ৰজাই প্ৰগতিবাদী দৃষ্টিভঙ্গী লৈ সৰ্বজনৰ বোধৰ কাৰণে কাব্য ৰচনাৰ নিৰ্দেশ দিয়াটোৱে সেই যুগৰ ৰাষ্ট্ৰৰ কৰ্ণধাৰ সকলৰ কাব্যকলা আৰু জনসাধাৰণৰ সম্বন্ধৰ ইঙ্গিত দিয়ে। কলাই সৰ্বজনৰ হৃদয়ত ৰস সৃষ্টি কৰি মানসিক উৎকৰ্ষ সাধনৰ দ্বাৰাইহে সাৰ্থকতাৰ আৰু প্ৰগতিবাদী চিন্তাৰ পৰিচয় দিব পাৰে। সেয়ে দেখা যায় কলাৰ ওপৰত ৰাষ্ট্ৰৰ কিছু নিয়ন্ত্ৰণ প্ৰয়োজন; কিন্তু এই নিয়ন্ত্ৰণ সম্পূৰ্ণ একনায়কত্ববাদী মনোভাবৰ হ'লে শিল্পী প্ৰাণৰ বিকাশ নহয়।

কবিৰাজ কন্দলিয়ে শ্ৰোতা হিচাবে মুখ্যতে সভাসদসকলক পালেও, প্ৰায়েই সৰ্বজনক লক্ষ্য কৰিছে তেওঁৰ বাণী ৰচনা কৰিছে।

কন্দলিয়ে বুজিছিল যে ৰাজ্যৰ জনসাধাৰণৰ জীৱন স্পৰ্শ কৰি আধ্যাত্মিক শক্তি জাগ্ৰত কৰিব পাৰিলেহে ব্যক্তিৰ সৰ্বাঙ্গীণ উন্নতি হ'ব। ভাৰতীয় কাব্যকলাই ব্যক্তিৰ জীৱন উপেক্ষা কৰা নাই। কবিয়ে কৈছে—"মহাঋষি বাল্মীকিয়ে ৰামায়ণ কৰিলন্ত, সাক্ষাতে জানিবা বেদ।" ভাৰতৰ সকলো ঠাইতে বৌদ্ধ ধৰ্মগুৰুসকলে বেদ বিৰোধী মত প্ৰচাৰ কৰাৰ পাচত; কন্দলিয়ে বাল্মীকি ৰামায়ণক বেদজ্ঞান কৰি জীৱনক গঢ় দিবলৈ উপদেশ দিয়া মন কৰিব লগীয়া। কন্দলিয়ে জনসাধাৰণক তেওঁৰ ৰামায়ণৰ যোগেদি বেদৰ জ্ঞান আহৰণ কৰিবলৈ উপদেশ দি প্ৰাদেশিক ভাষাৰ যোগেদি ধৰ্মচৰ্চ্চা কৰাৰ পাতনি মেলি পৰৱৰ্তী যুগক বাট দেখুৱাইছে। এই চিন্তাধাৰা সম্পূৰ্ণ মানৱকেন্দ্ৰিক আৰু ৰাজতন্ত্ৰৰ দিনৰ সমাজতান্ত্ৰিক বাস্তৱবাদ।

ভাৰতৰ আৰ্য্যসকলৰ সমাজখন চাৰিটা বিভিন্ন ভাগত বিভক্ত। ভগৱান কৃষ্ণই কৈছে—

"শমো দমস্তপঃ শৌচং ক্ষান্তিৰাৰ্জবমেবচ।
জ্ঞান বিজ্ঞানমাস্তিক্যং ব্ৰহ্মকৰ্ম স্বভাৱজম্॥
শৌৰ্য্যং তেজো ধৃতিৰ্দাক্ষ্যং যুদ্ধে চাপ্য পলায়নম্
দানমীশ্বৰ ভাবশ্চ ক্ষাত্ৰ কৰ্ম স্বভাৱজম্॥
কৃষি-গোৰক্ষ্য-ৱনিজ্য বৈশ্য কৰ্ম স্বভাৱজম্।
পৰিচৰ্য্যাত্মকং কৰ্ম শূদ্ৰস্যাপি স্বভাৱজম্॥"
—গীতা : ১৮ অধ্যায় : শ্লোক ৪২।৪৩।৪৮

ৰাষ্ট্ৰ তথা সমাজৰ বিভিন্ন কৰ্মসমূহ প্ৰকৃততে চাৰিটা ভাগত বিভক্ত; ইয়াত গোড়ামি নাই। ভাৰতীয় জীৱনৰ প্ৰগতিবাদী চিন্তাৰ কেন্দ্ৰীয় পুৰুষজনৰ এই উক্তিত আধুনিক প্ৰগতিবাদী কোনো কোনো লোকে সঙ্কীৰ্ণতাৰ গোন্ধ পাব পাৰে যদিও বাস্তৱতে ইছলাম সংস্কৃতিয়ে ব্যাপকভাৱে সমাজত শিপাই নপৰালৈকে ৰক্ষণশীলতাই ভাৰতীয় জাতিক পঙ্গু কৰা নাছিল; মহাকাব্যৰ যুগৰ চিন্তাধাৰা সম্পূৰ্ণ বিচ্ছিন্ন হোৱা নাছিল।

কন্দলিয়ে ভাৰতীয় জীৱনৰ এই ব্যৱসায়িক পটভূমিত বৰাহী ৰজাৰ ৰাজধানীৰ চিত্ৰ আঁকোতে কৈছে—

"ক্ষত্ৰী বৈশ্যগণ কায়স্থ সজ্জন
নট ভাট তেলী তান্তী।
ঠঠাৰি সোণাৰি কঁসাৰ সেখাৰি
ভৰতৰ লগে যান্তি।
বনিয়া চমাৰ কমাৰ সুতাৰ
ধোবা আৰু কুম্ভকাৰ।
ইসব প্ৰমুখ্যে চলিল যতেক
আদি অন্ত নাহি তাৰ।"

কবিৰাজ কন্দলিয়ে ব্যৱসায়ৰ ভিত্তিত গঢ় লোৱা এই জাতিবিলাকৰ উল্লেখ কৰি প্ৰকৃততে ৰাজধানীৰ সৰ্বজনক স্বীকৃতি দি, সামাজিক বৈচিত্ৰ্য দেখুৱাই; এই লোকসকলক নিজৰ ব্যৱসায় বৃত্তিৰ যোগেদি ৰামৰ চৰণ চিন্তি, আধ্যাত্মিক জীৱন যাপনৰ উপায় দিছে। অৰ্থ-নৈতিক আৰু আধ্যাত্মিক উন্নতিয়ে ব্যক্তি আৰু সমাজৰ হীন মনোভাব আঁতৰায়।

ৰজা কছাৰী; কলাকাৰ ব্ৰাহ্মণ; পাঠক সৰ্বশ্ৰেণীৰ লোক। সেয়ে এই উদাৰ মনোভাবাপন্ন পৰিবেশতহে এনে কাব্য ৰচনা সম্ভৱপৰ হৈছিল। প্ৰকৃততে ৰাজধানীৰ সকলো শ্ৰেণীৰ লোকক স্বীকৃতি দিহে কন্দলিয়ে সৰ্বজনক উদ্দেশ্য কৰি উপদেশ-বাণী ৰচিছে। বাল্মীকিৰ ৰামায়ণত ভৰতৰ লগত যোৱা অযোধ্যাবাসী এইদৰে বিভক্ত নহয়। তেতিয়া আৰ্য্যসকলৰ চাৰিটা ভাগ।

কন্দলিয়ে প্ৰগতিবাদী চিন্তাৰ পৰিচয় দি কৈছে যে—

"কবি সবে নিবন্ধয় লোক ব্যৱহাৰে।
কতো নিজ কতো লম্ভা কথা অনুসাৰে।
দেৱবাণী নুহি ইটো লৌকিকহে কথা,
এতেকে ইহাৰ দোষ নলৈব সৰ্বথা॥"

অৰ্থাৎ, ৰামায়ণ ভগৱানৰ গুণানুকীৰ্তন হ'লেও, প্ৰকৃততে জনসাধাৰণৰ জীৱনক স্পৰ্শ কৰা কাব্যহে। সেয়ে লোকৰঞ্জনৰ কাৰণে লৌকিক কথাই কাব্যত স্থান পোৱা স্বাভাৱিক। ৰামক ঈশ্বৰৰ অৱতাৰ বুলি কন্দলিয়ে ক'লেও ৰামায়ণক লৌকিক কথা বুলি উল্লেখ কৰি আৰু কাব্য-ৰসৰ প্ৰয়োজন উপলব্ধি কৰি প্ৰগতিবাদী কাব্যতত্ত্ব-বিদৰ পৰিচয় দিছে। সৰ্বসাধাৰণৰ কাৰণে ৰামায়ণ বেদ, কিন্তু পণ্ডিতৰ কাৰণে কাব্য।

কন্দলিয়ে ৰামায়ণৰ মাজেদি লৌকিক জীৱনক স্বীকৃতি দি প্ৰকৃততে সংসাৰী মানৱৰ কাৰণেহে কাব্য ৰচিছে। কিন্তু তেওঁৰ ৰচনাত মানৱক লক্ষ্য কৰি যিবিলাক উপদেশ সংযোগ কৰা হৈছে তাৰ মাজেদি বৈষ্ণৱ কবি শঙ্কৰ-মাধৱৰ প্ৰভাৱ পৰা হেতুকে স্পষ্টভাৱে কন্দলিৰ আদৰ্শ বুজাত বাধাগ্ৰস্ত হৈছে।

বাল্মীকি ৰামায়ণত কোনো উপদেশ নাই। সেই কাৰণে কাব্যক দেৱবাণীৰ গুৰুত্ব নিদিয়া কলাকাৰজনে কিমান দূৰ প্ৰচাৰ-ধৰ্মী মনোভাব লৈ উপদেশসমূহ সংযোগ কৰিছে নিৰ্ণয় কৰা টান। তদুপৰি কন্দলিৰ ৰামায়ণত ভাৰত ভূমিৰ পবিত্ৰতা আৰু ভাৰতবৰ্ষৰ ঐক্যবোধৰ ওপৰত বিশেষ গুৰুত্ব দিয়া নাই। সম্ভৱতঃ চতুৰ্দশ শতিকাত মুছলমান আক্ৰমণকাৰীয়ে কৰতোৱা নদী পাৰ হৈ অসমৰ মাটিত ইছলামৰ বিজয় পতাকা উৰাই কৰ্তৃত্ব বিস্তাৰ কৰিব নোৱৰা হেতুকে কন্দলিয়ে সৰ্বভাৰতীয় ৰাজনৈতিক ঐক্যৰ প্ৰয়োজনীয়তা উপলব্ধি কৰা নাছিল।

কোনো কোনো পণ্ডিতৰ মতে বাল্মীকি ৰামায়ণ ৰচনাৰ কাল খৃঃ পূঃ চতুৰ্দশ শতিকা। সেয়ে প্ৰায় তিনি হাজাৰ বছৰৰ অন্তত চতুৰ্দশ শতিকাত কন্দলিয়ে ৰামায়ণ ৰচনা কৰা সময়ত ভাৰতৰ ৰাজনৈতিক আৰু সামাজিক জীৱনত যি বিৰাট পৰিৱৰ্তনে দেখা দিলে, তাৰ প্ৰতি শিল্পী সজাগ হোৱা স্বাভাৱিক। সেয়ে তেওঁৰ কাব্যৰ মাজে মাজে ভণিতাসমূহৰ মাজেদি ব্যক্তিৰ জীৱনৰ মূল্যবোধৰ ওপৰত

গুৰুত্ব দিয়া স্বাভাৱিক। আজি যন্ত্ৰৰ ওপৰত গুৰুত্ব আৰোপ কৰা যুগে ব্যক্তিৰ জীৱনৰ মূল্যত গুৰুত্ব দিয়া নাই।

'সৰ্বজন বোধে' কাব্য-কলাৰ সাধনা কৰা কলাকাৰে সমাজৰ ঐহিক জীৱনৰ সৰ্বাঙ্গীণ ৰূপৰ চিত্ৰ এখন মানস পটত আঁকি লৈ, জীৱনৰ সংঘাতৰ মাজেদি ব্যক্তিয়ে কিদৰে অগ্ৰসৰ হ'ব পাৰে আদৰ্শবাদী মনোভাব লৈ দেখুওৱা প্ৰয়োজন। প্ৰগতিবাদী কলাকাৰে সদায় ভবিষ্যতৰ ওপৰত দৃষ্টি ৰাখে।

কবিৰাজ কন্দলিয়ে তেওঁৰ কাব্য-কলাৰ সৌন্দৰ্য্য প্ৰকাশৰ বাবে প্ৰায়ে সমাজ-জীৱনৰ বিভিন্ন স্তৰৰপৰা উপমাবোৰ গ্ৰহণ কৰিছে। সমসাময়িক জীৱনৰ গভীৰতাৰ মাজত প্ৰবেশ কৰা হেতুকে কন্দলিয়ে অলঙ্কাৰৰ প্ৰাচুৰ্য্যৰ মাজতো পৰম্পৰাক্ৰমে জাতিৰ জীৱনত সঞ্চিত অভিজ্ঞতাৰাজিক প্ৰবচন তুল্য উক্তিৰ মাজেদি ৰূপ দিছে। কাব্য-ৰসৰ মাজেদি বাস্তৱ জীৱনক চিনোৱাই কন্দলিৰ উদ্দেশ্য। প্ৰকৃততে বাস্তৱৰ গভীৰ উপলব্ধিৰ মাজেদিয়ে কাব্য-কলাৰ উপযোগী ৰসে কলাকাৰৰ হৃদয় আপ্লুত কৰে। যিদৰে অৱচেতন মনৰ ক্ৰিয়াসমূহ স্বপ্নাৱস্থাত প্ৰকাশ পায়, সেইদৰে বাস্তৱ জীৱনৰ গভীৰ উপলব্ধি-জনিত জীৱন-ৰসে কলাকাৰৰ অন্তৰাত্মা বিগলিত কৰি প্ৰকাশ পায়।

ধৰ্মই ব্যক্তিক প্ৰগতিবাদী নকৰে বুলি যিসকল লোকে ভাবে, প্ৰকৃততে তেওঁলোকে প্ৰগতিবাদৰ অৰ্থ নুবুজে। ধৰ্ম হৈছে জীৱন তথা সমাজৰ শৃঙ্খলিত জীৱনৰ এটা ৰূপ। কৰ্তব্যই ধৰ্ম বুলি ভাৰতীয় জাতিক সোঁৱৰাই দিয়া, ভাৰতীয় জাতিৰ জীৱন যুদ্ধত ৰথৰ সাৰথি কৃষ্ণই কৰ্তব্যৰ সম্মুখত "ক্ষুদ্ৰং হৃদয় দৌৰ্বল্যং ত্যক্ত্বা উত্তিষ্ঠ পৰন্তপ!" বুলি বৈদিক ধৰ্মৰ মৰ্মবাণী ভাৰতীয় জাতিক শুনাই আধ্যাত্মিক শক্তি জাগ্ৰত কৰিহে অৰ্জুনৰ ৰথৰ সাৰথি হৈছে। প্ৰগতিবাদৰ অৰ্থ হৈছে —ব্যক্তিৰ হৃদয়ৰ কৰ্তব্য বিমুখিতা আঁতৰাই ন্যায় নীতিৰ হকে প্ৰাণ ত্যাগ কৰিবলৈ শিকোৱা। এই প্ৰগতিবাদ ভাৰতীয় বৈদিক ধৰ্মৰ তাৎপৰ্য্য। যন্ত্ৰৰ উপাসনাই প্ৰগতিবাদৰ চিন নহয়।

১৯৬৫ আৰু ১৯৭১ চনৰ পাকিস্থান-ভাৰতৰ যুদ্ধত বিদেশী অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত পাকিস্থানী সৈন্যবাহিনীৰ বিৰাট বিপৰ্য্যয়ৰ মূলতে হৈছে ভাৰতীয় সেনাৰ ভগৱান কৃষ্ণই কুৰুক্ষেত্ৰ যুদ্ধৰ প্ৰধান সেনাধ্যক্ষক শুনোৱা ক্ষত্ৰিয়ৰ কৰ্তব্যৰ বাণীৰ প্ৰেৰণা "ধৰ্মাদ্ধি যুদ্ধাশ্ৰেয়োহন্যাৎ ক্ষত্ৰিয়স্য ন বিদ্যতে।" ক্ষত্ৰিয়ৰ যুদ্ধত বাহিৰে অন্য শ্ৰেষ্ঠ ধৰ্ম নাই। "হতো বা প্ৰাপ্স্যসি স্বৰ্গং জিত্বা বা ভোক্ষ্যসে মহীম্।" মৰিলে স্বৰ্গ লাভ, জয়ী হৈ জীয়াই থাকিলে ৰাজ্য লাভ, এই উক্তিত আধুনিক বাস্তৱতা বোধতকৈ অধিক শক্তি আছে।

বেদ, উপনিষদৰ সাৰমৰ্ম ভগৱান পুৰুষোত্তমৰ মুখেদি ধ্বনিত হোৱাৰ পূৰ্বে; ভগৱান ৰামচন্দ্ৰই ব্যক্তিগত আদৰ্শৰ্দ্বাৰা প্ৰগতিবাদী মনেভোৱ লৈ সকলো শ্ৰেণীৰ লোকৰ কলা-সংস্কৃতিক আদৰণি জনাই, বৈদিক ধৰ্ম অনুশীলনৰ সামাজিক সংঘাতসমূহ আঁতৰাই ভৱিষ্যৎ ভাৰত গঢ়াৰ পৰিকল্পনা কৰিছিল। ৰামায়ণৰ আদৰ্শই সামাজিক জীৱন সুস্থ সৰল কৰাৰ পাচত ৰাম-ৰাজ্য পতনৰ অন্তত দেশত বৈদিক ধৰ্মৰ আদৰ্শৰ অনুশীলন হ্ৰাস হোৱা বাবে জাতীয় জীৱনত পুনঃ সংঘাত সৃষ্টি হোৱা হেতুকে, বৈদিক ধৰ্ম ৰক্ষাৰ বাবে ভগৱান কৃষ্ণৰ শক্তিশালী আদৰ্শ।

ভাৰতীয় জাতিয়ে বৈদিক সংস্কৃতি অৱহেলা কৰি 'জ্ঞান-বিজ্ঞান যোগ' আৰু ক্ষত্ৰিয়ৰ নিজৰ ধৰ্ম সামৰিক বিজ্ঞান অৱহেলা কৰাৰ ফল স্বৰূপে নিজৰ স্বাধীনতা হেৰুৱালে। মহাভাৰতৰ যুগৰ অৱসানৰ লগে লগে যি কলিযুগ আহিল, সেয়ে বৈদিক আদৰ্শ পৰিহাৰ কৰাত ভাৰতৰ ঐক্যবোধ পুনঃ জাগ্ৰত নোহোৱা বাবে, দশম একাদশ শতিকাত বিদেশী আদৰ্শত দেশৰ আত্মা কলুষিত হ'ল; প্ৰতিক্ৰিয়াশীল শক্তিয়ে ভাৰতক গ্ৰাস কৰিলে।

চতুৰ্দশ শতিকাত কামৰূপ ৰাজ্যৰ অংশ বিশেষত প্ৰতিষ্ঠিত; কমতা ৰাজ্য আৰু বৰাহী ৰাজ্যই ভাৰতীয় জাতি গঠনৰ পিতৃ ৰাম-কৃষ্ণৰ জীৱনাদৰ্শ তথা বৈদিক সংস্কৃতি পুনঃ প্ৰতিষ্ঠাৰ বাবে গণ-জীৱনক স্পৰ্শ

কৰাৰ উদ্দেশ্যে ৰামায়ণ-মহাভাৰত অসমীয়া ভাষাত ৰচনা কৰাৰ যি প্ৰগতিবাদী আদৰ্শৰিদ্বাৰা অনুপ্ৰাণিত হ'ল, সেয়ে ভাৰতৰ ভিতৰতে অসমক প্ৰথম স্থান দিলে।

সেই কালত উত্তৰ ভাৰতৰ প্ৰায়বোৰ দেশ মুছলমানৰ শাসনাধীন। মাথোন ভাৰতৰ হিন্দু, বৌদ্ধ সংস্কৃতিৰ মিলন ক্ষেত্ৰৰ অপূৰ্ব নিদৰ্শন হিচাবে জগন্নাথ মন্দিৰ আৰু উৰিষ্যাৰ স্বাধীনতা সুৰ্য্যই ভাৰতত পোহৰ দি আছিল। সেই কাৰণে ভাৰতৰ পূব প্ৰান্তৰ চতুৰ্দশ শতিকাৰ এই দুখন ৰাজ্যৰ শক্তিয়ে নিশ্চয় ভাৰতৰ আন ঠাইৰ হিন্দুলোকক প্ৰেৰণা যোগাইছিল। কমতাপুৰ আৰু বৰাহী ৰাজ্যত এই প্ৰগতিবাদী আদৰ্শ সৃষ্টি হোৱাৰ মূলতে ভাৰতৰ আন ঠাইৰপৰা মুছলমানৰ অত্যাচাৰত বিতাড়িত হোৱা পণ্ডিতসকলৰ কামৰূপ ৰাজ্যলৈ আগমন। সেয়ে কামৰূপ তথা অসমৰ বিভিন্ন চিন্তাধাৰাৰ লগত সৰ্বভাৰতীয় সম্বন্ধ ওতঃপ্ৰোত।

কমতাপুৰ আৰু বৰাহী ৰাজ্যত যিসকল বিশিষ্ট পণ্ডিত গোট খাইছিল, তাৰ ভিতৰত কবিৰাজ কন্দলিয়েই সৰ্বশ্ৰেষ্ঠ লোক। বৰাহী ৰাজ্যৰ বিশিষ্ট প্ৰগতিবাদী কলাকাৰ কবিৰাজ কন্দলিয়ে বাল্মীকি ৰামায়ণৰ অসমীয়া সংস্কৰণ উলিয়াই অসমীয়া জাতিৰ বেদ বুলি দৃঢ়ভাবে কোৱাৰ বাবেহে কমতাপুৰ ৰাজ্যত মহাভাৰতৰ অংশ বিশেষক কাব্য ৰূপ দিয়া হয়।

চতুৰ্দশ শতিকাৰ উৎকল ৰাজ্যৰ পণ্ডিত কবিৰাজ বিশ্বনাথ। সেয়ে দেখা যায় বৰাহী ৰাজ্যৰ পণ্ডিত কবিৰাজ কন্দলিৰ ভাৰতৰ সংস্কৃত পণ্ডিতসকলৰ সমানে উচ্চ আসন আছিল। সংস্কৃত দেৱভাষাৰূপে সমাদৃত হৈ থকা অৱস্থাত অসমীয়া ভাষাত জাতীয় জীৱনৰ বেদ ৰচনা কৰা সাহসী প্ৰগতিবাদী আদৰ্শ। সেয়ে দেখা যায় চতুৰ্দশ শতিকাৰ কমতাপুৰ ৰাজ্যৰ সাংস্কৃতিক জীৱনৰ ৰূপান্তৰৰ মূলতে বৰাহী ৰাজ্য তথা কলাকাৰ কবিৰাজ কন্দলি।

এনে অনুমান কৰিব পাৰি যে হয়তো কছাৰী-আহোম সংঘাতত বৰাহী ৰাজ্য পতনৰ পাচত কছাৰীসকল কাছাৰ জিলালৈ গতি কৰাৰ লগে লগে ৰাজধানীৰ পণ্ডিতসকল কমতাপুৰ ৰাজ্যলৈ গতি কৰে আৰু তাতে ভাৰতীয় জীৱনৰ শক্তিশালী দ্বিতীয়খন মহাকাব্যৰ অংশ বিশেষৰ অসমীয়া কাব্যিক ৰূপ দিয়াৰ প্ৰচেষ্টা চলে।

মন কৰিবলগীয়া কথা এই যে কমতাপুৰ ৰাজসভাৰ পণ্ডিতসকলে পুনঃ কবিৰাজ কন্দলিৰ ৰামায়ণৰ পাচত ৰামায়ণৰ দ্বিতীয় ভাঙনি উলিওৱাৰ প্ৰচেষ্টা কৰা নাই। সম্ভৱতঃ তেওঁলোকে ভাবিছিল যে হয়তো জাতিৰ প্ৰয়োজন সাধনৰ বাবে ৰামায়ণৰ পাচতে মহাভাৰতৰ অধিক প্ৰয়োজন। সেইকাৰণে ভাৰতীয় জীৱনৰ পৰম পুৰুষ ৰামৰ মহিমা বিকাশ কৰাৰ পাচত কৃষ্ণৰ মহিমা বিষয়ক তথা যুদ্ধ আৰু কৰ্মযোগৰ মাজেৰে জীৱনক উপলব্ধি কৰাৰ প্ৰয়োজন বুজি যুদ্ধকে তথা বীৰ-ৰসকে প্ৰাধান্য দি কাব্য ৰচনা কৰে।

উত্তৰ ভাৰতৰ বিভিন্ন ঠাইত মুছলমানৰ অত্যাচাৰ আৰু কামৰূপ ৰাজ্যৰ পুব অঞ্চলত আহোমসকলৰ আদি কালৰ সংস্কৃতি বিৰোধী মনোভাবৰ যুদ্ধ-বিগ্ৰহক লক্ষ্য কৰি, সমাজৰ চাহিদা বুজি কমতাপুৰ ৰাজসভাৰ পণ্ডিত তথা কলাকাৰসকলে বীৰ ৰসাত্মক কাব্যৰ যোগেদি জাতিৰ শক্তি জাগ্ৰত কৰাৰ চেষ্টা কৰিছিল। এই কমতাপুৰৰ ৰাজসভাত সমগ্ৰ মহাভাৰত অনুবাদ তথা কাব্য ৰূপ দিয়াৰ শক্তি থকা পণ্ডিত আছিল যদিও, ৰাজ্যৰ নিৰাপত্তাৰ অভাৱৰ হেতুকে সমগ্ৰ মহাভাৰতে এই যুগত কাব্যৰূপ নাপালে।

বৈদিক ঋষিসকলৰ আধ্যাত্মিক জীৱনৰ পূৰ্ণতাৰপৰা উদয় হোৱা সাধনালব্ধ জ্ঞানৰাজিয়ে যজ্ঞানুষ্ঠানৰ যোগেদি ৰাষ্ট্ৰৰ সাৰ্বভৌমত্বক ৰূপ দিলে। ৰামায়ণৰ যুগত পৰম পুৰুষ ৰামচন্দ্ৰই ৰজা হৈ নিজৰহে শক্তি দেখুৱালে। কিন্তু কৃষ্ণ নিজে ৰজা হোৱা নাই। মুঠতে বৈদিক ধৰ্মৰ এটা ৰূপ হৈছে ৰামায়ণ-মহাভাৰতৰ যোগে বিকাশ পোৱা সংস্কৃতি।

যি কোনো শাসনেই দীৰ্ঘকাল স্থায়ী হ'লে গতানুগতিক হয়। সেয়ে ৰাম ৰাজ্যৰ শেষছোৱাত ৰাজ্যত বিভ্ৰাট ঘটে। মহাভাৰতৰ ঐক্য সাধন হোৱা তথা যুধিষ্ঠিৰক কেন্দ্ৰ কৰি ৰাষ্ট্ৰত আইনৰ শাসন প্ৰতিষ্ঠা হোৱা সময়লৈ নানান বিশৃংখলাই দেখা দিয়ে। সেয়ে মহাভাৰতৰ যুগত এই যুগৰ পৰম পুৰুষ কৃষ্ণই মানৱৰ শ্ৰেষ্ঠত্ব দেখুৱাবৰ কাৰণে যুধিষ্ঠিৰকে সিংহাসনত বহুৱায়। মুঠতে ৰামায়ণৰ তুলনাত মহাভাৰতে মানৱৰ শক্তিক অধিক স্বীকৃতি দিছে।

মহাভাৰতৰ যুগত যজ্ঞপুৰুষ শ্ৰীকৃষ্ণ। বৈদিক ঋষিৰ আদৰ্শৰ পূৰ্ণ প্ৰতীক শ্ৰীকৃষ্ণই যজ্ঞানুষ্ঠানৰ যোগেদি ভাৰতীয় জীৱনৰ সাংস্কৃতিক জীৱন বিকাশ কৰে। দেশত শক্তিশালী নেতৃত্ব থকা হেতুকে আৰু ৰাষ্ট্ৰৰ জীৱনত ন ন শক্তিৰ সঞ্চাৰ হৈ থকা হেতুকে বহিৰাগত প্ৰভাৱ সম্পূৰ্ণৰূপে বৈদিক সংস্কৃতিত লীন হৈ যায়। কিন্তু যেতিয়া দেশৰ অন্তৰ্ভাগত শক্তি নাথাকে, তেতিয়া বাহিৰৰ প্ৰভাৱে সহজে জাতিক স্পৰ্শ কৰে। মহাভাৰতৰ যুগত ভাৰতৰ বৈদিক কলা-কৃষ্টিয়ে এটা শক্তিশালী নিৰ্দিষ্ট ৰূপ লয়। কিন্তু শেষৰ ফালে পৰম পুৰুষ শ্ৰীকৃষ্ণৰ বংশতে মদ্যপান তথা বৈদিক ঋষিৰ অনাদৰ অৱহেলাই বৈদিক সংস্কৃতিৰ অধঃপতনকে সূচায়। বৈদিক সংস্কৃতিৰ সাধক মুনিক ৰজা পৰীক্ষিতে অপমান কৰা কাৰ্য্যই এই শক্তিশালী সংস্কৃতিয়ে ক্ৰমশঃ সমাজৰ আস্থা হেৰুওৱাকে বুজায়।

বৈদিক ঋষি বশিষ্ঠক বিশ্বামিত্ৰই অপমান কৰি শেষত ঋষিৰ শক্তিৰ ওচৰত নতশিৰ হ'ল। কিন্তু পৰীক্ষিতে বৈদিক ধৰ্মৰ সাধক শমীক ঋষিক অপমান কৰাত ৰাষ্ট্ৰই ব্যক্তি স্বাধীনতা তথা ধৰ্ম উপাসনাত হাত দিয়া হেতুকে ৰাষ্ট্ৰীয় জীৱন কলুষিত হ'ল। পৰীক্ষিত ব্ৰহ্মশাপত নিধন হ'ল যদিও, ৰাষ্ট্ৰীয় জীৱনত পুনঃ এই আদৰ্শ সম্পূৰ্ণৰূপে প্ৰতিষ্ঠা নহ'ল। বশিষ্ঠই বিশ্বামিত্ৰক অভিশাপ দি ধ্বংস কৰা নাছিল; কিন্তু বিশ্বামিত্ৰক জীয়াই ৰাখি, বিশ্বামিত্ৰক শক্তি প্ৰয়োগৰ দ্বাৰা পৰাজয় কৰি বৈদিক ধৰ্মৰ শক্তি প্ৰকাশ কৰিছিল। কিন্তু পৰৱৰ্তী যুগত বৈদিক

ধৰ্মৰ সাধকসকলৰো বশিষ্ঠৰ দৰে শক্তি নোহোৱা হ'ল। সেয়ে ৰাষ্ট্ৰীয় অৱনতি।

ৰাষ্ট্ৰ আৰু কলা-কৃষ্টিৰ সাধকসকলৰ সহযোগ আৰু পাৰস্পৰিক সন্মান প্ৰদৰ্শনৰ যোগেদি কলাই জনগণক বিপ্লৱমুখী কৰে, অন্যথাই ৰাষ্ট্ৰৰ অৱনতি ঘটে। চতুৰ্দশ শতিকা সেই কাৰণে অসমৰ এটা প্ৰগতিৰ যুগ। কাৰণ এই যুগত নতুন পৰিৱেশত ভাৰতীয় কলা-কৃষ্টিৰ প্ৰচাৰ আৰম্ভ হয়।

চতুৰ্দশ শতিকাৰ প্ৰগতিবাদী চিন্তাৰ আন এটা দিশ প্ৰকাশ পাইছে 'দেৱজিৎ' কাব্যত। এই কাব্য কবিৰাজ কন্দলিৰ হওক বা নহওক, এই কথা সত্য যে দেৱৰাজ ইন্দ্ৰ নাইবা স্বয়ং মহাদেৱো সময়ে সময়ে মদগৰ্বী হ'লে বিশ্বৰ সমতা ৰক্ষাৰ কাৰণে মানৱে আত্মশক্তিৰে যুজ দিব লাগিব। মানৱ সমাজৰ সাত্বিক ভাবৰ প্ৰতিনিধি অৰ্জুনে গীতাৰ উপদেশ সাৰোগত কৰি হৰ আৰু ইন্দ্ৰক ৰণত পৰাজয় কৰি মানৱৰ দৈৱী শক্তিৰ জয় দেখুৱাইছে।

'দেৱজিৎ' কাব্যই আধুনিক সমাজৰ সংগ্ৰামশীল, আধ্যাত্মিক শক্তি সম্পন্ন ব্যক্তিৰ মহিমাৰ আদৰ্শ প্ৰকাশ কৰিছে। অৰ্জুনে ৰথৰ সাৰথি কৃষ্ণৰ সৈতে ৰণত অৱতীৰ্ণ হৈ দেৱৰাজ ইন্দ্ৰ আৰু মহাদেৱক ৰণত হৰুওৱা কাৰ্য্যই সেই যুগৰ মানৱক অত্যাচাৰী শাসনৰ বিৰুদ্ধে যুজ কৰিবলৈ আদৰ্শ দাঙি ধৰিছে। মুঠতে চতুৰ্দশ শতিকাৰ বৈপ্লৱিক চিন্তাই 'দেৱজিৎ' কাব্যৰ মাজেদি প্ৰকাশ কৰিছে যে আসুৰিকভাৱে দেৱতাক স্পৰ্শ কৰিলে দেৱতাও মানৱৰ হাতত পতন হব।

সেয়ে দেখা যায় ধৰ্মই মানৱৰ বৈপ্লৱিক চিন্তাত বাধা নিদিয়ে। পুৰুষোত্তম কৃষ্ণই অৰ্জুনক মানৱৰ প্ৰতিনিধি হিচাবে নিৰ্বাচন কৰি মানৱৰ সংগ্ৰামখনত শক্তি যোগাই পৃথিৱীতে স্বৰ্গ ৰাজ্য প্ৰতিষ্ঠা কৰাৰ আদৰ্শ দাঙি ধৰিছে। সেইকাৰণে চতুৰ্দশ শতিকাই মানৱৰ বৈপ্লৱিক শক্তিক উপেক্ষা কৰা নাই। সকলো যুগৰে প্ৰগতিবাদী কলাকাৰে মানৱৰ বৈপ্লৱিক দৈৱী শক্তি বিকাশৰ কাৰণে যত্নপৰ হৈ আসুৰিক

শক্তিৰ পতন দেখুৱায়। মানৱৰ অন্তৰত সুপ্ত হৈ থকা দৈৱী আৰু আসুৰিক শক্তিৰ সংগ্ৰামৰ চিত্ৰ আঁকি দৈৱী শক্তিৰ অভ্যুদয় দেখুৱাই ধৰ্মশাস্ত্ৰ তথা প্ৰগতিবাদী কলাকাৰৰ লক্ষ্য।

যেতিয়া ব্যক্তিৰ জীৱনত তথা ৰাষ্ট্ৰৰ জীৱনত দৈৱী শক্তি আসুৰিক শক্তিৰ দ্বাৰা প্ৰতিহত হয় তেতিয়াই ব্যক্তিৰ আত্মাৰ বন্ধন ৰাষ্ট্ৰৰো বন্ধন। এই কথা উপলব্ধি কৰিয়েই হৰিহৰ বিপ্ৰ আৰু হেম সৰস্বতীয়ে পিতা-পুত্ৰৰ সংঘাত বিষয়ক তিনিটা ঘটনাক কাব্যিক ৰূপ দি 'বভ্ৰুবাহনৰ যুদ্ধ', 'লৱকুশৰ যুদ্ধ', আৰু 'প্ৰহ্লাদ চৰিত', নামৰ গ্ৰন্থসমূহত পিতৃৰ বিৰুদ্ধে পুত্ৰক যুজিবলৈ আদৰ্শ দাঙি ধৰিছে।

যদিও সনাতন ধৰ্মই 'পিতা ধৰ্মঃ পিতা স্বৰ্গঃ' বুলি কৈছে তথাপি আত্মমৰ্য্যাদা ৰক্ষাৰ কাৰণে পিতৃৰ বিৰুদ্ধে পুত্ৰক যুজিবলৈ তথা অত্যাচাৰী পিতৃৰ পতন ঘটাবলৈ পুত্ৰক উপদেশ দিছে। সাত্বিক ভাবাপন্ন পুত্ৰই পিতৃৰ গৰ্ব চূৰ্ণ কৰি পুত্ৰ তথা পৰৱৰ্ত্তী পুৰুষৰ আধ্যাত্মিক শক্তিৰ পৰিচয় দিছে। এয়েই প্ৰগতিবাদী আদৰ্শ।

সাত্বিক ভাবৰ প্ৰতিমূৰ্তি প্ৰহ্লাদে অত্যাচাৰী পিতৃৰ হাতৰপৰা ৰাষ্ট্ৰ তথা বিশ্বক ৰক্ষা কৰিবৰ কাৰণে নিজেই সকলো শাস্তি মূৰ পাতি লৈ পিতৃৰ পতন ঘটাই প্ৰমাণ কৰিলে যে আধ্যাত্মিক শক্তি সম্পন্ন লোকে সহনশীল ভাবেৰে দৃঢ়চিত্তে কাম কৰি অত্যাচাৰী ৰাজশক্তি ধূলিস্যাৎ কৰিব পাৰে।

বভ্ৰুবাহন আৰু লৱ-কুশে আত্ম-মৰ্য্যাদা ৰক্ষাৰ কাৰণে পিতৃদেৱক বধ কৰিছিল। সত্য ৰক্ষাৰ কাৰণে পিতা-পুত্ৰৰ ৰণৰ আদৰ্শযুক্ত সাহিত্য যিটো যুগত প্ৰচাৰ তথা সমাদৃত হয়, সেই যুগ প্ৰগতিশীল। কবিসকলে এটা বিশেষ লক্ষ্য ৰাখি সমাজত এই প্ৰগতিবাদী সাহিত্য সৃষ্টি কৰিছিল।

ৰুদ্ৰ কন্দলিয়ে 'সাত্যকী প্ৰবেশ' গ্ৰন্থত ধৃষ্ট কেতুৰ দ্বাৰাই দ্ৰোণক উদ্দেশ্য কৰি কৈছে—

"কিসক লাগিয়া ব্ৰহ্মকুলে উপজিলি।
কিসক লাগিয়া তুমি তপ আচৰিলি ॥

  

কোন শাস্ত্ৰ বলে ব্ৰাহ্মণৰ হিংসা ধৰ্ম।

  

পেটৰ ভাতক লাগি অধোগতি যাইবা।"

ৰুদ্ৰ কন্দলিয়ে দ্ৰোণক উদ্দেশ্য কৰি প্ৰয়োগ কৰা উক্তি সমূহত ব্ৰাহ্মণৰ অধঃপতিত অৱস্থাক বিদ্ৰূপ কৰি সমাজৰ সংস্কাৰ সাধনৰ চেষ্টা কৰা হৈছে। দ্ৰোণাচাৰ্য্যৰ নিচিনা এজন বিজ্ঞ লোকে একমাত্ৰ পুত্ৰৰ কাৰণে ধনৰ লোভত পাপাসক্ত হোৱা কাৰ্য্যক কবিয়ে তিৰস্কাৰ কৰিছে।

ৰাষ্ট্ৰীয় জীৱনত তথা মানৱৰ ব্যক্তিগত জীৱনত নানান পাপ প্ৰলোভনে ৰাষ্ট্ৰ তথা ব্যক্তিক আদৰ্শচ্যুত কৰি সমাজ জীৱনক ৰুগ্ন কৰা যেন দেখিলে কলাকাৰসকলে সমাজৰ ৰোগ নিৰ্মূল কৰি মানৱতা বোধ জাগ্ৰত কৰিবৰ কাৰণে উদ্দেশ্য ধৰ্মী সাহিত্য সৃষ্টি কৰে। সেই কাৰণে চতুৰ্দশ শতিকাৰ বিপ্লৱী কলাকাৰ সকলে প্ৰাচীন ভাৰতৰ আদৰ্শ নতুন দৃষ্টিভঙ্গীৰে ৰূপ দিছে। এই পটভূমিত সৃষ্টি হোৱা অসমীয়া কাব্যসাহিত্যই কবিসকলৰ গণতান্ত্ৰিক বোধ প্ৰকাশ কৰিছে।



# অসমীয়া কাব্য সাহিত্য আৰু জাতীয় জীৱনত প্ৰগতিবাদী চিন্তা

**পঞ্চদশ-ষোড়শ-সপ্তদশ শতিকা**:—চতুৰ্দশ শতিকাৰ বৰাহী ৰাজ্যৰ কলাকাৰ আৰু কমতা ৰাজ্যৰ কবি শিল্পীসকলে, অসমীয়া জাতীয় জীৱনৰ ভেটি প্ৰতিষ্ঠা কৰি পৰৱৰ্তী যুগৰ কলাকাৰ সকলক যি প্ৰগতিবাদী আদৰ্শ দেখুৱালে; মহাপুৰুষ শঙ্কৰদেৱে তেওঁৰ পূৰ্বসুৰী সকলক দেখুওৱা শ্ৰদ্ধাই পৰৱৰ্তী কলাকাৰ সকলৰ মনোভাব ব্যক্ত কৰিছে। সেয়ে পৰবৰ্তী বিভিন্ন যুগৰ চিন্তাধাৰাৰ আঁত চতুৰ্দশ শতিকাৰ কাব্য কলাৰ মাজেৰে বিচাৰিব লাগিব।

ভাৰতৰ বৈদিক সংস্কৃতিয়ে চাৰি বেদ আৰু চৈধ্য শাস্ত্ৰৰ মাজেৰে বিকশিত হৈ ভাৰতীয় জাতি গঢ় দিছে। এই সকলোবোৰ কাব্য-কলা তথা সংস্কৃতি প্ৰধানকৈ পৰম পুৰুষ ৰাম কৃষ্ণৰ ঐশ্বৰিক আৰু মানবীয় লীলাৰ মাজেদি ব্যক্ত হৈছে। সেয়ে চতুৰ্দশ শতিকাৰ কলাকাৰ সকলে বৈদিক সংস্কৃতি জনসাধাৰণৰ মাজত ব্যক্ত কৰি; অসমৰ সকলো জাতি উপজাতিৰ ভাষা-সংস্কৃতি বৈদিক সংস্কৃতিৰ নিৰবচ্ছিন্ন সোঁত জড়িত কৰি; অসমৰ শক্তিশালী জাতীয় জীৱনৰ ভেঁটি প্ৰতিষ্ঠা কৰে। মহাপুৰুষ শঙ্কৰ-মাধৱ আদিয়ে এই ভেঁটিত স্বৰ্ণ সৌধ নিৰ্মাণ কৰে।

প্ৰকৃততে মহাকাব্য দুখন আৰু অষ্টাদশ পুৰাণৰ মাজেদি ভাৰতীয় জাতীয় জীৱনৰ যি অভিজ্ঞতা সঞ্চিত হৈছে; তাৰ নৱ মূল্যায়ণ আৰম্ভ হয় চতুৰ্দশ শতিকাৰ কাব্য-কলাৰ মাজেদি। কাব্য-কলা তথা সুকুমাৰ কলা প্ৰকৃততে শিল্পীৰ হৃদয় সম্ভূত জাতীয় জীৱনৰ আদৰ্শাত্মক চিত্ৰ। সেয়ে যি কোনো যুগৰ কাব্য-কলাৰ বিচাৰ প্ৰসঙ্গত মহাভাৰতীয় জীৱনৰ বিশাল অভিজ্ঞতাৰ অংশ হিচাবে অসমৰ সংস্কৃতি বিচাৰ্য্য।

সংস্কৃত সাহিত্যৰ ৰসাস্বাদন কৰা কবিৰাজ কন্দলি আৰু কমতাপুৰৰ কাব্যকাৰ সকলে সংস্কৃত গ্ৰন্থবোৰ আক্ষৰিক অনুবাদ কৰা নাই।

তেওঁলোকে বুজি পাইছিল যে অনুবাদ সাহিত্যৰ প্ৰয়োজন বুজা পাঠক সেই যুগত সৃষ্টি হোৱা নাই। যি খন সমাজত গভীৰ ভাৱে গৱেষণা মূলক দৃষ্টিভঙ্গী জাগ্ৰত হয়; সেইখন সমাজেহে তাত্বিক দৃষ্টিৰে মূল গ্ৰন্থৰ ভিতৰত প্ৰৱেশ কৰাৰ চেষ্টা কৰে।

তদুপৰি নবীন ভাৰতীয় আৰ্য্য ভাষা সমূহ তথা অসমীয়া ভাষাই চতুৰ্দশ শতিকাত জাতীয় জীৱনৰ পৰা যি শক্তি লাভ কৰিছিল; সেই শক্তিৰ মাজেদি এটা ভিন্ন সুৰ প্ৰতিধ্বনিত হৈছিল। কাব্যকাৰ সকলে সৰ্বভাৰতীয় আদৰ্শৰ প্ৰাণ প্ৰাচুৰ্য্যৰ দ্বাৰা অঞ্চল বিশেষক গঢ় দি আত্ম-প্ৰকাশৰ উপায় হিচাবে প্ৰাচীন ভাৰতীয় সাহিত্যৰ পটভূমিত নিজৰ মৌলিকত্বা বিকাশ কৰিছিল। সেয়ে কাব্যৰ আকৃতি প্ৰকৃতিৰ স্বৰূপ নিৰ্ধাৰণ কৰি চতুৰ্দশ শতিকাৰ কলাকাৰ সকলে বৈষ্ণৱ তথা বৈষ্ণৱ যুগৰ পৰৱৰ্তী শিল্পী সকলকো প্ৰগতিবাদী চিন্তাৰ পথ দেখুৱায়।

সমন্বয় সাধনৰ মাজেদি প্ৰসাৰিও হোৱা বৈদিক সংস্কৃতিয়ে কিৰাত দেশৰ জন সংস্কৃতিত নতুন বোল সানি, চতুৰ্দশ শতিকাত যি প্ৰগতিবাদী ভাবধাৰাৰ সৃষ্টি কৰিলে পঞ্চদশ শতিকাত এই আদৰ্শ ব্যাহত হয়। কপিলপৰীয়া বৰাহী ৰাজ্যৰ পতন আৰু কমতাপুৰ ৰাজ্যৰ আভ্যন্তৰীণ সংঘাতে এই শতিকাত অসমীয়া জাতিৰ শক্তি কাব্য-কলাৰ মাজেদি বিকশিত নকৰিলে।

**বৈষ্ণৱ কাব্য-কলাৰ প্ৰগতিবাদী আদৰ্শ:**—সকলো যুগৰে সকলো প্ৰকাৰ প্ৰগতিশীল কলাই মানৱৰ অন্তৰ্নিহিত শক্তি জাগ্ৰত কৰি জীৱনক নতুন দৃষ্টিৰে চাবলৈ শিকায়। সেই কাৰণে শঙ্কৰী যুগ নাইবা শঙ্কৰোত্তৰ যুগৰ কাব্য-কলাই জন জীৱন স্পৰ্শ কৰি বৈপ্লৱিক ৰূপ ললেও, সাধাৰণভাৱে পঞ্চদশ-ষোড়শ সপ্তদশ শতিকাৰ কাব্য-কলাক বৈষ্ণৱ শাক্ত দুটা ভাগত বিভক্ত কৰিব পাৰি।

পঞ্চদশ শতিকাৰ শেষ ভাগত দেশৰ সাংস্কৃতিক সংঘাতে কমতা ৰাজ্যৰ ৰাজনৈতিক বিপৰ্যয় ঘটালে যদিও, বড়ো-কছাৰী বংশীয় কোচ

ৰাজশক্তিৰ উত্থানে পুনঃ কামৰূপ ৰাজ্যৰ পশ্চিম অঞ্চলত কোচ ৰাজ্যত চতুৰ্দশ শতিকাৰ কাব্য-কলাৰ অনুশীলন প্ৰতিষ্ঠিত কৰিলে।

কোচৰজা বিশ্বসিংহই ষোড়শ শতিকাৰ আদিভাগত ৰাজপাটত উঠিয়েই কামৰূপ ৰাজ্যৰ অনাৰ্য্য সংস্কৃতিৰ কেন্দ্ৰস্থান কামাখ্যা মন্দিৰ আৰু হাজোৰ হয়গ্ৰীৱ মাধৱৰ মন্দিৰ পুনঃ নিৰ্মাণ কৰে। এওঁ নৰনাৰায়ণ আৰু চিলাৰায় পুত্ৰদ্বয়ক কাশীত শিক্ষালাভ কৰিবলৈ পঠাই সৰ্বভাৰতীয় আদৰ্শৰ প্ৰতি যি আগ্ৰহ দেখুৱালে সেয়েই অসমীয়া জাতীয় জীৱন আৰু কাব্য সাহিত্যত প্ৰগতিবাদৰ সূচনা কৰিলে।

বিশ্বসিংহই অৱহেলিত সংস্কৃতিক নৱৰূপ দি কোচবিহাৰত নতুনকৈ ৰাজধানীত পাতি দেশত শিল্প-বাণিজ্যৰ সম্প্ৰসাৰণৰ পথ মুকলি কৰিলে। মুছলমানৰ শাসনাধীন গৌড়ৰ দাতিতে স্থাপিত হোৱা শক্তিশালী হিন্দুৰাজ্যখনৰ পূৰ্ণ শক্তি বিকশিত হ'ল বিশ্বসিংহৰ বীৰ পুত্ৰদ্বয়ৰ ৰাজত্ব কালত। সেয়ে দেখা যায় ৰাজ্যৰ নিৰাপত্তা আৰু শাসকৰ কলানুৰাগে ৰাজ্যক প্ৰগতিশীল কৰে।

শঙ্কৰী তথা শঙ্কৰোত্তৰ কালৰ প্ৰগতিবাদী বৈষ্ণৱ কলাকাৰ সকলে প্ৰকৃততে 'সৰ্বজনবোধে' কাব্য ৰচনা প্ৰয়াসী কবিৰাজ কন্দলি তথা সেই যুগৰ কবিসকলৰ পৰা কাব্যৰ ৰচনাশৈলীৰ আদৰ্শ গ্ৰহণ কৰে। চতুৰ্দশ শতিকাৰ প্ৰগতিবাদী আদৰ্শই পৰৱৰ্তী যুগত কাব্যৰ উপৰিও গীত, নৃত্য, চিত্ৰ, বাদ্য আৰুনাট্য কলাৰ মাজেদি কোচৰাজ্যৰ উপৰিও আহোম ৰাজ্যতো প্ৰবেশ কৰে।

অসমৰ সাংস্কৃতিক জীৱন বিকাশৰ মূলতে বড়ো কছাৰী ৰাজশক্তি আৰু কায়স্থ ভূঞাসকলৰ ৰক্তৰ মিশ্ৰণ। ভুবনেশ্বৰীয়ে ৰাজ কাৰেঙত যি সাংস্কৃতিক সোঁত প্ৰবাহিত কৰিলে, সেয়ে অসমীয়া জাতীয় জীৱনৰ মণি-কাঞ্চন যোগ। গৌড়ৰ মুছলমান নবাবৰ জীয়াৰী গড়মাই কমতা ৰাজ্যৰ ধ্বংস সাধন কৰিলে; কিন্তু ৰামৰায়ৰ জীয়াৰীয়ে জাতিৰ শক্তি বৃদ্ধি কৰিলে। হিন্দু-মুছলমানৰ সাংস্কৃতিক মিলনৰ প্ৰয়াসে জাতীয়

জীৱন সুস্থ নকৰিলে। কিন্তু কিবাত আৰ্য্য সংস্কৃতিয়ে জাতীয় জীৱন সুস্থ কৰিলে।

বড়ো-কছাৰী বংশীয় ক্ষত্ৰিয় ৰজাসকল শিৱ-শক্তিৰ উপাসক। প্ৰাচীন কামৰূপ ৰাজ্যৰ অধিবাসী সকল প্ৰধানকৈ হৰ-গৌৰীৰ উপাসক হলেও, আৰ্য্যসকলৰ প্ৰধান দেৱতা ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰৰ পূজাৰ লগত কোনো বিসঙ্গতি ঘটা নাছিল। ভাৰতীয় জাতীয় জীৱনত সমন্বয় সাধনকাৰী শক্তি আছিল।

চতুৰ্দশ শতিকাত কলাকাৰ সকলে বিভিন্ন শ্ৰেণীৰ পাঠকৰ মনোৰঞ্জনৰ কাৰণে ৰচনা কৰা 'ৰাম-কৃষ্ণ' আৰু 'হৰ-গৌৰী' বিষয়ক কাব্য সমূহে ৰজা-প্ৰজাৰ সমন্বয় মূলক প্ৰগতিবাদী চিন্তাৰে পৰিচয় দিয়ে। শিৱ-শক্তিৰ উপাসনাৰ বাবে খ্যাতি থকা কামৰূপ ৰাজ্যৰ শিৱ-শক্তিৰ উপাসনাই কাব্যৰ মাজেদি ৰূপ নোপোৱাহেঁতেন জাতীয় জীৱনত অসুস্থতাৰ ৰূপহে প্ৰকাশ পালেহেঁতেন।

আনকি মহাপুৰুষ শঙ্কৰদেৱৰ উপৰি পুৰুষ সকলৰ সাংস্কৃতিক জীৱনত হৰ-গৌৰী উপাসনাৰ প্ৰভাৱ সুগভীৰ। বৈদিক সংস্কৃতিৰ সাধক কায়স্থ ভুঞাসকলে ভাৰতীয় সংস্কৃতিৰ প্ৰৱাহ ৰাজশক্তি আৰু কলাৰ যোগেদি কামৰূপ ৰাজ্যৰ বিভিন্ন অংশত প্ৰৱাহিত কৰি ; জাতীয় জীৱন প্ৰগতিশীল কৰি ৰাখিছিল। ভুঞাসকলৰ ৰাজ্য পতন হ'ল যদিও, কলাৰ মাজেদি লাভ কৰা শক্তিয়েই অসমৰ জাতীয় জীৱনৰ ভেঁটি সুদৃঢ় কৰিলে।

চতুৰ্দশ শতিকাৰ জাতিৰ কলাত্মক ছবিখনৰ বিভিন্ন ৰং থাকিলেও, শঙ্কৰী যুগ তথা শঙ্কৰোত্তৰ যুগত সৰ্বভাৰতীয় বৈষ্ণৱ আদৰ্শৰ প্ৰভাৱে শিৱ-শক্তি বিষয়ক কাব্য-কলা বিকাশত বাধা জন্মায়। তদুপৰি তান্ত্ৰিক বৌদ্ধ ধৰ্মই শিৱ-শক্তিৰ উপাসনাৰ লগত জড়িত হৈ সমাজৰ আদৰ্শ বিপথগামী কৰা হেতুকে, প্ৰগতিবাদী কাব্যকাৰ সকলে ৰাম-কৃষ্ণ বিষয়ক কাব্য-কলাৰ যোগেদি বেদ-বিৰোধী বৌদ্ধ ধৰ্মৰ প্ৰভাৱ দূৰ কৰাত যত্নপৰ হ'ল। মুছলমান শাসনাধীন ভাৰতত পৰম পুৰুষ

ৰাম-কৃষ্ণৰ আদৰ্শৰ দ্বাৰাইহে দেশৰ উদ্দেশ্য সাধন হ'ব বুলি কলাকাৰ সকলে ভাবিছিল।

বৈষ্ণৱ কলাকাৰ শঙ্কৰদেৱে বেদ-বিৰোধী বৌদ্ধসকলক 'পাষণ্ড মৰ্দন'ৰ দ্বাৰা তিৰস্কাৰ কৰি ক্ষান্ত থকা নাই; সমাজৰ অৱহেলিত শ্ৰেণীৰ নাৰী ৰাধিকাক ব্ৰাহ্মণ সকলৰ আগত সতীৰূপে প্ৰতিষ্ঠা কৰি, সমাজৰ অৱহেলিত শ্ৰেণীটোক প্ৰেৰণা যোগাই ৰাষ্ট্ৰৰ অৰ্থনৈতিক আঁচনি বন্ধ বান্ধা কামত নিয়োগ কৰি গণতান্ত্ৰিক আদৰ্শৰদ্বাৰা ব্যক্তিৰ জীৱন তথা নাৰীৰ শক্তিক স্বীকৃতি দিছে। এই আদৰ্শও কমিউনিষ্টৰ সমাজতান্ত্ৰিক বাস্তৱবাদ।

কবিৰাজ কন্দলিয়ে ৰাজধানীৰ তেলীসকলক স্বীকৃতি দিছিল। কিন্তু শুক্লধ্বজে তেলীয়াব বজাৰৰপৰা এগৰাকী শান্তি কন্যা বিচাৰি আনি তেওঁৰদ্বাৰা দৌলত পূজা কৰাই যি স্বীকৃতি দিলে; তাৰদ্বাৰা প্ৰগতিবাদী চিন্তা প্ৰকাশ পাইছে। ৰাজশক্তিয়ে তেলীয়াৰ মাজৰ পৰা শান্তি কন্যা বিচাৰি আনি উচ্চ স্থান দিয়া কাৰ্য্যই ব্যৱসায়ৰ ভিত্তিত গঢ় লোৱা জাতিক সন্মান প্ৰদৰ্শন কৰাৰ লগতে সাধাৰণ শ্ৰেণীৰ নাৰীকো সামাজিক স্বীকৃতি দিছে।

সেয়ে দেখা যায়, ৰাজ-শক্তি আৰু কলাকাৰৰ সমূহীয়া চেষ্টাই সমাজৰ সাংস্কৃতিক জীৱন ইমান উচ্চ স্তৰলৈ নিছিল যে, চন্দৰী আয়ে ধনুখণ্ডা নদীত কাপোৰ ধুই থাকোঁতে গীতাৰ বাণী আওৰাই যি সাংস্কৃতিক জীৱনৰ চানেকী দেখুৱাইছিল; তাৰ দ্বাৰা তৰ্ক কৰিবলৈ অহা সংস্কৃতজ্ঞ পণ্ডিতসকলো স্তম্ভিত হৈছিল। ৰাষ্ট্ৰই কলাকাৰৰ সহায়তহে জনসাধাৰণক প্ৰগতিৰ পথ দেখুৱাব পাৰে। ৰাষ্ট্ৰই আইন শৃঙ্খলা ৰক্ষা কৰি কলাকাৰৰ যোগেদি শক্তিশালী সামাজিক আন্দোলন সৃষ্টি কৰি জাতীয়তাবাদী মনোভাব জগাব পাৰে।

সাধাৰণতে ভবা যায় যে শঙ্কৰদেৱেইহে বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ পাতনি মেলে। কিন্তু প্ৰকৃততে কবিৰাজ কন্দলিয়ে ৰামক ঈশ্বৰৰ অৱতাৰ

ৰূপে প্ৰতিষ্ঠিত কৰি বৈদিক সংস্কৃতি বিকাশৰ পথ সুগম কৰিছে। কন্দলিয়ে কৈছে—

"স্বৰূপ আৱৰি নিজ মায়া বশ্য কৰি।
দশৰথ গৃহে লীলা ৰূপে অৱতৰি॥
মনুষ্যৰ নয় কৰ্ম কৰিলা অপাৰ।
যাহাৰ শ্ৰৱণে মহা পাপীৰো উদ্ধাৰ॥"

অযোধ্যা কাণ্ড ঃ পদ ঃ ১৪৯৪।

পৰৱৰ্তী বৈষ্ণৱ যুগৰ বাবে শ্ৰৱণ কীৰ্তন ভক্তিৰ মাহাত্ম্য সুচনা কৰি কন্দলিয়ে ব্যক্তিৰ জীৱনৰ মূল্যাঙ্কন কৰি ভাৰত ভুমিৰ শ্ৰেষ্ঠতা দেখুৱাইছিল। কিন্তু মহাপুৰুষ মাধৱদেৱে সাধাৰণ মানুহক যিদৰে ভাই-ভাই সম্বন্ধেৰে গভীৰ আন্তৰিকতাৰে আঁকোৱালি লৈছে কন্দলিয়ে সেইদৰে আগবঢ়া নাই।

সকলো যুগতে মানৱে বৈষয়িক সুখত মগ্ন হৈ আধ্যাত্মিক সুখ পাহৰি যায়। সেই কাৰণে প্ৰাচীন কলাকাৰসকল সততে মানৱৰ আধ্যাত্মিক শক্তি জাগ্ৰত কৰাৰ কাৰণে সচেষ্ট। কিন্তু সেই বুলি ঐহিক সুখক উপেক্ষা কৰা নাই। কন্দলিয়ে কৈছে—

"ৰামায়ণ কথা শুনি শৰীৰ নিষ্পাপ হব
সকল আপদ হেলে তৰি।
যত সব ধৰ্মচয় সব অপ্ৰয়াসে সিজে
নাযাইবে যমৰ নগৰী॥
গুৰ্বিনী অপুত্ৰজনে ৰূপৱতী কন্যাগণে
মন অভিলাষ পাৱে স্বামী।
আয়ু বাঢ়ে পাৱে সুখ আৰোগ্য জীৱয় লোক
অন্তকালে হোৱে স্বৰ্গগামী॥"

কবিয়ে দৃঢ়ভাৱে কৈছে, কলানুশীলনৰদ্বাৰা মানৱৰ আত্মশক্তি জাগ্ৰত হ'লে ঈশ্বৰৰ ভক্তিৰদ্বাৰা সকলো বাধা-বিঘিনি অতিক্ৰম কৰিব পাৰিব। সুখে-সন্তোষে জীৱন কটাই দীৰ্ঘায়ু প্ৰাপ্ত হোৱাই সংসাৰী

লোকৰ লক্ষ্য। সংসাৰী লোকৰ এই আশা-আকাঙ্ক্ষাক স্বীকৃতি দি কবিয়ে প্ৰতিকাৰৰ উপায়ো দিছে।

কন্দলিৰ পৰৱৰ্ত্তী কলাকাৰসকলেও গাৰ্হস্থ্য ধৰ্মৰ আৰু হৰি ভক্তিৰ শ্ৰেষ্ঠতা দেখুৱাই মানৱৰ ঐহিক পাৰত্ৰিক সুখ-শান্তি ভোগ কৰাৰ উপায়ৰূপে কাব্য-কলা অনুশীলনৰ উপদেশ দিছে। আধ্যাত্মিক প্ৰগতিবাদী কলাৰ অনুশীলনে মানৱৰ হৃদয়ত ৰসবোধ জাগ্ৰত কৰি সুস্থভাৱে জীৱন-ৰস উপভোগ কৰাৰ প্ৰেৰণা যোগায়। মহাপুৰুষ মাধৱদেৱে গীতাৰ সাৰমৰ্ম অনুসৰি সংসাৰী লোকক উদ্দেশ্য কৰি কৈছে—

"স্ত্ৰী শূদ্ৰ বৈশ্য আদি যত বিষয়ত সদা মাত্ৰ ৰত
মোক ভজি সুখে ইসবো হোৱে উদ্ধাৰ"

মাধৱদেৱৰ এই উক্তিৰ মাজেদি বৈষয়িক চিন্তা আৰু সাংস্কৃতিক জীৱনৰ সমন্বয় ৰক্ষা কৰা হৈছে।

প্ৰকৃততে আধ্যাত্মিক শক্তি সম্পন্ন লোকেহে জ্ঞান-বিজ্ঞান, দৰ্শনৰ বিভিন্ন মতবাদ চিন্তা কৰি সুখী সংসাৰী জীৱন যাপন কৰিব পাৰে। সেয়ে বৈষ্ণৱ কলাকাৰসকলে বৈদিক সংস্কৃতি পৰিবৰ্তিত ৰূপত প্ৰতিষ্ঠা কৰাৰ চেষ্টা কৰে। বুৰ্জোৱা শাসকৰ ৰাজ্যত সমাজবাদী মনোভাৱেৰে বৈষ্ণৱ কলাকাৰসকলে 'সৰ্বজন বোধে' সৰ্বহাৰাৰ বাবে কাব্য ৰচনা কৰিছে।

কোচৰাজ্যৰ কলাকাৰ সকলক একে আদৰ্শৰদ্বাৰা অনুপ্ৰাণিত কৰিবৰ উদ্দেশ্যে আৰু ৰাষ্ট্ৰৰ সৰ্বশ্ৰেণীৰ লোকক সহ-অৱস্থানৰ যোগেদি সুস্থ নাগৰিক জীৱন যাপনৰ আহি দেখুৱাবৰ কাৰণে কোচ ৰাজসভাৰ দ্বাৰ ভাৰতৰ সকলো পণ্ডিত লোকৰ কাৰণে উন্মুক্ত আছিল। ইয়াৰ ফলত সৰ্বভাৰতীয় আদৰ্শৰ প্ৰভাৱে ৰাষ্ট্ৰৰ কলাকাৰসকলক আধুনিকতম চিন্তাৰ লগত পৰিচিত কৰি ৰাখিছিল।

বিশ্বসিংহৰ আদৰ্শ সাৰোগত কৰি নৰনাৰায়ণ ৰজাই কামাখ্যা, হয়গ্ৰীৱ মাধৱ আদিৰ মন্দিৰবোৰ মেৰামত কৰি মন্দিৰৰ পূজা-সেৱাত

প্ৰাণ প্ৰতিষ্ঠা কৰিছিল। আনকি নৰনাৰায়ণ ৰজাই বৌদ্ধ ধৰ্মৰ গুৰুসকলোকো সমাদৰ জনাইছিল। ৰাজসভাত এফালে যিদৰে সংস্কৃত সাহিত্যৰ গভীৰ অনুশীলন, সেইদৰে আনফালে অসমীয়া, বঙালী সাহিত্যসেৱীসকলৰ সহঅৱস্থান। গৌড়ৰ মুছলমান শাসনত পীড়িত ভালেমান পণ্ডিতে কোচ ৰাজসভাৰ শোভা বৰ্দ্ধন কৰিছিল।

ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণত কলাকাৰসকলে প্ৰেৰণা লাভ কৰি বৈপ্লৱিক দৃষ্টিভঙ্গীৰে ৰজা-প্ৰজাৰ একাত্মবোধ গঢ়ি তুলিছিল। সংস্কৃত সাহিত্য অধ্যয়নৰ যোগেদি মানসিক পৰিপুষ্টি লাভ কৰা মহাৰাজ নৰনাৰায়ণে বৰাহী ৰজা মহামাণিক্যৰ দৰে উচ্চ পৰ্য্যায়ৰ কলাজ্ঞানৰ দ্বাৰা উচ্চ সাহিত্য সৃষ্টিত প্ৰেৰণা যোগাব পাৰিছিল। সেয়ে এই যুগৰ প্ৰগতিবাদী কলাৰ মূল্যাঙ্কন কৰোঁতে ৰাজধানীৰ প্ৰভাৱ মনত ৰাখিব লাগিব। সাম্প্ৰতিক কালৰ গণতান্ত্ৰিক ভাৰত-অসমৰ চৰকাৰে সৰ্বভাৰতীয় যোগাযোগ ৰক্ষাৰ বাবে যি প্ৰচেষ্টা চলাইছে নৰনাৰায়ণ ৰজাই সেই আদৰ্শমতে কাম কৰিছিল।

চতুৰ্দশ শতিকাৰ কলাকাৰসকলে সৰ্বভাৰতীয় জীৱন প্ৰবাহৰ আদৰ্শাত্মক ৰূপ হৃদয়েৰে গ্ৰহণ কৰি অসমীয়া জাতীয় জীৱনৰ পাতনি মেলে; ভাৰতৰ পূৰ্বাঞ্চলৰ সাংস্কৃতিক জীৱন গঢ়ি তোলাৰ মানসে। দশৰথে কৈকেয়ীক ৰাজ্যৰ সীমাৰ কথা কওঁতে কৈছে—

"যাবদাবৰ্ত্ততে চক্ৰং তাবতী মে বসুন্ধৰা।
দ্ৰাবিড়াঃ সিন্ধু সৌবীৰাঃ সৌৰাষ্ট্ৰ দক্ষিণা পথাঃ।
বঙ্গাঙ্গমগধা মৎস্যাঃ সমৃদ্ধাঃ কাশিকোশলাঃ।"

অযোধ্যা কাণ্ড : দশম সৰ্গ : শ্লোক ৩৬।৩৭

দশৰথৰ ৰাজ্যৰ ভিতৰত ভাৰতৰ পূৰ্বাঞ্চল অন্তৰ্ভুক্ত হোৱা নাই। সেয়ে অসমৰ কাব্য সৃষ্টিত ৰামায়ণৰ অৱদান কম; কাৰণ ৰামায়ণত ভাৰতৰ পূৰ্ব অঞ্চলৰ সামগ্ৰিক ৰূপ প্ৰকাশ পোৱা নাই।

মহাভাৰতে সামৰি লোৱা ভাৰতৰ পূৰ্বাঞ্চলৰ কাহিনী 'বভ্ৰুবাহনৰ যুদ্ধ' হৰিবৰ বিপ্ৰই ৰচনা কৰাৰ প্ৰেৰণাতে পৰৱৰ্ত্তী কলাকাৰ শঙ্কৰ

দেৱে 'ৰুক্মিণীহৰণ' আৰু অনন্ত কন্দলিয়ে 'কুমাৰ হৰণ' কাব্য ৰচনা কৰি কামৰূপ ৰাজ্য আৰু সৰ্বভাৰতীয় যোগাযোগৰ কাহিনী ৰূপায়ণ কৰে। শঙ্কৰদেৱে 'পাৰিজাত হৰণ' নাটকতো সৰ্বভাৰতীয় যোগাযোগ তথা কামৰূপ ৰাজ্যত আৰ্য্য-অনাৰ্য্য সংস্কৃতিৰ সংঘাত আৰু মিলন দেখুৱাইছে। বৈষ্ণৱ কবিসকল সৰ্বভাৰতীয় মনোভাবাপন্ন হলেও নিজৰ অঞ্চলৰ ঐতিহ্যৰ প্ৰতিও সজাগ।

## শাক্ত তথা লৌকিক কাব্যত প্ৰগতিবাদী চিন্তা ঃ

বৈষ্ণৱ কলাকাৰসকলে মানৱকেন্দ্ৰিক কলাৰ মাজেদি মানৱতাবোধ জাগ্ৰত কৰাৰ দৰে; শাক্ত তথা লৌকিক কলাকাৰসকলেও জাতীয় জীৱনৰ আন এটা দিশৰ মাজেদি মানৱৰ আধ্যাত্মিক শক্তি জাগ্ৰত কৰিছে।

ভাৰতৰ পূৰ্বাঞ্চলৰ কমতাপুৰ ৰাজ্যৰ 'পাষাণ ভৈৰৱ' তথা শিৱৰ মন্দিৰ আৰু প্ৰাগ্‌জ্যোতিষপুৰ নগৰৰ কামাখ্যা দেৱীৰ মন্দিৰ আৰু তাম্ৰেশ্বৰী দেৱীৰ মন্দিৰক কেন্দ্ৰ কৰিয়েই প্ৰধানকৈ শক্তি উপাসনা হৈছিল। কিন্তু অধিক সংখ্যক জন-জাতীয় লোকৰ উপাস্য 'শিৱ শক্তি' তথা 'হৰগৌৰী'ৰ আখ্যানক কেন্দ্ৰ কৰি অসমীয়া ভাষাত যথেষ্ট কাব্য ৰচনা নহ'ল।

আৰ্য্য কলাকাৰসকলে হাৰিয়া মণ্ডল আৰু হীৰা-জীৰাক শিৱ গঙ্গা আৰু দুৰ্গাৰ অৱতাৰ বুলি স্বীকৃতি দি প্ৰাচীন আৰ্য্য ধৰ্মৰ আদৰ্শেৰে আৰ্য্য-অনাৰ্য্য সংস্কৃতিৰ মিলন ঘটাই বৈপ্লৱিক শাক্ত সাহিত্যৰ ভেটি প্ৰতিষ্ঠা কৰিলে যদিও, বৈষ্ণৱ আদৰ্শই বাধা প্ৰদান কৰিলে। বৈষ্ণৱ আদৰ্শই ৰামায়ণ-মহাভাৰত আৰু পুৰাণৰ ওপৰত ভেটি কৰি আৰ্য্য-অনাৰ্য্যৰ মিলন ঘটাবলৈ চেষ্টা কৰিলে যদিও থলুৱা আদৰ্শক অৱহেলা কৰা হেতুকে বৈষ্ণৱ-শাক্ত সংঘাত সৃষ্টি হ'ল।

বৈদিক সংস্কৃতিয়ে বেদবিৰোধী বুদ্ধক ঈশ্বৰৰ অৱতাৰ বুলি স্বীকৃতি দি বৌদ্ধধৰ্মৰ সাৰভাগ গ্ৰহণ কৰিলে। কিন্তু অসমৰ বৈষ্ণৱ আন্দোলনে বঙ্গদেশৰ দৰে শাক্ত বৈষ্ণৱ কলা-সংস্কৃতিৰ মিলন ঘটাব নোৱাৰিলে।

বৈষ্ণৱ কলাকাৰসকলে 'শাস্ত্ৰৰ উত্তম গীতা' বুলি কলেও গীতাৰ উক্তি 'প্ৰকৃতিং পুৰুষঞ্চৈব বিদ্ধ্যনাদী উভাবপি' বচনৰ সাৰমৰ্ম অনুসৰি বৈষ্ণৱ, শাক্ত তথা লৌকিক কাব্য-কলাৰ সমন্বয় সাধনৰ চেষ্টা কৰা নাই।

বৈষ্ণৱ দৰ্শনে হৰিভক্তিৰ মহিমা প্ৰদৰ্শন কৰি যি স্থিতপ্ৰজ্ঞ চৰিত্ৰৰ সৃষ্টি কৰিছে, শাক্ত কলাকাৰেও শিৱ-শক্তিৰ ভক্তিৰ যোগেদি চান্দ সদাগৰৰ দৰে স্থিতপ্ৰজ্ঞ চৰিত্ৰ সৃষ্টি কৰিছে। বৈষ্ণৱ কলাকাৰসকলে কাব্যৰ বিষয়-বস্তু ভাৰতৰ জাতীয় জীৱনৰপৰা গ্ৰহণ কৰিছে; কিন্তু শাক্ত কলাকাৰসকলে বড়ো-কছাৰী জাতিৰ প্ৰগতিবাদী বণিক চান্দক মানৱৰ আৰু দেৱতাৰ সংঘাতৰ প্ৰতিনিধি হিচাবে সৃষ্টি কৰি অনাৰ্য্যৰ আধ্যাত্মিক শক্তিক স্বীকৃতি দিছে।

চান্দই এবাস্তু শিৱ-ভক্তিৰ দৃঢ়তাৰ বলত ক্ৰুদ্ধা দেৱীৰ লগত যুজ কৰি যি আধ্যাত্মিক শক্তিৰ পৰিচয় দিছে; তাৰদ্বাৰা অনাৰ্য্য শক্তি স্বীকৃত হৈছে। শিৱ-শক্তিৰ আৰাধনাৰ বিশিষ্ট ৰূপ মনসা কাব্য কেইখন। কোচ ৰাজ্যৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক জীৱন বিকাশৰ আন এটা শাখা মনসা কাব্যসমূহ।

বড়ো-কছাৰী জাতিৰ প্ৰধান বণিক চান্দক কাব্যৰ নায়ক হিচাবে লৈ চান্দৰ অভ্যুত্থান দেখুওৱাৰ অন্তৰালত কমতাপুৰ ধ্বংসৰ কাহিনী আৰু কোচ ৰাজশক্তিৰ উত্থান লুকাই আছে। বড়ো কছাৰীসকলে মনসা দেৱীক সামাজিক স্বীকৃতি দিলে কৈৱৰ্ত সম্প্ৰদায়ৰ প্ৰভাৱত। কৈৱৰ্তসকল বৌদ্ধ ধৰ্মাৱলম্বী লোক আছিল। বৌদ্ধ ধৰ্মৰ মনসা দেৱীয়ে কেওট সম্প্ৰদায়ৰ নাৰী সাৰদাৰ যোগেদি বড়ো কছাৰী জাতিৰ মাজত প্ৰবেশ কৰা কাৰ্য্যৰ ফলস্বৰূপে সৃষ্টি হোৱা সংঘাতেই মনসা কাব্যৰ ট্ৰেজিক কাহিনী।

বৈষ্ণৱ কলাকাৰসকলে বিষ্ণুৰ শ্ৰৱণ কীৰ্তন ভক্তিৰ মাহাত্ম্য প্ৰচাৰ কৰিলে; কিন্তু শাক্ত কলাকাৰসকলে কেওট সম্প্ৰদায়ৰ নাৰী সাৰদা আৰু তেওঁৰ বোৱাৰীসকলক মনসা পূজাত পূজাৰিনী ৰূপে সামাজিক মৰ্য্যাদা দি অধিক বৈপ্লৱিক দৃষ্টিভঙ্গীৰ পৰিচয় দিলে। সাৰদা

কেওটনীৰ আদৰ্শই চান্দৰ পত্নী সোনেকাক মনসা পূজা কৰিবলৈ প্ৰেৰণা যোগালে।

শাক্ত কলাকাৰসকলে নাৰীৰ মৰ্য্যাদা উচ্চ কৰাৰ লগতে, বড়ো-কছাৰী গাভৰু বেউলাক সতী-সাধ্বীৰূপত প্ৰতিষ্ঠা কৰি সতী ৰাধিকাৰ ওপৰতো বেউলাক আসন দিলে। বেউলাক এটা ক্ষেত্ৰত সতী সাবিত্ৰীতকৈ উচ্চ আসন দিব লাগিব। আৰ্য্যৰ সতী নাৰী সাবিত্ৰীয়ে নানান ব্ৰত উপাসনাৰদ্বাৰা আধ্যাত্মিক শক্তি লাভ কৰি মৃত্যুক জয় কৰিছিল। কিন্তু বেউলাই শিল্প নৈপুণ্যৰদ্বাৰা দেৱতাক জয় কৰি প্ৰাচীন কামৰূপ ৰাজ্যৰ কলা-সংস্কৃতিৰ উজ্জ্বল চানেকি ৰক্ষা কৰিলে। বৈষ্ণৱ কলাকাৰসকলে বেউলাৰ দৰে কোনো সাধ্বী নাৰী চৰিত্ৰ সৃষ্টি কৰি বাস্তৱ দৃষ্টিভঙ্গীৰ পৰিচয় দিব পৰা নাই।

মনসাই চান্দক জয় কৰিব পৰা নাই। কেৱল অতিমানৱীয় শক্তি সম্পন্না সৰু বোৱাৰী বেউলাই নিজৰ মানৱীয় শক্তিৰদ্বাৰা চান্দকো জয় কৰিলে আৰু মনসাকে উচ্চ মৰ্য্যাদা দিলে। বড়ো-কছাৰী সাউদ চান্দ আৰু বড়ো-কছাৰী গাভৰু বেউলাৰ যোগেদি কেওট-বড়ো-আৰ্য্য সংস্কৃতিৰ নতুন শক্তি সঞ্চাৰিত হ'ল। অসমীয়া জাতিৰ শক্তি বৃদ্ধি হ'ল।

ৰাষ্ট্ৰৰ শক্তি বৃদ্ধি হ'ব লাগিলে ৰাজশক্তি, কলাকাৰ, বণিক সম্প্ৰদায়ৰ যোগাযোগ লাগিব। শাক্ত কলাকাৰসকলে সেই যুগৰ বণিক চান্দক বণিক সম্প্ৰদায়ৰ প্ৰতিনিধি হিচাবে লৈ সামাজিক স্বীকৃতি দি, কাব্য সৃষ্টি কৰি, ব্যৱসায়-বাণিজ্যৰ প্ৰতি মানুহৰ মন আকৰ্ষণ কৰাৰ চেষ্টা কৰিছিল। শাক্ত কলাকাৰসকলৰ ইয়ো প্ৰগতিবাদী চিন্তা।

যি সময়ত বৈষ্ণৱ কলাকাৰসকলে মানৱক কেৱল হৰি-ভক্তি পৰায়ণ হবলৈ উপদেশ দিছিল, সেই সময়ত শাক্ত কলাকাৰসকলে ব্যৱসায়-বাণিজ্যৰ যোগে দেশ-বিদেশ ঘূৰি ফুৰা এক শ্ৰেণীৰ দুঃসাহসিক আধ্যাত্মিক শক্তিসম্পন্ন বণিক শ্ৰেণী গঢ়ি তোলাৰ চেষ্টা কৰিছিল।

বণিক শ্ৰেণীৰ আটাইবোৰ লোক দুৰ্নীতিপৰায়ণ নহয়। বণিক্ শ্ৰেণীক কেৱল নিন্দা কৰিলেই নহয়; শাক্ত কলাকাৰসকলৰ দৰে

আদৰ্শবাদী বণিক চৰিত্ৰ সৃষ্টি কৰি সামাজিক জীৱনৰ সকলো শ্ৰেণীৰ লোকক স্বীকৃতি দিব লাগিব। বৈষ্ণৱ কলাকাৰসকলে পোনপটীয়াকৈ কাব্যৰ মাজেদি সমাজৰ বাস্তৱ চিত্ৰ আঁকা নাই। কিন্তু শাক্ত কলাকাৰ-সকলে স্বাধীন চিন্তাৰ দ্বাৰা সমাজৰ বিভিন্ন শ্ৰেণীৰ লোকৰ চিত্ৰ আঁকিছে। কবিৰাজ কন্দলিয়েও লৌকিক জীৱনক স্বীকৃতি দিয়াৰ প্ৰয়োজন উপলব্ধি কৰিছিল। মুঠতে শাক্ত কলাকাৰসকল অধিক বাস্তৱবাদী।

লঙ্কাৰ লগত ব্যৱসায় বাণিজ্য গঢ়ি তোলা এইজন সাউদে সামাজিক স্বীকৃতি নোপোৱাহেঁতেন, ৰাষ্ট্ৰৰ অৰ্থনৈতিক চিন্তাই কলাকাৰৰ যুগোপযোগী চিন্তা জাগ্ৰত নকৰা বুলি ভবা গলহেঁতেন। সেয়ে কোচৰাজ্যৰ সামাজিক ইতিহাস শাক্ত কলাকাৰসকলে ৰচিছে। বৈষ্ণৱ কলাকাৰসকলৰ দৰে শাক্ত কলাকাৰ সকলে ভনিতাসমূহ উপদেশৰ দ্বাৰা পৰিপূৰ্ণ কৰা নাই।

বৈষ্ণৱ কলাকাৰসকলে শাক্ত প্ৰভাৱ মুক্ত হৈ কাব্য ৰচিছে। কিন্তু শাক্ত কলাকাৰসকলে বৈষ্ণৱ প্ৰভাৱৰ মাজেৰে কাব্য কলাৰ অনুশীলন কৰিছে। বৈষ্ণৱ কাব্যত সম্পূৰ্ণ ৰাজধানীৰ প্ৰভাৱ। কিন্তু শাক্ত সাহিত্য ৰাজধানীৰ প্ৰভাৱমুক্ত। সংস্কৃত কাব্যবোৰ ৰাজ দৰবাৰত সৃষ্টি হয়; কিন্তু প্ৰাকৃত কাব্যবোৰ গাঁও অঞ্চলত ৰচিত। সেইদৰে বৈষ্ণৱ কলাকাৰসকলে প্ৰাচীন আদৰ্শ অনুসৰি গ্ৰাম্য জীৱনৰ চিত্ৰ বৈষ্ণৱ কাব্যত সম্পূৰ্ণ কৰা নাই। শাক্ত কলাকাৰসকলে প্ৰধান কৈ জনসাধাৰণৰ প্ৰেৰণা পাই কাব্য ৰচনা কৰিছিল।

শাক্ত তথা লৌকিক কলাকাৰসকলে বৈষ্ণৱ সাহিত্য তথা সাধু সাহিত্যৰ ৰস গাঁৱলীয়া জনগণৰ মাজত বিতৰণ কৰাৰ কাৰণে উদাৰ মনোভাব লৈ ওজা-পালিৰ উপযোগী কাব্য ৰচনা কৰে। এওঁলোকৰ দুৰ্গাবৰ, নাৰায়ণদেৱে আৰু পীতাম্বৰে এই দুয়োটা দিশ সামৰি লৈছে। দুৰ্গাবৰে স্বকীয় প্ৰতিভাৰ দ্বাৰা অনাৰ্য্য সংস্কৃতিক আৰ্য্যৰ মাজলৈ

আনিলে। লগতে গীতি ৰামায়ণ ৰচনা কৰি আৰ্য্য সংস্কৃতি গাঁও অঞ্চলত প্ৰচাৰ কৰিলে।

লৌকিক কলাকাৰসকল ধৰ্মপ্ৰচাৰক নহয়। এওঁলোক কেৱল কলাৰ সাধক। সেই কাৰণে জনসাধাৰণৰ সাংস্কৃতিক জীৱনৰ সমল হিচাবে সৃষ্টি কৰা এওঁলোকৰ কাব্যই জনসাধাৰণৰ সাংস্কৃতিক জীৱনক স্থায়ী ৰূপ দিছে। সঙ্গীতজ্ঞ ওজা দুৰ্গাবৰে ব্যৱসায়িক ভিত্তিত সঙ্গীত অনুশীলন কৰোঁতে কেৱল মনসা বিষয়ক গীতৰ দ্বাৰা সকলো শ্ৰেণীৰ লোকক সন্তুষ্ট কৰিব পৰা নাছিল।

বৈষ্ণৱ আদৰ্শ জনসাধাৰণৰ মাজত প্ৰচাৰ হোৱাৰ লগে লগে, বৈষ্ণৱ ভাবাপন্ন সমাজত ওজা-পালিৰ নৃত্য-গীত প্ৰদৰ্শন কৰিবৰ বাবে আৰু সকলো শ্ৰেণীৰ লোকৰ ৰুচি অনুযায়ী ওজা-পালি অনুষ্ঠান জনপ্ৰিয় কৰিবৰ বাবে দুৰ্গাবৰে 'গীতি ৰামায়ণ' ৰচনা কৰে।

শাস্ত্ৰীয় কাহিনীক আশ্ৰয় কৰি জনগণৰ উপযোগী ওজা-পালিৰ গীত ৰচনা কৰাৰ বাবে দুৰ্গাবৰে তেওঁৰ পূৰ্বৰ কাব্যকাৰসকলৰ ভিতৰত কন্দলিৰ ৰামায়ণখন নিৰ্বাচন কৰাৰ উদ্দেশ্য আছে। দুৰ্গাবৰে বাল্মীকি ৰামায়ণ অধ্যয়ন কৰা নাই। তেওঁৰ মনসা কাব্যৰ ভাষা তথা কাব্যৰ ৰচনা শৈলীৰ মাজেদি সংস্কৃত কাব্য অধ্যয়নৰ প্ৰভাৱ দেখা নাযায়। তদুপৰি ওজা-পালিৰ ব্যৱসায় কৰা এজন কলাকাৰৰ পক্ষে বাল্মীকিৰ ৰামায়ণ অধ্যয়ন কৰা টান। কবিৰাজ কন্দলিৰ নিচিনা এজন ব্যক্তিয়ে লোক মানস বুজি 'লম্ভা পৰিহৰি সাৰোদ্ধৃত' কৰিহে ৰামায়ণ ৰচনা কৰিছিল। কন্দলিয়ে ৰামায়ণৰ অনুবাদ সম্পৰ্কে কৰা উক্তিতেই দুৰ্গাবৰে গীতি-ৰামায়ণ ৰচনাৰ প্ৰেৰণা পালে। কন্দলিয়ে কৈছে—

"দেৱ বাণী নুহি ইটো লৌকিক হে কথা।
এতেক ইহাৰ দোষ নলৈব সৰ্বথা॥"

ৰামায়ণক বেদৰ মৰ্য্যাদা প্ৰদান কৰা মহান কবিজনে কাব্যক লৌকিক কথা বুলি কৈ, কাব্য-কলাৰ স্বৰূপ নিৰ্ণয় কৰি, দুৰ্গাবৰক লোক ৰঞ্জনৰ বাবে গীতি ৰামায়ণ ৰচনাৰ প্ৰেৰণা যোগালে।

তদুপৰি কবিৰাজ কন্দলিয়ে লোক-জীৱনৰপৰা ভালেমান চিত্ৰ তেওঁৰ কাব্যত সংযোগ কৰিছে। কন্দলিয়ে কৈছে—"কবি সবে নিবন্ধয় লোক ব্যৱহাৰে।" অসমীয়া কাব্য সাহিত্যৰ জনক কবিৰাজ কন্দলিয়ে পৰৱৰ্তী কাব্যকাৰসকলক এই স্বাধীনতা দি যি প্ৰগতিবাদী আদৰ্শ দেখুৱালে, কবি দুৰ্গাবৰে এই প্ৰেৰণা লাভ কৰি মৌলিক দৃষ্টিৰ পৰিচয় দিলে। দুৰ্গাবৰ করুণ ৰসৰ কবি।

দুৰ্গাবৰে মনসা কাব্যত বিভিন্ন ৰস সৃষ্টি কৰিলেও প্ৰকৃততে চান্দৰ কাহিনী করুণ ৰসাত্মক। দুৰ্গাবৰৰ পূৰ্বৰ কমতাপুৰৰ কবিসকলৰ ৰচনাসমূহ বীৰ ৰসাত্মক। সেই কাৰণে কলাকাৰ দুৰ্গাবৰে নিজৰ প্ৰতিভাৰ অনুকুল কন্দলিৰ ৰামায়ণক গীতি ৰূপ দিলে। অসমীয়া সমাজৰ নাড়ীজ্ঞান থকা কবিৰাজ কন্দলিৰ ৰামায়ণ প্ৰাপ্ত অৱস্থাত সঙ্গীতজ্ঞ এজনে গাঁৱলীয়া পৰিবেশত বাল্মীকি ৰামায়ণ অধ্যয়ন কৰা ভাবিব নোৱৰা কথা। ৰামায়ণ করুণ ৰসাত্মক। সেই কাৰণে দুৰ্গাবৰে তেওঁৰ নিজৰ অভিজ্ঞতাৰ পৰিসৰ অতিক্ৰম কৰা নাই। সেয়ে কাব্যৰ বিষয়-বস্তু নিৰ্বাচনত দুৰ্গাবৰৰ বিচক্ষণতা আছে।

কবিৰাজ কন্দলিয়ে প্ৰগতিবাদী দৃষ্টিভঙ্গীৰে লৌকিক ৰুচি অনুসৰি, কাব্য কলাৰ যোগেদি জনসাধাৰণৰ সাংস্কৃতিক জীৱন গঢ় দিয়াৰ প্ৰয়োজন বোধ কৰি, কাব্যত ৰস সৃষ্টিৰ প্ৰশ্ন উত্থাপন কৰিছে। কন্দলিয়ে কৈছে—"সমস্ত ৰসক কোনে জানিবাক পাৰে।" ধৰ্মপ্ৰচাৰৰ উদ্দেশ্য নথকা কলাকাৰজনে এইদৰে কলাৰ স্বৰূপ নিৰ্দ্ধাৰণ নকৰা হ'লে, কোচ ৰাজ্যত ব্যাপকভাৱে শাক্ত ওজা-পালিৰ প্ৰচলন নহ'লহেঁতেন। সমগ্ৰ কোচ ৰাজ্যত বিশেষকৈ গাঁৱলীয়া অঞ্চলত শাক্ত তথা লৌকিক কবিসকলে ৰচনা কৰা ওজা-পালিৰ গীত, সংলাপ আৰু নৃত্যই জন-সাধাৰণৰ সাংস্কৃতিক জীৱন উন্নত কৰিছিল। মনসা পূজাৰ লগত জড়িত দেওধনী নৃত্যই এই সংস্কৃতিৰ আন এটি দিশ মুকলি কৰিছিল।

কিন্তু জনসাধাৰণৰ ৰুচি অনুযায়ী 'অপ্ৰমাদী' কলাকাৰজনৰ আদৰ্শ গ্ৰহণ কৰি কাব্য ৰচনা কৰা পীতাম্বৰ কবিয়ে শঙ্কৰদেৱৰপৰা 'শাক্ত

কামসিক' আৰু 'ধৰ্ম ধৰিবাৰ সিটো যোগ্য নহে লোক' বুলি আখ্যা পালে। ধৰ্ম নধৰাকৈও কলাকাৰে কলাৰ অনুশীলন কৰিব পাৰে। কলাৰ উদ্দেশ্য সদায় ধৰ্মপ্ৰচাৰ নহয়; জনসাধাৰণৰ ৰুচিবোধ উন্নত কৰি ব্যক্তিৰ হৃদয়ত ৰসবোধ জাগ্ৰত কৰাহে কলাৰ লক্ষ্য। শিল্পীৰ হৃদয় বিগলিত হৈ যেতিয়া শিল্প কৰ্ম সৃষ্টি হয়, তেতিয়া তাত 'কামসিক' ভাব নাথাকে। এই ৰসে চিত্তৰ চাঞ্চল্য সৃষ্টি নকৰে বৰং 'কাম জয়' হে কৰে। অৱশ্যে শিল্পীৰ সামগ্ৰিক দৃষ্টিভঙ্গী মন কৰিব লগীয়া।

লৌকিক কলাকাৰ পীতাম্বৰ দ্বিজৰ 'উষা পৰিণয়' কাব্য ওজাপালিৰ উদ্দেশ্যে ৰচনা কৰা। মনসা কাব্যৰ গীত মনসা পূজাত পৰিবেশন কৰা হৈছিল। কিন্তু জনসাধাৰণৰ আন আন উৎসব পৰ্ব আদিত ওজা-পালিয়ে ৰামায়ণ আৰু 'উষা-পৰিণয়' তথা 'হৰ-গৌৰী'ৰ গীত পৰিবেশন কৰিছিল। সেয়ে এই যুগৰ লৌকিক কলাকাৰসকলে প্ৰতিষ্ঠা কৰা এই সাংস্কৃতিক অনুষ্ঠানে আজিও নামনি অসমৰ গাঁৱলীয়া জীৱনক আনন্দ দিছে।

কমতাপুৰ ৰাজসভাত চতুৰ্দশ শতিকাত হেম সৰস্বতীয়ে 'হৰ-গৌৰী সম্বাদ' ৰচনা কৰিলে। পৰৱৰ্তী যুগত কবি পীতাম্বৰে 'হৰ-গৌৰী সম্বাদ'ৰ ওজাপালিৰ সংস্কৰণ প্ৰকাশ কৰিলে। সেয়ে দেখা যায় মনসা বিষয়ক, ৰাম বিষয়ক আৰু হৰ-গৌৰী বিষয়ক গীত-মাত বিভিন্ন সমাজত বিভিন্ন উপলক্ষ্যত ওজা-পালিয়ে পৰিবেশন কৰিছিল। কোচ ৰজাসকলৰ ৰাজধানীৰ উদাৰ চিত্ততাই জনসাধাৰণক উদাৰ দৃষ্টিসম্পন্ন কৰিছিল।

শঙ্কৰদেৱে শাক্ত সাহিত্যক কথা কবিক কামসিক বুলি সমালোচনা কৰি শাক্ত সাহিত্য বিকাশৰ পথ ৰুদ্ধ কৰিলে। বঙ্গদেশৰ বৈষ্ণৱ ধৰ্ম গুৰুসকলৰ তথা কলাকাৰসকলৰ উদাৰতাৰ গুণে শাক্ত সাহিত্য আৰু বৈষ্ণৱ সাহিত্যই সমানে প্ৰসাৰ লাভ কৰিছে। শঙ্কৰদেৱৰ শাক্ত সাহিত্যৰ সমালোচনাই কোচ ৰাজ্যত সাংস্কৃতিক সংঘাত ঘটাৰ

নোৱাৰিলে। কিন্তু এয়েই বিহ-গুটি হৈ পৰৱৰ্তী আহোম যুগত ৰাষ্ট্ৰীয় জীৱনত সংঘাত সৃষ্টি কৰিলে।

নাৰায়ণ ঠাকুৰৰ মুখত পীতাম্বৰৰ কাব্যৰ মাত্ৰ কেইশাৰীমান কথা শুনিয়েই এই কলাকাৰজনক তথা সমগ্ৰ শাক্ত সাহিত্যক হেয় প্ৰতিপন্ন কৰাটো জাতিৰ পক্ষে ক্ষতিকৰ হ'ল। এয়ে কবলৈ গলে আধুনিক যুগৰ সাহিত্যৰ গোষ্ঠীবদ্ধ সমালোচনা।

পীতাম্বৰ দ্বিজে ওজা-পালিৰ উদ্দেশ্যে ৰচনা কৰা গীতি-কাব্যখনত উদাৰ চিত্তে দৈৱকী নন্দন কৃষ্ণক আদিতে স্তুতি কৰি কৃষ্ণৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰি কাব্যৰ সামৰণি মাৰিছে। মাত্ৰ মধ্যভাগত হৰ-গৌৰীৰ ভক্তবৎসলতা দেখুৱাইছে। বৈষ্ণৱ কলাকাৰসকলে গীতাক শ্ৰেষ্ঠ স্থান দিছে। গীতাতে আছে—'ৰুদ্ৰানাং শঙ্কৰশ্চাস্মি।' সেয়ে দেখা যায়, বৈষ্ণৱ কলাকাৰসকলে সাম্প্ৰদায়িক ভাব সাহিত্যৰ মাজেদি বিকাশ কৰাৰ উদ্দেশ্যে হৰি-হৰৰ অভেদত্ব প্ৰতিপাদন কৰা নাই।

শাক্ত কলাকাৰে চান্দৰ নিচিনা সাউদৰ জীৱন কাহিনী ৰূপায়ণ কৰিলে; কিন্তু শঙ্কৰদেৱে সাউদ নাৰায়ণ ঠাকুৰক কলাকাৰ পীতাম্বৰক ঘৃণা কৰিবলৈহে শিকালে মাত্ৰ কাব্যৰ উদ্ধৃতি শুনি। আধুনিক যুগতো এনেধৰণৰ লঘু সমালোচনাই সাহিত্যৰ বিৰাট ক্ষতি সাধন কৰিছে।

'অপ্ৰমাদী' কবিয়ে চিত্ৰকুট বনত ৰাম-সীতাৰ কামকেলিৰ যি লোকৰঞ্জক চিত্ৰ সংযোগ কৰিছে, কুজী-মন্থৰাক লৈ যিটো গ্ৰাম্য ধৰণৰ চিত্ৰ আঁকিছে তাত শঙ্কৰদেৱৰ সমালোচনা নাই। সাধাৰণতে সমসাময়িক প্ৰতিভাশালী শিল্পীৰ প্ৰতিহে সমসাময়িক কলাকাৰে তেওঁৰ গোষ্ঠী বহিৰ্ভূত কলাকাৰক তীক্ষ্ণ দৃষ্টিৰে চায়। এয়ে বৈষ্ণৱ গোষ্ঠীৰ আৰু শাক্ত গোষ্ঠীৰ সাহিত্যিকৰ আদৰ্শৰ সংঘাত।

কোনো কোনো সমালোচকে ভাবে যে মনসা-গীত ৰচক দুৰ্গাবৰ আৰু ৰামায়ণৰ গীত ৰচক দুজন লোক। বৈষ্ণৱ আৰু শাক্ত আদৰ্শৰ দ্বাৰা কলাকাৰৰ জাতিভেদ কৰিব নোৱাৰি। হেমসৰস্বতীয়ে বিষ্ণুৰ

শ্ৰেষ্ঠত্ব দেখুৱাই 'প্ৰহ্লাদ চৰিত্ৰ' আৰু হৰ-গৌৰীৰ কাহিনী প্ৰচাৰৰ বাবে 'হৰ-গৌৰী সম্বাদ' ৰচনা কৰিলে। কবিৰাজ কন্দলিয়ে ৰামৰ মুখত হৰ-গৌৰীৰ কথা দিছে। কন্দলিৰ ৰামে কৈছে—

"তুমি সমে চিত্ৰকুটে হৈবো আমি থিত।
গৌৰী মহাদেৱে যেন কৈলাশ গিৰিত॥"

অযোধ্যা কাণ্ড : পদ : ২০৮৮।

নাৰায়ণ দেৱৰ 'শুকনানী পদ্মাৱতী' কাব্য আৰু পীতাম্বৰৰ 'উষা-পৰিণয়' কাব্য বৈষ্ণৱ প্ৰভাৱেৰে পৰিপূৰ্ণ। সেয়ে দেখা যায় শাক্ত কলাকাঁৰ সকলে আদৰ্শৰ সমন্বয় সাধনৰ বাবে শাক্ত-বৈষ্ণৱ লৌকিক ভাবধাৰাক কাব্যত স্থান দিছে। হৰ-গৌৰী বিষয়ক উল্লেখে কৈলাশ গিৰি তথা হিমালয় পৰ্বতৰ সৌৰৱণী জন মানসত আঁকি দিছিল। সেয়ে দেখা যায় যে হৰ-গৌৰীৰ বসতি স্থান হিমালয়ে শাক্ত কলাকাৰ সকলৰ ৰচনাৰ যোগেদিহে অসমীয়া কাব্যত স্থান পাইছে। হিমালয়ৰ বৰ্ণনা আৰু যমুনাৰ পাৰৰ বৃন্দাবনৰ বৰ্ণনা সমানে প্ৰয়োজনীয়।

প্ৰগতিবাদী কলাকাৰে সদায় ৰাষ্ট্ৰীয় স্বাৰ্থলৈ লক্ষ্য ৰাখি কলাৰ অনুশীলন কৰে। কিন্তু সেই বুলি ৰাষ্ট্ৰীয় স্বাৰ্থত ব্যক্তিক নিৰ্মূল কৰা প্ৰকৃত শিল্পীৰ কাম নহয়। সীমান্তত মুছলমানে ৰাজ্য শাসন কৰি থকা অৱস্থাত আৰু মুছলমান আক্ৰমণকাৰীয়ে ৰাষ্ট্ৰীয় জীৱনত সংঘাত সৃষ্টি কৰা হেতুকে জনজাগৰণৰ কাৰণে আৰু ৰাষ্ট্ৰীৰ জীৱনত আধ্যাত্মিক শক্তি জাগ্ৰত কৰিবৰ বাবে ৰাম সৰস্বতীৰ বধকাব্য সমূহ ৰচিত হয়।

ভাৰতীয় জাতীয় জীৱনত পাশৱিক শক্তিৰ বিৰুদ্ধে যুজিবলৈ হয়-গৌৰীয়েও ভক্তসকলক প্ৰেৰণা যোগাইছে। সুৰেশ্বৰী গঙ্গা বিষ্ণুৰ পাদোদকৰ পৰা উৎপত্তি হৈ হিমালয়ৰ পৰা ভৈয়ামলৈ আহিছে। সেই হিমালয় হৰ-গৌৰীৰ বসতি স্থান। সেই কাৰণে দেখা যায়, বৃন্দাবন, যমুনা, পুৰীৰ জগন্নাথ মন্দিৰৰ বৰ্ণনা যিমান

প্ৰয়োজন বিষ্ণুৰ ভক্ত পঞ্চ পাণ্ডৱে স্বৰ্গাৰোহণ কৰি মুক্তি লাভ কৰা হিমালয়ৰ বৰ্ণনা জাতীয় জীৱনৰ মুক্তিৰ কাৰণে সিমানেই প্ৰয়োজন।

ভগৱান কৃষ্ণই উপনিষদৰ সাৰভাগ গীতাৰ সাতশ শ্লোকৰ মাজেদি ব্যক্ত কৰি ভাৰতীয় জীৱনৰ দাৰ্শনিক চিন্তাৰ সমন্বয় সাধন কৰিছে। কিন্তু অসমৰ কৃষ্ণৰ উপাসক বৈষ্ণৱ কলাকাৰ সকলে ভাৰতীয় জীৱনৰ সমন্বয়মূলক চিন্তাৰ লগত অসমীয়া জাতীয় জীৱনৰ দাৰ্শনিক চিন্তাৰ সমন্বয় কৰিব নোৱাৰিলে। এই যুগৰ বৈষ্ণৱ কলাকাৰৰ সংখ্যা সৰহ। সেয়ে শক্তিশালী বৈষ্ণৱ কলাকাৰ সকলে শাক্ত গোষ্ঠীৰ লগত সমন্বয় সাধনৰ উপলব্ধি নকৰিলে। তদুপৰি শাক্ত কলাকাৰ সকল ৰাজধানীৰ পৰা প্ৰেৰণা নোপোৱা বাবেও দুৰ্বল হয়।

শাক্ত কলাকাৰসকলৰ সাংস্কৃতিক অনুষ্ঠান ওজা-পালিৰ লগত ফেৰ মাৰিবৰ বাবে বৈষ্ণৱ কলাকাৰ সকলে অঙ্কীয়া নাট আৰু কীৰ্ত্তন ৰচনা কৰিলে। কাৰণ জনমানসৰ বিকাশ সঙ্গীত নৃত্যৰ মাজেদিহে হোৱা দেখা যায়। সেয়ে ওজা-পালিৰ নৃত্য, কথকতা, সঙ্গীত আদিৰ বিভিন্ন সম্ভাৰেৰে বৈষ্ণৱৰ কাৰণে ভাওনা অনুষ্ঠান সৃষ্টি হয়।

নামনি অসমত ওজাপালি অধিক জনপ্ৰিয় হোৱা কাৰণে আৰু শক্তি পূজাৰ লগত ওজা-পালি জড়িত হোৱা বাবে এই সমাজত ভাওনাৰ অধিক প্ৰচলন নহল। ভাওনাৰ প্ৰস্তুতিৰ বাবে যিমান পৰিশ্ৰম আৰু খৰচৰ প্ৰয়োজন সেই অনুপাতে ওজা-পালিৰ পৰিশ্ৰম আৰু ব্যয় নাই। আনকি মুছলমান সম্প্ৰদায়ৰ লোকেও মনসা পূজাত ওজাপালি গাইছিল। ১৪৯৮ খৃষ্টাব্দত কমতাপুৰ ৰাজ্য হুচেন শ্বাহৰ হাতত পতন হয়। তেতিয়াৰপৰাই কোচ-কমতা ৰাজ্যত মুছলমান সংস্কৃতিয়ে প্ৰৱেশ কৰে। নাৰায়ণদেৱে এই মুছলমান আক্ৰমণ লক্ষ্য কৰি চান্দৰ দ্বাৰাই উক্তি কৰাইছে—'হাচান হুচেনে তাইক কৰিলেক ৰণ।' এই কথাই প্ৰমাণ কৰে যে মুছলমান আক্ৰমণৰ সম্মুখীন হোৱা ভক্তসকলে মনসা দেৱীৰ পৰাই শক্তি লাভ কৰিছিল। সেয়ে দেখা যায়, যুগৰ দাবীতহে এই শাক্ত সাহিত্য সৃষ্টি হৈছিল।

বৈষ্ণৱ কলাকাৰসকলে নাটক সৃষ্টি কৰিলে। কিন্তু শাক্ত কলাকাৰ সকলে নাটক সৃষ্টি নকৰিলে। সম্ভৱতঃ ওজাপালিয়েই ভাওনাৰ কাৰ্য্য সাধন কৰিছিল। শাক্ত কলাকাৰসকলে মনসা পূজাৰ ওজা-পালিৰদ্বাৰা দেওধানী নৃত্যৰ প্ৰসাৰ ঘটাই নাৰীক উচ্চ আসন দিয়াৰ দৰে মহাপুৰুষ মাধৱদেৱে ঝুমুৰ সমূহত নাৰীক অভিনয় কৰাৰ সুবিধা দি নাৰীক কলা অনুশীলনৰ সুযোগ দিলে; মাধৱদেৱৰ ঝুমুৰত নাৰীয়ে পুৰুষৰ ওপৰত নিৰ্ভৰশীল নোহোৱাকৈ ভাওনাত অংশ গ্ৰহণ কৰিব পাৰে। সম্ভৱতঃ শঙ্কৰদেৱৰ নাটসমূহত পুৰুষৰ চৰিত্ৰৰ প্ৰাধান্য দেখিয়েই কেৱল নাৰীয়ে ভাওনা কৰিব পৰা ঝুমুৰা ৰচিলে। কিন্তু মাধৱদেৱে নাৰীক ঘৰুৱা পৰিৱেশৰ পৰা আঁতৰাই নিয়া নাই। নাৰীৰ হৃদয়ত বৈষয়িক আৰু আধ্যাত্মিক চিন্তাৰ সমন্বয় সাধন কৰি মাধৱদেৱে গ্ৰাম্য জীৱনৰ পটভূমিত নাটসমূহ ৰচিছে। বৈষ্ণৱ আৰু শাক্ত সাহিত্যৰ যোগসূত্ৰ ৰক্ষা কৰিছে মহাভক্ত নাৰদে। নাৰদ বিষ্ণুৰ একান্ত ভক্ত হলেও লৌকিক কবিসকলে নাৰদক শাক্ত সাহিত্যত স্থান দি দেখুৱাই যে একান্ত ভক্তৰ হৰিহৰৰ প্ৰভেদ নাই। আসুৰিক শক্তিক নিধন কৰি দৈৱী শক্তিৰ মাহাত্ম্য প্ৰকাশ কৰি বিশ্বৰ মঙ্গল সাধন কৰাই নাৰদৰ উদ্দেশ্য। তদুপৰি নাৰদে বিষ্ণুৰ উপাসক আৰু হৰৰ ভক্ত সকলকো সহায় কৰি বৈষ্ণৱ শাক্ত মিলন ঘটাইছে।

মুঠতে কোচ ৰাজ্যই ৰাজশক্তি তথা বিভিন্ন শ্ৰেণীৰ কলাকাৰৰ সহযোগত প্ৰগতিশীল ৰাষ্ট্ৰ হিচাবে যি গতিশীলতা অসমীয়া জাতীয় জীৱনত প্ৰদান কৰিলে, সিয়েই জাতিৰ সাংস্কৃতিক জীৱন জীয়াই ৰাখিছে।



# অসমীয়া কাব্য সাহিত্য আৰু জাতীয় জীৱনত প্ৰগতিবাদী চিন্তা

## অষ্টাদশ শতিকা আৰু উনবিংশ শতিকাৰ একুৰি ছয় বছৰ :

জাতিৰ জীৱনত একোটা যুগে ঐতিহাসিক সূত্ৰে কিছুমান প্ৰভাৱ পেলাই আৰু সম-সাময়িক চিন্তাধাৰাই একোটা বিশেষ যুগক প্ৰভাৱান্বিত কৰে। ৰাষ্ট্ৰই যেতিয়া এই আটাইবোৰ প্ৰভাৱৰ লগত স্বকীয় ঐতিহ্য ৰক্ষা কৰি অগ্ৰসৰ হয়, তেতিয়া ৰাষ্ট্ৰৰ নেতাসকলে প্ৰগতিশীল জাতি গঠনত সহায় কৰি ভৱিষ্যতৰ প্ৰগতিৰ পথ মুকলি কৰে।

কামৰূপ ৰাজ্যৰ পতনৰ পাচত কৰতোৱা নদী আৰু দিক্কৰ বাসিনী দেৱীৰ পীঠৰ মধ্যভাগত তিনিখন ক্ষুদ্ৰ ৰাষ্ট্ৰৰ পত্তন হয়। মুঠতে ত্ৰয়োদশ শতিকাত কমতা ৰাজ্যই কামৰূপৰ পশ্চিম প্ৰান্তত, মধ্যভাগত বৰাহী ৰাজ্যই আৰু পূব প্ৰান্তত আহোম ৰাজ্যই অসমীয়া জাতি গঠনত কি ভূমিকা ললে, তাৰ সৰ্বাঙ্গীন মূল্যাঙ্কন হলেহে বৰ্তমান অসমীয়া জাতীয় জীৱনৰ স্বৰূপ বুজা যাব। প্ৰকৃততে প্ৰতিটো যুগে পূৰ্বৰ যুগৰ শিল্প-কলাৰ লগতে নতুনত্ব প্ৰয়োগ কৰি জাতীয় জীৱনৰপৰা স্থবিৰতা আঁতৰালেহে জাতি আগবাঢ়ে।

কমতা কোচ ৰাজ্যই অসমৰ পশ্চিম প্ৰান্তত ত্ৰয়োদশ শতিকাৰপৰা সপ্তদশ শতিকালৈ পাঁচশ বছৰত যি অৱদান আগবঢ়ালে, তাৰ লগত ছয়শ বছৰীয়া আহোম ৰাজ্যই আগবঢ়োৱা জাতীয়তাবাদৰ প্ৰবাহ তুলনামূলকভাৱে বিচাৰ কৰিলেহে বড়ো-কছাৰী আৰু আহোম জাতিৰ প্ৰগতিবাদী চিন্তা সম্যক ৰূপে বুজা যাব।

কমতা-কোচ ৰাজ্য পতনৰ পাচত মুছলমানে মাজে-সময়ে গুৱাহাটী দখল কৰি থাকে যদিও, সপ্তদশ শতিকাৰ শেষৰ দুই দশকৰপৰা মানাহ নদী মুছলমান আৰু আহোম ৰাজ্যৰ সীমা নিৰ্ধাৰিত হয়। সেয়ে

গদাধৰ সিংহই ইটাখুলিৰ ৰণত মুছলমানক পৰাজয় কৰি প্ৰাচীন কামৰূপ ৰাজ্যৰ ৰাজধানী গুৱাহাটী উদ্ধাৰ কৰাৰ সময়ৰপৰা অসমৰ স্বাধীনতা হৰণ হোৱাৰ সময়লৈ আহোম সকলেই অসমৰ ভাগ্য নিয়ন্ত্ৰণ কৰে। বড়ো-কছাৰীসকলে ব্ৰহ্মপুত্ৰ উপত্যকাত কৰ্তৃত্ব হেৰুৱাই কাছাৰ জিলালৈ গতি কৰে। সেয়ে অসমৰ জাতীয় জীৱন তথা সাংস্কৃতিক জীৱনৰ কিদৰে ক্ৰমশঃ অৱনতি ঘটি আহোমৰ স্বজাতি মানৰ আক্ৰমণত দেশৰ প্ৰগতি ৰুদ্ধ হ'ল, বিচাৰৰ বিষয়।

প্ৰাগ্ ঐতিহাসিক যুগত ভাৰতৰ আন আন ঠাইৰপৰা আৰ্য্যসকলে কামৰূপ আক্ৰমণ কৰিলেও, ত্ৰয়োদশ শতিকাৰপৰা কোনো আৰ্য্যলোকে অসমৰ বড়ো-কছাৰী, আহোম ৰাজশক্তিক ৰাজনৈতিক তথা অৰ্থ-নৈতিকভাৱে শোষণ কৰিবলৈ অহা নাই। বৰ্তমান যুগত প্ৰায়ে কোৱা হয় যে ব্ৰাহ্মণ, কায়স্থ, কলিতা তথা বৰ্ণহিন্দু সকলে অসমৰ পাহাৰ-ভৈয়ামৰ জনজাতি তথা বড়ো-কছাৰী, আহোমক শোষণ কৰিছে। ইতিহাসৰ পৰম্পৰাক্ৰমে এই উক্তিৰ সত্যতা নিৰ্ধাৰণ কৰা প্ৰয়োজন।

আৰ্য্যসকলৰ জাতিভেদ প্ৰথামতে কিৰাত তথা আহোমসকল ক্ষত্ৰিয়। যুদ্ধ-বিগ্ৰহ তথা ৰাজনীতি চৰ্চা ক্ষত্ৰিয়ৰ কাম। সেয়ে দেখা যায় যে অসমত বড়ো-কছাৰী আৰু আহোমৰ ৰাজত্ব কালত ব্ৰাহ্মণ, কায়স্থ, কলিতা আদি বৰ্ণ হিন্দুসকলে প্ৰধানকৈ কলা আৰু বিজ্ঞানৰ যোগেদি জাতিৰ সাংস্কৃতিক জীৱন গঢ়াত প্ৰধান ভূমিকা লৈছে। ৰাজনীতিত অসমৰ বৰ্ণহিন্দু সকলে সক্ৰিয় অংশ গ্ৰহণ কৰি বড়ো-কছাৰী তথা আহোম আদি ৰাজবংশৰ লোক সকলক অনুন্নত অৱস্থালৈ নিয়া নাই। বড়ো কছাৰী, আহোম-মানসকলৰ সংঘাতেই অসমীয়া জাতিৰ জাতীয় জীৱনৰ গতি মন্থৰ কৰি দিছে।

ভাৰতৰ উত্তৰ-পশ্চিম ফালেদি বহুতো আক্ৰমণকাৰী ভাৰতত প্ৰৱেশ কৰিছে। এই সকলো সংঘাতৰ মাজেদি মোগলৰ লগত যুদ্ধ কৰি পঞ্জাবৰ শিখ জাতি ব্যৱসায়-বাণিজ্য আৰু সামৰিক বাহিনীত

খ্যাতি আর্জি আধুনিক ভাৰত গঢ়াত আগভাগ লৈছে। কিন্তু ভাৰতৰ উত্তৰ-পূবেদি অসমত প্ৰৱেশ কৰা অসমৰ ভাগ্য নিয়ন্ত্ৰণ কৰা বড়ো-কছাৰী, আহোম আদি অন্যান্য জনজাতি আধুনিক ভাৰতত বিভিন্ন প্ৰতিযোগিতাত টিকিব নোৱৰা অৱস্থা হৈছে। ইয়াৰ মূলতে হৈছে ছশ বছৰীয়া আহোম ৰাজশক্তিৰ ৰাজত্বকালৰ ৰাজনীতি, অৰ্থনীতি আৰু শিল্প-কলাৰ স্থবিৰতা।

আজি বিংশ শতিকাৰ অসমৰ জাতীয় জীৱনত যি স্থবিৰতা তথা বিভেদকামী মনোভাব বড়ো-কছাৰী আৰু অনান্য জনজাতীয় সমাজত দেখা দিছে, তাৰ প্ৰধান কাৰণ ছকুৰি বছৰীয়া ইংৰাজ শাসনেই নহয়, ছশ বছৰীয়া প্ৰতিক্ৰিয়াশীল আহোমৰ শাসনেহে অসমক সৰ্বভাৰতীয় চিন্তাৰপৰা আঁতৰত ৰাখি অসমৰ জাতীয় জীৱন ৰোগগ্ৰস্ত কৰিছে। মুছলমানৰ আক্ৰমণত ভাৰতৰ অন্যৰাষ্ট্ৰৰ স্বাধীনতা হৰণ হৈছিল যদিও, প্ৰগতিবাদী চিন্তাই জাতিক শক্তি দিছিল।

শক্তিশালী আৰ্য্য জাতিয়ে ভাৰতৰ দ্ৰাবিড়সকলক পৰাজয় কৰি তেওঁলোকৰ বহুমুখী চিন্তাধাৰাৰ দ্বাৰা ভাৰতীয় জাতীয় জীৱন প্ৰতিষ্ঠা কৰিলে। কিন্তু বৈদিক সংস্কৃতিৰ প্ৰভাৱত সভ্যতাৰ পথত পদক্ষেপ কৰা বড়ো-কছাৰী বংশীয় লোকসকল আহোমসকলৰ লগত সংঘাতৰ সম্মুখীন হোৱা হেতুকে অসমৰ পূৰ্বাঞ্চলৰ বৈদিক তথা আৰ্য্য সংস্কৃতি লোপ পায়। পুনঃ জয়ধ্বজ সিংহৰ দিনতহে (১৬৪৮-৬৩) আৰ্য্য সংস্কৃতিয়ে আহোম ৰাজ্যত প্ৰৱেশ লাভ কৰে। মুঠতে প্ৰায় ৪২০ বছৰ কাল (১২২৯—১৬৪৮) অসমৰ ভাগ্য নিয়ন্ত্ৰণকাৰী আহোম ৰাজশক্তি আৰু ৰাষ্ট্ৰনীতি 'সৰ্বভাৰতীয় প্ৰগতিবাদী চিন্তাৰপৰা আঁতৰত।

চুবুৰীয়া বৰাহী ৰাজ্যখন আহোমসকলে ধ্বংস কৰিলে; কিন্তু চতুৰ্দশ শতিকাৰ বৰাহী ৰাজ্যৰ প্ৰগতিবাদী আদৰ্শ গ্ৰহণ কৰিব নোৱাৰিলে। আনকি ষোড়শ-সপ্তদশ শতিকাত কোচ ৰাজ্যৰ সীমালৈ ৰাজ্য বৃদ্ধি কৰিও; কোচ ৰাজ্যৰ আদৰ্শ গ্ৰহণ কৰি জাতীয় শক্তি বৃদ্ধি

কৰাত আহোম ৰাজশক্তি তৎপৰ নহ'ল। কেৱল সামৰিক শক্তিৰদ্বাৰা দেশ শাসন কৰি ৰাষ্ট্ৰত কলা-কৃষ্টিৰ বিকাশৰ প্ৰতি চকু নিদিয়া হেতুকে ৰাজবংশৰ লগতে জনগণৰো অশেষ ক্ষতি হ'ল।

জয়ধ্বজ সিংহই হিন্দুধৰ্ম গ্ৰহণ কৰিলে যদিও, হিন্দু তথা আৰ্য্য সংস্কৃতিৰ বিষয়ে মনোভাব লোৱা নাই। সেয়ে কোচৰজা প্ৰাণ নাৰায়ণে সংস্কৃতত লিখা চিঠিখন ফালি পেলাই কলে, "সংস্কৃতেৰে মহাৰাজৰ জাতি উচ্চাৰণ কৰিব কিয়?" সপ্তদশ শতিকাত যেতিয়া সংস্কৃত ভাষা-সাহিত্যৰ প্ৰতি আহোম ৰাজসভাৰ এই মনোভাব, তেনেস্থলত চুবুৰীয়া ৰাষ্ট্ৰৰ লগত প্ৰীতিৰ ভাব গঢ়ি ৰাজ্যৰ সাংস্কৃতিক উন্নতি সাধন কৰা অসম্ভৱ।

আহোম ৰাজ্য তথা ৰজাসকলৰ প্ৰগতিবাদী সাংস্কৃতিক চিন্তা-ধাৰাৰ আঁত বিচাৰি তেওঁলোকৰ জন্ম কাহিনী বিচাৰ কৰিলেই বৈদিক কৃষ্টিৰ লগত সংঘাত সৃষ্টি হোৱা দেখা যায়। বৈদিক ঋষি বশিষ্ঠয়ে হওক নাইবা তেওঁৰ কোনোৱা শিষ্যয়ে হওক, দিখৌক কেন্দ্ৰ কৰি বাৰানসী সদৃশ সাংস্কৃতিক কেন্দ্ৰ গঢ়ি, বৈদিক কলা-কৃষ্টি প্ৰচাৰৰ চেষ্টা কৰোতে আহোম ৰজাসকলৰ আদি পুৰুষ ইন্দ্ৰই সংঘাত সৃষ্টি কৰিলে। ৰূপকৰ মাজেদি প্ৰকাশিত হলেও, এই আখ্যানতে ভাৰতৰ পূৰ্বাঞ্চলৰ আৰ্য্য-অনাৰ্য্য সংস্কৃতিৰ সংঘাত লুকাই আছে। চুকাফাৰ দিনৰপৰাই আহোমসকলে আৰ্য্য-কৃষ্টি বিৰোধী মনোভাব লৈ থকা হেতুকে আৰু নিজৰ ভাষা-সংস্কৃতি লুপ্ত হোৱাৰ ভয়তে সুবিধা পায়ো প্ৰগতিবাদী সৰ্বভাৰতীয় আদৰ্শ গ্ৰহণ কৰা নাই।

উদাহৰণ স্বৰূপে, বামুণী কোঁৱৰে বৈদিক সংস্কৃতিৰ প্ৰভাৱত পৰিও ৰাজ্যত ইয়াক প্ৰচলন কৰিবলৈ চেষ্টা নকৰিলে। আনকি কমতা ৰাজকুমাৰীক আহোম ৰজালৈ বিয়া দিয়া হৈছিল যদিও কমতা ৰাজ্যৰ লগত আহোম ৰাজ্যৰ সাংস্কৃতিক বিনিময় নঘটিল।

চুহুংমুংফা দিহিঙীয়া ৰজাৰ দিনত আহোম সৈন্যবাহিনী গৌড়লৈ গৈছিল। আৰু আহোমৰ বিষয়াসকলে আনকি জগন্নাথ ক্ষেত্ৰত

পুখুৰী খান্দি বিজয়োৎসৱ পালন কৰাৰ কথাও বুৰঞ্জীত আছে। কিন্তু তথাপিও উৰিষ্যাৰ জগন্নাথ মন্দিৰ নাইবা সৰ্বভাৰতীয় চিন্তাধাৰাৰ প্ৰভাৱে আহোমৰ ৰাজধানীত প্ৰৱেশ নকৰিলে।

দিহিঙীয়া ৰজাই কৰতোৱাৰ পাৰলৈ সৈন্যবাহিনী পৰিচালনা কৰিলেও মুছলমানৰ লগত সংঘাতৰ সন্মুখীন হোৱাৰ ভয় কৰি ৰাজ্যৰ এই অংশ নিজ ৰাজ্যৰ অন্তৰ্ভুক্ত নকৰিলে। কাৰণ গড়গাঁও ৰাজধানীৰপৰাই কৰতোৱাৰ পাৰলৈ ৰাজ্য শাসন কৰা টান। সপ্তম শতিকাত ভাস্কৰ বৰ্মাই উত্তৰ ভাৰতৰ ৰজাসকলৰ মাজত উচ্চ আসন লাভ কৰিছিল। কুমাৰ ভাস্কৰ বৰ্মাই যি সৰ্বভাৰতীয় খ্যাতি আৰ্জিছিল, কোচ ৰজা নৰনাৰায়ণে সেই খ্যাতি লাভ কৰিছিল। কিন্তু সৰ্বভাৰতীয় সাংস্কৃতিক চিন্তাধাৰাই ব্যাপকভাৱে গড়গাঁও স্পৰ্শ নকৰা হেতুকে আহোমৰ শাসন কালত বৈপ্লৱিক প্ৰগতিবাদী আদৰ্শ নাই। সেয়ে আহোমৰ দীৰ্ঘদিনীয়া প্ৰতিক্ৰিয়াশীল শাসনে অসমীয়া জাতিক দুৰ্বল কৰিছে।

শক্তিশালী আহোম ৰজাসকলে ৰাজ্যৰ মঙ্গল বিচৰা হ'লে ৰাজধানী গুৱাহাটীলৈ আনিলেহেঁতেন। আহোমৰ শাসন-নীতি তথা সামৰিক নীতি সদায় প্ৰতিৰোধ মূলক। জাতিৰ সামৰিক, অৰ্থ-নৈতিক শক্তি উন্নত হ'লেহে আক্ৰমণাত্মক শক্তি জাগ্ৰত হয়। আক্ৰমণকাৰীক প্ৰতিৰোধ কৰি স্বাধীনতা ৰক্ষা কৰা আৰু পৰৰাজ্য আক্ৰমণ কৰি জাতীয়তাবাদৰ সূচনা কৰা পৃথক কথা।

আহোমসকলে কামৰূপৰ জনসাধাৰণক ঘৃণাৰ চকুৰে চোৱা হেতুকে আৰু বৈপ্লৱিক চিন্তাধাৰাৰে পৰিপুষ্ট অঞ্চলটোত ৰাজধানী নিৰাপদ নহ'ব বুলি ভাবিয়েই গুৱাহাটী দখল কৰাৰ পাচতো ৰাজধানী গুৱাহাটীলৈ নানিলে। তদুপৰি কোচ-মুছলমানৰ আক্ৰমণৰ শঙ্কাৰ বাবেও ৰাজধানী গুৱাহাটীলৈ অনা নাই।

এইখিনিতে কব পাৰি যে আহোমসকলে পোনতে স্থাপন কৰা ৰাজধানী ত্যাগ কৰাৰ ইচ্ছা নকৰিলে। এই যুক্তিৰ মূল্য নাই।

কোচ ৰজা বিশ্বসিংহই চিনকোনাৰপৰা কমতাপুৰৰ ওচৰলৈ ৰাজধানী তুলি নিয়ে। ইংৰাজসকলে শাসনৰ বাবে কলিকতাৰপৰা ভাৰতৰ ৰাজধানী দিল্লীলৈ নিয়ে। হিন্দু ৰজাসকলৰ ৰাজধানী ইন্দ্ৰপ্ৰস্থ হস্তীনাপুৰৰ ওচৰতে মুছলমান ৰজাসকলে ৰাজধানী পাতে।

শক্তিশালী ৰাষ্ট্ৰই প্ৰগতিবাদী চিন্তাধাৰাৰে জনগণক উদ্বুদ্ধ কৰিবৰ বাবে ৰাজধানীৰ পৰাই সকলো প্ৰকাৰ নীতি নিৰ্ধাৰণ কৰি জনসংযোগ ৰক্ষা কৰে। সেয়ে দেখা যায়, আহোমসকলে ভাৰতৰ সুদূৰ প্ৰান্তত ৰাজধানী পতা বাবে সৰ্বভাৰতীয় যোগাযোগ বিচ্ছিন্ন হয়। আহোমৰ সামৰিক শক্তিৰ যিমানেই উচ্চ প্ৰশংসা নহওক, ৰাজধানী গুৱাহাটীলৈ ননা আৰু আক্ৰমণাত্মক সমৰ নীতি নোহোৱাটোৱেই সামৰিক দুৰ্বলতা সূচায়। বিদেশী বঙালৰ বিৰুদ্ধে যুজ কৰি স্বাধীনতা ৰক্ষা কৰা যিদৰে ৰাষ্ট্ৰৰ কৰ্তব্য, সেইদৰে বিদেশীৰ প্ৰগতিবাদী চিন্তাৰে জনকল্যাণ সাধন কৰাও ৰাষ্ট্ৰৰ কৰ্তব্য। দুয়োটা সমানে গুৰুত্বপূৰ্ণ।

ব্ৰহ্মদেশৰ অৰণ্যৰ মাজে মাজে ভ্ৰমি ফুৰি নিজৰ ভাগ্য অন্বেষণৰ বাবে আহোমসকলে ত্ৰয়োদৰ্শ শতিকাত অসমলৈ আহি প্ৰগতিবাদী আধুনিক চিন্তাৰ লগত নিজক মিলাই দিবলৈ সুদীৰ্ঘকালৰ প্ৰয়োজন হোৱা বাবে অসমীয়া জাতীয় জীবনে স্বাধীনতাৰ পূৰ্ণ সুযোগ পায়ো প্ৰগতিবাদী ৰাষ্ট্ৰত পৰিণত নহ'ল।

আহোম ৰজাই সপ্তদশ শতিকাত বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰিলে; কিন্তু মানৱৰ জীৱনক গুৰুত্ব দিবলৈ নিশিকিলে। ৰজাৰ মৰাশৰ লগত জীয়া মানুহক কবৰ দিয়া প্ৰথা ৰুদ্ৰসিংহ ৰজাৰ দিনলৈকে চলিছিল। জয়ধ্বজ সিংহৰ দিনতে যদি আহোমসকলে বৈষ্ণৱ আদৰ্শ গ্ৰহণ কৰিলে, তেনেহ'লে অষ্টাদশ শতিকাত জীয়া মানুহ কবৰ দিয়া প্ৰথা কেনেকৈ থাকে ?

দেওধাই বুৰঞ্জীত আছে—"ইদৰে গদাধৰ ৰজাৰ লগত ৩০ জন পৰিচালক মানুহ দিছিল। পৰে ৰুদ্ৰসিংহ স্বৰ্গদেৱক এদিন গদাধৰে

স্বপ্ন দেখালে। তেওঁৰ লগত দিয়া পৰিচালকলোকে তেওঁৰ গাত অনেক মল-মূত্ৰ ত্যাগ কৰিলে বুলি। তেতিয়াৰেপৰা মৰা ৰজাৰ লগত আৰু অন্যলোকৰ শৱৰ লগত পৰিচালক জীয়া মানুহ দিয়া প্ৰথা ৰজা মৰিলে হিন্দুৰ দৰে পুৰি······অল্প দ্ৰব্য সহিতে চৰাই দেওত মাটিৰ তলে পাটঘৰ সাজি মৈদাম বন্ধা নীতি হ'ল।"

সপ্তদশ-অষ্টাদশ শতিকাত বৈষ্ণৱ-শাক্ত ধৰ্ম গ্ৰহণ কৰা ৰাজশক্তিয়ে ৰাষ্ট্ৰত মানৱৰ জীৱনৰ প্ৰতি যি মনোভাব ব্যক্ত কৰিছে, ইয়াত কেৱল চূড়ান্ত বৰ্বৰতাহে আছে। যেতিয়া কোচ ৰাজ্যত শাক্ত কলাকাৰে নাৰীক দেৱীৰ ওপৰত স্থান দি কাব্য ৰচনা কৰে, সেই সময়ত আহোম ৰজাই কেৱল মাথোঁ হিন্দুৰ দৰে মৰাশ পুৰিবলৈকে শিকে। গৌৰীনাথ সিংহই নেওঠনীৰ মাত শুনি ভয় খাই সাধাৰণ তিৰোতাক প্ৰাণদণ্ড দিয়ে, শাৰীৰিক শক্তি দেখি শাস্তি দিয়ে, বাল্যবন্ধুৰ চকু কাঢ়ে। কুকুৰা চোৱা গোহাঞে "গৰ্ভৱতী স্ত্ৰীক দেখিলে ধৰি আনি কুকুৰাৰ হতুৱাই গৰ্ভ ফলাই ল'ৰা চাইছিল। অন্য স্ত্ৰীক ধৰি আনি জাতিভ্ৰষ্ট কৰে। দঁতুৱা মানুহ দেখিলে কটাৰীৰ নাল দিব লাগে বুলি দাম্ভ কাঢ়ি লয়। আৰু তিৰোতাৰ যৌৱন দেখিলে কাটি নি তেওঁৰ তিৰোতাক দিয়ে।"

আহোম ৰাজ্যত এনে অৱস্থাত ত্ৰস্তমান হৈ থকা প্ৰজাই কিয় বিদ্ৰোহ কৰি ৰাজ্যৰ পতন ঘটাব পৰা নাছিল সেয়ে বিচাৰ্য্য! সেই কালৰ মুছলমান শাসকে বল প্ৰয়োগ কৰি হিন্দুক মুছলমান কৰিলেও, নাইবা আক্ৰমণৰ সময়ত হিন্দুৰ কলা-কৃষ্টি ধ্বংস কৰিলেও, এই বৰ্বৰতাৰ পৰিচয় দিয়া নাই। অসমৰ ভৌগোলিক পৰিবেশে সৰ্বভাৰতীয় চিন্তাৰ সোঁত প্ৰবাহিত নকৰাৰ বাবেহে আহোমসকলে ইমান দিন ৰাজপাট খাব পাৰিছিল।

মুঠতে দেখা যায়, আহোম ৰাজত্বৰ আদিৰপৰা জনসাধাৰণে সাংস্কৃতিক জীৱন যাপন কৰি সৰ্বভাৰতীয় চিন্তাৰ লগত মিলাৰ সুযোগ পোৱা নাই। শাসকে শাসিতৰ মঙ্গল কামনা নকৰি, কেৱল দমন

নীতিৰে ৰাজ্য শাসন কৰিলে জাতিৰ চৈতন্য জাগ্ৰত নহয়। সুকুমাৰ কলা অনুশীলনৰ যোগেদি জাতীয়তাবোধ জাগ্ৰত হ'ব লাগিলে ৰাষ্ট্ৰই কলাকাৰক অনুপ্ৰেৰণা যোগাব লাগিব। আহোমসকলে কোচ ৰজাসকলৰপৰা প্ৰেৰণা গ্ৰহণ নকৰিলে।

মহাৰাজ নৰনাৰায়ণে তেওঁৰ বীৰ ভ্ৰাতৃ চিলাৰায়ৰ সহযোগত কেৱল ৰাজবংশৰে নহয়, তেওঁৰ ৰাজ্যৰ অন্তৰ্ভুক্ত সাধাৰণ প্ৰজাৰ মঙ্গলৰ হকে বৈদিক কৰ্ম-কাণ্ডী ব্ৰাহ্মণ আৰু বৈষ্ণৱ কলাকাৰসকলক নাম-ধৰ্ম প্ৰচাৰত পৃষ্ঠপোষকতা কৰি বড়ো-কছাৰী গোষ্ঠীৰ লোকসকলক সাংস্কৃতিক জীৱন যাপনৰ শিক্ষা দিছে। শাক্ত-বৈষ্ণৱ কলাকাৰৰ আদৰ্শৰ সংঘাত থাকিলেও, সাধাৰণ শ্ৰেণীৰ লোকৰ সাংস্কৃতিক শিক্ষাত ৰাষ্ট্ৰ আৰু কলাকাৰসকল একমুখী।

কোচ ৰাজ্যত সৰ্বভাৰতীয় চিন্তাৰ প্ৰবাহে ৰাষ্ট্ৰৰ সহযোগত জাতিৰ আধ্যাত্মিক শক্তি সৃজনী প্ৰতিভাৰ মাজেদি বিকাশ কৰি জাতীয় জীৱনৰ ভেঁটি শক্তিশালী কৰিলে। সেয়ে কোচ ৰাজ্যৰ শক্তি হ্ৰাস হোৱাৰ পাচতো এই বংশৰ দৰঙ্গী ৰজাসকলে কিছু-পৰিমাণে এই আদৰ্শ ৰক্ষা কৰিছে। কোচ ৰজাসকলে জাতীয়তাবাদী ভাব লৈ কাম কৰা হেতুকে জনজীৱন জাগ্ৰত কৰা সাহিত্য সৃষ্টি হয়।

ৰাষ্ট্ৰৰ শাসক শ্ৰেণীৰ পৰিবৰ্ত্তন হ'ব পাৰে ; কিন্তু ৰাষ্ট্ৰীয় জীৱনৰ প্ৰগতিবাদী চিন্তাৰ বাহক শিল্প-কলাই যুগক কালৰ বুকুৰপৰা ৰক্ষা কৰে। সেয়ে বাগ্মীবৰ নীলমণি ফুকনে কৈছে—

"ধন্য শিল্পী ! ধন্য ই তোমাৰ শিল্প-জাল !  
মৰ্মৰ প্ৰস্তৰ স্বপ্ন ৰচি দেখুৱালা—  
নহয় ই কথা মাত্ৰ কল্পনা কবিৰ ;  
ক্ষয়শীল সময়ৰ মামৰ গুচাই,  
দিয়া তুমি পুনৰজন্ম এই পৃথিৱীৰ।"

(শিল্পী)

শাসকে শিল্পীৰ যোগেদি মানৱৰ ক্ষুদ্ৰগণ্ডী ভাঙি ৰাষ্ট্ৰীয় চেতনা জগাই জাতীয়তাবাদৰ মাজেদি বিশ্ব-মানৱৰ সংস্কৃতি সৃষ্টি কৰে। বৈষ্ণৱ কলাকাৰ শঙ্কৰদেৱে অনুকুল পৰিবেশত শিল্প সাধনা কৰি তেওঁৰ 'উৰেষা' অধ্যায়েৰে উৰিষ্যা অসমৰ সাংস্কৃতিক যোগসূত্ৰ সৃষ্টি কৰি পৰৱৰ্তী শিল্পী বেজবৰুৱালৈ বাট দেখুৱাই গ'ল।

কিন্তু দিহিঙ্গীয়া ৰজাৰ সামৰিক বিষয়াসকলে উৰিষ্যাৰ জগন্নাথ মন্দিৰৰ স্মৃতি আনি আহোম ৰজাৰ ৰাজধানী আৰু উৰিষ্যাৰ যোগসূত্ৰ স্থাপনৰ চেষ্টা নকৰিলে। নৰনাৰায়ণ ৰজাৰ ৰাজধানীৰ শিল্প সাধনাৰ আদৰ্শ মহাৰাজ ৰুদ্ৰসিংহই গঢ়ি তোলাহেঁতেন উত্তৰ-পূব ভাৰতৰ সাংস্কৃতিক জীৱনে বৰ্তমানৰ বিভেদকামী মনোভাব সৃষ্টি নকৰিলেহেঁতেন।

আহোম ৰজাসকলে ওচৰ চুবুৰীয়া মণিপুৰ, নগা ৰাজ্য, জয়ন্তীয়া ৰাজ্য, কছাৰী ৰাজ্য আদিৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰিছিল যদিও নৰনাৰায়ণ ৰজা নাইবা ভাস্কৰ বৰ্মাৰ দৰে ৰাজসভাখন শিল্পী নাইবা পণ্ডিত মণ্ডলীৰে পৰিপূৰ্ণ কৰি বিভিন্ন জনসমষ্টিক সামৰি এখন ৰাষ্ট্ৰ গঢ়ি তোলাৰ চেষ্টা কৰা নাই। বৰং বৈবাহিক সম্বন্ধ থকা সত্বেও বড়ো-কছাৰী তথা জয়ন্তীয়াসকলৰ লগত সঘনে যুদ্ধ-বিগ্ৰহ কৰি বৈবাহিক যোগসূত্ৰ ছিঙি দিছিল। কেৱল মাত্ৰ মহাৰাজ ৰুদ্ৰ সিংহইহে সামৰিক বাহিনীৰ সন্মিলিত শক্তিৰ যোগেদি কামৰূপ ৰাজ্যৰ ৰাজধানী গুৱাহাটীত উত্তৰ-পূৱ ভাৰতৰ বিভিন্ন জনজাতীয় লোকক ঐক্যবদ্ধ কৰাৰ চেষ্টা কৰিছিল।

কোচৰজা বিশ্বসিংহ আৰু নৰনাৰায়ণৰ চৰিত্ৰৰ এটি ৰূপ দেখা যায় গদাধৰ সিংহ আৰু ৰুদ্ৰসিংহৰ চৰিত্ৰত। কমতাপুৰ ৰাজ্য বিশৃঙ্খল হৈ পৰাত বিশ্বসিংহই প্ৰতিষ্ঠা কৰা ৰাজ্যত নৰনাৰায়ণ চিলাৰায়ে সাংস্কৃতিক জীৱন গঢ়ি তোলে। ৰুদ্ৰসিংহই প্ৰগতিবাদী দৃষ্টিভঙ্গীৰে বুজি পাইছিল যে ৰাষ্ট্ৰৰ আভ্যন্তৰীণ বিৰোধ আঁতৰাবৰ বাবে বহিঃ ৰাষ্ট্ৰৰ লগত যুঁজ কৰি জাতীয় শক্তি বৃদ্ধি কৰিহে ৰজাই ৰাষ্ট্ৰৰ প্ৰগতিবাদী লোকৰ আস্থাভাজন হ'ব পাৰে।

তদুপৰি সাংস্কৃতিক জীৱনৰ অনুশীলনৰ সহযোগ নোপোৱা জন-জাতীয় লোকক সামৰিক বাহিনীৰ যোগেদিহে সুসংযত কৰি ৰখা সহজ। মানৱৰ সৃষ্টি প্ৰতিভা হয় সাত্বিক ভাবৰ মাজেদি নাইবা বীৰোচিত কামৰ মাজেদি বিকাশ হ'ব লাগিব। সেয়ে এইজন ৰজাই ভাৰতৰ সমগ্ৰ পূৰ্বাঞ্চলৰ পাহাৰ-ভৈয়ামৰ লোক লৈ তেওঁৰ পূৰ্বপুৰুষ দিহিঙ্গীয়া ৰজা আৰু কোচ ৰাজ্যৰ ৰজা নৰনাৰায়ণৰ আদৰ্শ অনুযায়ী কৰতোৱা পৰ্য্যন্ত ৰাজ্য-খণ্ড মুছলমানৰ হাতৰপৰা উদ্ধাৰ কৰাৰ চেষ্টা কৰিছিল।

ৰুদ্ৰসিংহই গুৱাহাটীত বাহৰ কৰি থকা কালত হাজো আৰু গুৱাহাটীৰ আশে-পাশে থকা গিৰি-তীৰ্থবোৰক ৰাজকীয় স্বীকৃতি দি আৰ্য্য-অনাৰ্য্য, শাক্ত-বৈষ্ণৱ সকলো শ্ৰেণীৰ লোকাকে ঐক্যবদ্ধ কৰিছিল। মহাৰাজ ৰুদ্ৰসিংহই গুৱাহাটীৰ গিৰি-তীৰ্থবোৰৰ তালিকা কৰোতে চাৰিকুৰি চাৰিখন তীৰ্থস্থানৰ উল্লেখ কৰিছে। গুৱাহাটীত থকা কালতে ৰুদ্ৰসিংহই কামৰূপৰ শাসন ব্যৱস্থা উন্নত কৰে।

কোনো কোনো সমালোচকে কয় যে ৰুদ্ৰসিংহই বঙ্গৰ শাক্ত ধৰ্মগুৰুক নীলাচলত থাপি অসমৰ শাক্ত-বৈষ্ণৱ সংঘাত সৃষ্টি কৰিছে। প্ৰকৃততে এই মত ভুল। মহাপুৰুষ শঙ্কৰদেৱে নৰনাৰায়ণ ৰজাক শৰণ দিবলগীয়া হোৱাত প্ৰাণ ত্যাগ কৰিলে। কলাকাৰ হিচাবে শঙ্কৰদেৱে শাক্ত-বৈষ্ণৱৰ আদৰ্শৰ সংঘাত সৃষ্টি কৰিলেও, বৈষ্ণৱ ধৰ্মক ৰাজধৰ্ম কৰি ক্ষমতা লাভৰ উপায় চিন্তা নাই। কোচ-ৰাজ্যৰ মহান ধৰ্মগুৰুসকলৰ মৃত্যুৰ পাচত পৰৱৰ্তী বৈষ্ণৱ ধৰ্মগুৰুসকলে পূৰ্বৰ কলাকাৰ সকলৰ শিল্প-সাধনা বাদ দি ৰাজনৈতিক, অৰ্থ নৈতিক ক্ষমতা লাভৰ কাৰণে যত্নপৰ হৈহে জয়ধ্বজ সিংহক শৰণ দিলে। নৰনাৰায়ণ ৰজাৰ নিচিনা এজন উদাৰ শাসককে শঙ্কৰদেৱে শৰণ নিদিলে; কিন্তু পৰৱৰ্তী স্বাৰ্থান্ধ ধৰ্ম প্ৰচাৰকে প্ৰতিক্ৰিয়াশীল তামসিক প্ৰকৃতিৰ ৰজাক ধৰ্ম দিহে ৰাজ্যত সংঘাত সৃষ্টি কৰিলে।

প্ৰতিক্ৰিয়াশীল, আধ্যাত্মিক শক্তি শূন্য জয়ধ্বজ সিংহই বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি ৰাজ্যত জনসাধাৰণৰ সাংস্কৃতিক জীৱন গঢ় দিব নোৱাৰিলে;

ৰৰং দুৰ্বল ৰজাৰ প্ৰতিক্ৰিয়াশীল গুৰুৰ ছত্ৰছায়াত আশ্ৰয় লোৱা নিম্ন সম্প্ৰদায়ৰ লোকসকলে কৰ্মহীন জীৱন যাপনৰ এটা সুযোগ পালে। সেই কাৰণে গদাধৰ সিংহই প্ৰতিক্ৰিয়াশীল ধৰ্মগুৰু সকলক কঠোৰভাৱে দমন কৰি ৰাষ্ট্ৰৰ শক্তি জাগ্ৰত কৰাৰ চেষ্টা কৰিলে। মহাৰাজ ৰুদ্ৰসিংহই শক্তিমান পিতৃদেৱতাৰ আদৰ্শ অনুযায়ী তেওঁৰ সৈন্য বাহিনীৰ অধিক সংখ্যক অনাৰ্য্য লোকৰ উপাস্য দেৱী কামাখ্যাক স্বীকৃতি দি আৰু শাক্ত ব্ৰাহ্মণক নীলাচলত অধিকাৰ পাতি কামৰূপ ৰাজ্যৰ জনসাধাৰণক সন্তুষ্ট কৰি মুছলমানৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰাৰ চেষ্টা কৰিছিল।

ৰুদ্ৰসিংহই বঙ্গদেশীয় শাক্ত ধৰ্মগুৰুক নীলাচলত অধিকাৰ পাতি মুছলমানৰ বিৰুদ্ধে যুজ কৰোঁতে বঙ্গদেশৰ কামাখ্যা দেৱীৰ উপাসক-সকলৰ সহায় লাভ কৰাৰহে উপায় চিন্তিছিল। এইজন শক্তিমান পুৰুষে বুজি পাইছিল যে সামৰিক বাহিনী শক্তিশালী হ'লেও, মুছলমানৰ শাসনাধীন হিন্দু জনগণৰ সহায়ৰ প্ৰয়োজন হ'ব।

তদুপৰি অসমত বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰৰ ফলত শক্তি পূজা কিছু পৰিমাণে অৱহেলিত হোৱাত সম্ভৱতঃ অসমত নিপুণ শাক্ত পূজাৰী নাছিল। সেইকাৰণে বঙ্গদেশৰপৰা শাক্ত ধৰ্মগুৰু আনি নীলাচলত অধিকাৰ পাতিলে। ভাৰতৰ পূৰ্বাঞ্চলৰ শক্তিমান হিন্দু ৰজাজনে মুছলমান শাসিত বঙ্গদেশৰপৰা শাক্ত ধৰ্মগুৰুক আনি নিশ্চয় বঙ্গদেশৰ হিন্দুসকলৰ শ্ৰদ্ধাভাজন হৈছিল। বঙ্গদেশৰ জনসাধাৰণৰ সহযোগিতা লাভেই ৰুদ্ৰসিংহৰ প্ৰধান লক্ষ্য। অসম-বঙ্গৰ সাংস্কৃতিক যোগাযোগ ইয়াৰদ্বাৰা সাধিত হৈছে। সেয়ে আজিও অসংখ্য লোক বঙ্গদেশৰপৰা কামাখ্যালৈ আহে।

সহনশীল আৰু আধ্যাত্মিক শক্তি সম্পন্ন শাসকে উদাৰ দৃষ্টিৰে ৰাজ্য শাসন কৰিব পাৰে; কিন্তু দুৰ্বল শাসকে ধৰ্মৰ নামত প্ৰজাক অত্যাচাৰহে কৰে। মহাৰাজ ৰুদ্ৰসিংহই নিজে শাক্ত ধৰ্মত দীক্ষিত নহ'ল সঁচা; অপৰিপক্ক জ্ঞানৰ পুত্ৰ শিৱসিংহক আৰু অন্যান্য

বিষয়াসকলক শাক্ত ধৰ্মত দীক্ষিত হ'বলৈ উপদেশ দি ৰাষ্ট্ৰত সংঘাত সৃষ্টি কৰিলে। প্ৰকৃততে কবলৈ গ'লে কোচ ৰাজ্যত বৈষ্ণৱ কলাকাৰে যি আদৰ্শৰ সংঘাত সৃষ্টি কৰিলে সেয়েই আহোম ৰাজ্যত প্ৰতিক্ৰিয়াশীল ৰাজশক্তিৰ উদাৰতাৰ অভাৱৰ হেতুকে জনসাধাৰণক সংঘাতৰ সন্মুখীন কৰালে।

মহাৰাজ ৰুদ্ৰসিংহই যিদৰে মুছলমানৰ সীমান্তত কামৰূপ জিলাৰ জনসাধাৰণক সন্তুষ্ট কৰিলে, সেইদৰে দিক্কৰবাসিনী দেৱী তথা তাম্ৰেশ্বৰী দেৱীক প্ৰতিষ্ঠা কৰাহেঁতেন ভাৰতৰ উত্তৰ-পূব অঞ্চলত বৰ্তমানৰ সমস্যা উদ্ভৱ নহ'লহেঁতেন। ৰুদ্ৰসিংহই পাহাৰী জন জাতিৰ আক্ৰমণক ৰাষ্ট্ৰৰ নিৰাপত্তাৰ ভাবুকি হ'ব বুলি ভবা নাছিল।

অসমৰ জনজাতীয় লোকসকলে মদ খায়, কুকুৰা, গাহৰি আদি পোহে, শক্তিৰ উপাসনা কৰে। সেই কাৰণে তান্ত্ৰিক তথা শক্তি পূজাৰ লগত সঙ্গতি থকা আচাৰ-নীতি প্ৰয়োগ কৰিহে এওঁলোকৰ মাজত সাংস্কৃতিক চিন্তা গঢ়ি তোলা সহজ হ'ব। শুদ্ধ বৈষ্ণৱ আদৰ্শেৰে এওঁলোকক আকৰ্ষণ কৰি কৃষ্ণৰ উপাসক কৰা সহজ নহ'ব। জাতীয়তাবাদী মনোভাব গঢ়াৰ বাবে সাধাৰণ ৰুচিৰ লোকৰ পক্ষে শাক্ত আদৰ্শই শ্ৰেয়।

ভাৰতীয় জাতীয় জীৱনত কৰ্মকাণ্ডপ্ৰধান বৈদিক আদৰ্শৰ আকৰ্ষণ হ্ৰাস হোৱাৰ পাচতহে জ্ঞান-ভক্তিপ্ৰধান বৈষ্ণৱ আদৰ্শ প্ৰচাৰ হয়। নিৰাকাৰ ভগৱানৰ উপাসনা তথা নাম ধৰ্মৰ আকৰ্ষণ বৈদিক কৰ্ম-কাণ্ড আৰু বৌদ্ধ ধৰ্মৰ দাৰ্শনিক চিন্তাই প্লাৱিত কৰা সমাজত ক্ৰিয়াশীল হৈছে। জাতিৰ নাড়ীজ্ঞান থকা গদাধৰ ৰুদ্ৰসিংহই প্ৰকৃত আদৰ্শ বুজি পাইহে ৰাষ্ট্ৰীয় স্বাৰ্থৰ খাতিৰত বৈষ্ণৱ-শাক্ত সমন্বয়ৰ চেষ্টা কৰিছিল।

জাতিৰ জীৱনৰ সকলো যুগত এটা পৰিকল্পিত যুগোপযোগী কাব্য সৃষ্টিত প্ৰেৰণা যোগাবৰ বাবে ৰাজধানীত একশ্ৰেণীৰ কলামোদী লোকৰ প্ৰয়োজন। ৰাষ্ট্ৰৰ কলাকাৰসকলে ৰাজধানীৰ ৰাজসভা তথা বিষয়া-

সকলৰ প্ৰগতিবাদী চিন্তাৰদ্বাৰা অনুপ্ৰাণিত হলেহে জনসাধাৰণৰ ৰুচি আৰু উন্নত সাংস্কৃতিক জীৱন গঢ়াৰ উপযোগী কাব্য সৃষ্টি হ'ব পাৰে।

আহোম ৰাজ্যত বিষয়াসকলৰ তথা ৰজাসকলৰো নিজৰ উচ্চ কলাজ্ঞান নাই। সেই কাৰণে লিখকসকলে গভীৰ সাধনাৰ মাজেদি কাব্যকলা অনুশীলন কৰা নাই। তদুপৰি ইটাখুলিৰ ৰণৰ পাচৰপৰা বহিঃ আক্ৰমণৰ সম্ভাৱনা নোহোৱা বাবে সামৰিক বাহিনীৰ দক্ষতাৰ প্ৰতিও ৰজা আৰু বিষয়াসকল অমনোযোগী হয়।

চতুৰ্দশ শতিকাৰপৰা সপ্তদশ শতিকালৈ অসমীয়া কাব্যকলা প্ৰধানকৈ ৰামায়ণ, মহাভাৰত আৰু ভাগৱতক কেন্দ্ৰ কৰি বিকাশ হোৱা বাবে জাতীয় জীৱন উৰ্চ্চ পৰ্য্যায়ৰ আছিল। কাৰণ, ভাৰতীয় জাতীয় জীৱনতো মহাকাব্যৰ যুগৰ পাচতহে পুৰাণৰ কালছোৱাত ভাৰতীয় জাতিৰ প্ৰগতিবাদী আদৰ্শ ক্ৰমশঃ হ্ৰাস পায়। সেইদৰে আহোম যুগৰ কলাকাৰসকলৰো অনুকূল সামাজিক পৰিবেশ আৰু সংস্কৃত সাহিত্যৰ ব্যাপক অধ্যয়নৰ অভাৱত মৌলিক সৃজনীমূলক প্ৰতিভাৰ বিকাশ নহয়। সেয়ে আহোমৰ প্ৰতিক্ৰিয়াশীল শাসনৰ বিৰুদ্ধে জনসাধাৰণক জাগ্ৰত কৰিব পৰা সৃষ্টিধৰ্মী কাব্যৰ অভাব হয়। কোচ-ৰাজ্যত শাক্ত বৈষ্ণৱ সকলো কলাকাৰৰ গভীৰ জীৱনবোধ প্ৰকাশ পাইছে; ইয়াৰ মূলতে হৈছে ৰাজশক্তিৰ জনগণৰ কল্যাণ কামনা।

নৰনাৰায়ণ ৰজাই বুজি পাইছিল যে জনসাধাৰণৰ সাংস্কৃতিক জীৱনবোধ গঢ়ি উঠিলেহে চুবুৰীয়া মুছলমান ৰাষ্ট্ৰৰ লগত শক্তিৰে যুজ দিব পৰা যাব। মুছলমানৰ আক্ৰমণৰ আধিক্য নোহোৱা সত্বেও ৰাম সৰস্বতীয়ে একশ্ৰেণীৰ বধকাব্য ৰচনা কৰি জনসাধাৰণৰ মনোবল জাগ্ৰত কৰি ৰখাৰ চেষ্টা কৰিছিল। কিন্তু মুছলমানৰ সোতৰবাৰ আক্ৰমণেও আহোম ৰাজ্যৰ কলাকাৰক বীৰ ৰসাত্মক কাব্য ৰচনাৰ প্ৰেৰণা নজগালে। মুঠতে শাসক কলাকাৰসকলৰ প্ৰতিক্ৰিয়াশীল মনোভাবে শিল্প-কলাক বুৰ্জোৱা ভাবযুক্ত কৰিলে।

বীৰ লাচিত আৰু বীৰাঙ্গণা মূলাৰ আদৰ্শই এই যুগৰ কোনো কলাকাৰক অনুপ্ৰাণিত নকৰিলে। আহোমসকলে সামৰিক শক্তিৰ শ্ৰেষ্ঠতাৰ দাবী কৰে ; কিন্তু যিখন ৰাষ্ট্ৰত শাসক শ্ৰেণী তথা কলাকাৰে ব্যক্তিৰ জীৱনৰ মহান আদৰ্শ বুজি নাপাই, সেই প্ৰতিক্ৰিয়াশীল শাসক আৰু কলাকাৰে সামৰিক শক্তিৰ দ্বাৰা ৰাষ্ট্ৰীয় চেতনা জগোৱা টান। যিখন ৰাষ্ট্ৰত সতী-সাধ্বী নাৰী জয়মতীয়ে আদৰ্শৰ হকে প্ৰাণত্যাগ কৰিলে, সেইখন ৰাষ্ট্ৰত প্ৰতিক্ৰিয়াশীল ৰাজশক্তিৰ লগত হাত মিলোৱা কলাকাৰে সতীৰ সতীত্বৰ গুণ নাগালে।

কোচ ৰাজ্যত লৌকিক কলাকাৰে বড়ো কছাৰী গাভৰু বেউলাক আৰ্য্যৰ সতী নাৰী সাবিত্ৰীৰ ওপৰত স্থান দিলে ; কিন্তু নাৰীৰ জীৱন আৰু আদৰ্শৰ মূল্য নুবুজা এই যুগৰ শাসক আৰু কলাকাৰে মানৱ জীৱনৰ মহান সত্যবোৰ উপলব্ধি নকৰিলে। প্ৰতিক্ৰিয়াশীল আহোম শাসকৰ দৰে কলাকাৰ বৰ্ণহিন্দু সকলো আদৰ্শভ্ৰষ্ট হ'ল। সেয়ে জাতিৰ অধঃপতন। আহোম শাসকসকল জাতীয় অধঃপতনৰ কাৰণে যিমান দায়ী, আৰ্য্যকলাকাৰসকল তাতোকৈ অধিক দায়ী। কাৰণ বৰ্ণহিন্দু কলাকাৰসকলে জাতিৰ ৰাষ্ট্ৰীয় চেতনা জগোৱা নাই।

আহোম যুগত পুথিৰ সংখ্যা বাঢ়িল, কিন্তু চতুৰ্দশ-সপ্তদশ শতিকাৰ মাজেদি গঢ়ি উঠা জাতীয় শক্তি আৰু সাংস্কৃতিক জীৱনবোধ ক্ষুণ্ণ হ'ল। আহোম যুগৰ কলাকাৰসকলে পূৰ্ব যুগৰ অসমীয়া কাব্য-সাহিত্যৰ আকৃতি-প্ৰকৃতি গভীৰভাৱে অধ্যয়ন কৰি, সৰ্বভাৰতীয় সংস্কৃত সাহিত্যৰ লগত গভীৰভাৱে পৰিচয় হৈ আৰু অষ্টাদশ শতিকাত চুবুৰীয়া বঙ্গদেশত দেখা দিয়া ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক ভাব-ধাৰাৰ প্ৰতি লক্ষ্য কৰি কাব্য সাধনা কৰাহেঁতেন জাতিৰ জীৱনৰ স্থিৰতা নাহিলহেঁতেন। এই আদৰ্শ প্ৰচাৰ হোৱা হ'লে অসমীয়া জাতীয় জীৱনে উত্তৰ-পূব ভাৰতক একত্ৰিত কৰিলেহেঁতেন।

অষ্টাদশ শতিকাত আহোম ৰাজসভাৰ যোগেদি সৃষ্টি হোৱা সাহিত্যই জাতিক প্ৰগতিৰ পথ দেখুৱাব নোৱৰা বাবে ১৮২৬ চনত

আভ্যন্তৰীণ সংঘাতে যুগৰ পৰিবৰ্তন সাধন কৰিলে। কলাকাৰে যেতিয়া নিজৰ ঐতিহ্যৰ গতিবিধি লক্ষ্য কৰি, সমাজ সচেতন মনোভাব লৈ, গভীৰ জীৱনবোধত আপ্লুত হৈ কাব্য চৰ্চা কৰে, তেতিয়াই সেই কলাকাৰে ৰাষ্ট্ৰীয় চেতনা জগাই তোলে।

কোচৰাজ্যৰ মনসা কাব্য ৰচক শাক্ত তথা লৌকিক কবিসকলে জনগণক ওজাপালি অনুষ্ঠানৰ যোগেদি আধ্যাত্মিক শক্তি জাগ্ৰত কৰিবৰ বাবে শাক্ত সাহিত্য ৰচিলে; কিন্তু আহোম যুগৰ শাক্ত কবি-সকলে আমোলাতান্ত্ৰিক ভাবধাৰাৰে বিলাসী সাহিত্য সৃষ্টি কৰিলে। কোচৰাজ্যত শাক্ত সাহিত্যই জনতাক জগাই তুলিছিল; কিন্তু আহোম ৰাজ্যৰ শাক্ত সাহিত্যই কৰ্মবিমুখ প্ৰতিক্ৰিয়াশীল পাঠক সৃষ্টি কৰিলে। চতুৰ্দশ শতিকাৰ কবিৰাজ কন্দলিৰ বাণী কোচৰাজ্যৰ কলাকাৰে আখৰে আখৰে মানিছিল; কিন্তু আহোম ৰাজ্যৰ কলাকাৰে 'অপ্ৰমাদী' কবিক পাহৰিলে।

দেওধাই বুৰঞ্জীত আহোম ৰজাসকলৰ ৰাষ্ট্ৰীয় খেল-ধেমালিৰ বিষয়ে উল্লেখ আছে। ৰাষ্ট্ৰীয় জীৱন শক্তিশালী হ'ব লাগিলে খেল ধেমালি আদি বিবিধ সাংস্কৃতিক অনুষ্ঠানৰ প্ৰয়োজন। কিন্তু কেৱল কনুৱা চৰাই আৰু শেনৰ খেলে নাইবা বাঘ-ভালুক, হাতী-মহৰ যুঁজে জাতিৰ আধ্যাত্মিক শক্তি তথা চিন্তাশক্তি জাগ্ৰত নকৰে। স্থূল ৰুচিৰ আহোম ৰজাসকলে কেৱল তামসিক প্ৰকৃতিৰ খেল-ধেমালিৰ যোগেদিহে ৰাষ্ট্ৰীয় চৈতন্য জগাব খুজিছিল। এওঁলোকে সৰ্বভাৰতীয় খ্যাতি লাভ কৰাৰ চেষ্টা নকৰা বাবে আভ্যন্তৰীণ সংঘাতত লিপ্ত হ'ল।

কাব্য সাহিত্যৰ গভীৰ অধ্যয়নে জাতিৰ চিন্তাশক্তি জাগ্ৰত কৰে। জাতিৰ চিন্তাশক্তি জাগ্ৰত হ'লে নাগৰিকৰ কৰ্মশক্তি বাঢ়ে আৰু তেতিয়া নাগৰিকে নিজৰ দায়িত্ব সম্বন্ধে সজাগ হয়। প্ৰতিক্ৰিয়াশীল আহোম ৰজাসকলে জাতিৰ চিন্তাশক্তি জাগ্ৰত কৰাৰ চেষ্টা কৰা নাই। সেই যুগৰ চিন্তাৰ দৈন্যই জাতীয় আত্মা অন্ধকাৰাচ্ছন্ন কৰিলে।

আহোম ৰজাসকলে হিন্দু-ধৰ্ম গ্ৰহণ কৰিলেও সদায় আহোম ৰীতি-নীতি মানি দেওধাই বাইলুঙৰ নিৰ্দেশ মতে স্বকীয় ঐতিহ্য ৰক্ষা কৰিছিল। দ্বৈতবাদী মনোভাবে আহোম ৰাজসভা তথা ৰাজ্যৰ প্ৰগতি ৰুদ্ধ কৰিলে। সেয়ে আহোম ৰাজ্যত হিন্দু-ধৰ্ম প্ৰচাৰক ব্ৰাহ্মণসকলে বৈদিক সংস্কৃতি জনসাধাৰণৰ মাজত প্ৰচাৰ কৰাৰ সুবিধা নাপালে। আহোমসকলৰ নিজা ভাষাত কোনো ৰাজনীতি, অৰ্থনীতি বিষয়ক উচ্চ গ্ৰন্থ নাইবা কোনো কাব্য নাই। বড়ো-কছাৰীসকলে নিজৰ উপভাষা থকা সত্বেও, প্ৰগতিবাদী চিন্তাৰে মুক্তভাৱে অসমীয়া ভাষা-সাহিত্যৰ উন্নতিত বৰঙণি যোগাইছে। কিন্তু আহোমসকলে মুক্তভাৱে ভাৰতীয় সংস্কৃতিৰ প্ৰচাৰত সহায় নকৰা বাবে কলাকাৰসকলে অসমৰ বিভিন্ন জনজাতীয়লোকক সামৰি লৈ মহাকাব্য যুগৰ আদৰ্শ প্ৰবাহিত কৰিব নোৱাৰিলে।

বড়ো কছাৰী বংশীয় ৰজাসকলে হিন্দু সংস্কৃতি দ্বিধাহীনভাৱে গ্ৰহণ কৰি কামৰূপী ব্ৰাহ্মণসকলক তেওঁলোকৰ ৰাজ্যত বৈদিক কৰ্মকাণ্ড প্ৰচাৰৰ সুবিধা দিয়া হেতুকে, কোচ ৰাজ্যত বৰ্তমানৰ বিভেদকামী মনোভাবে অধিক ক্ৰিয়া কৰা নাই। আহোমসকলে নিজা সংস্কৃতি ৰক্ষাৰ কাৰণে যত্নপৰ হোৱা বাবে আহোম ৰাজ্যৰ অন্যান্য জনজাতীয় লোকেও আগ্ৰহেৰে এই আদৰ্শ গ্ৰহণ কৰা নাই। নৰনাৰায়ণ-চিলাৰায়ৰ বংশধৰসকল আদৰ্শভ্ৰষ্ট হোৱা বাবে মানাহ নদীৰ পাৰলৈকে মুছলমান শাসনাধীন হ'ল যদিও, কোচৰাজ্যৰ আদৰ্শই জাতিক ৰক্ষা কৰিলে।

আহোম যুগৰ ৰচিত বুৰঞ্জীসমূহে জনজীৱন স্পৰ্শ কৰা নাই। দেশৰ শাসনৰ লগত জড়িত বিষয়াসকলে কেৱল নিজৰ পৰিয়ালৰ ৰাজনীতি চৰ্চাৰ বাবেহে এই বুৰঞ্জীবোৰ সংকলন কৰিছিল। মুক্তভাৱে বুৰঞ্জী লেখকসকলে বুৰঞ্জী সংকলন কৰিব পৰা নাই। কীৰ্তিচন্দ্ৰ বৰবৰুৱাই 'বুৰঞ্জীদাহ' কৰা কাৰ্য্য তেওঁৰ ব্যক্তিগত কাৰ্য্য নহয়। কলাকাৰ আৰু লেখকক মুক্ত চিন্তাৰ অৱকাশ নিদিয়া শাসকশ্ৰেণীৰ প্ৰতিনিধি কীৰ্তিচন্দ্ৰ বৰবৰুৱা।

বুৰঞ্জী নাইবা আন ব্যৱহাৰিক জ্ঞানৰ পুথিবোৰ জাতিৰ শক্তি বিকাশৰ কাৰণে প্ৰয়োজন সঁচা কিন্তু এই গ্ৰন্থসমূহ বিশেষজ্ঞসকলৰ গৱেষণাৰ বস্তু। সাধাৰণ শ্ৰেণীৰ মানুহৰ উপযোগী প্ৰাণস্পৰ্শী জন-সাহিত্য নাইবা সহজলভ্য সাংস্কৃতিক অনুষ্ঠান এই যুগত সৃষ্টি হোৱা নাই। ভাওনাৰ প্ৰচলন হ'লেও ব্যয়বহুল আৰু অধিক পৰিশ্ৰমেৰে প্ৰস্তুতি কৰিব লগা হোৱা বাবে ভাওনা ওজাপালিৰ দৰে প্ৰচাৰ হোৱা নাই।

প্ৰগতিবাদী শাসকে দেশত কলা কৃষ্টিৰ বিকাশ হ'লে ৰাষ্ট্ৰৰ বিপ্লৱ হ'ব বুলি ভয় নকৰে। কিন্তু প্ৰতিক্ৰিয়াশীল শাসকে ৰাষ্ট্ৰৰ জনসাধাৰণৰ শক্তি জাগ্ৰত হোৱাৰ ইচ্ছা নকৰে। কোচৰজা নৰনাৰায়ণে সমগ্ৰ মহাভাৰত অসমীয়াত ৰচনা কৰাৰ প্ৰচেষ্টা চলাই প্ৰাচীন ভাৰতীয় ৰাজনীতি, অৰ্থনীতি সমৰনীতিৰ জ্ঞান জনসাধাৰণৰ মাজত প্ৰচাৰ কৰাৰ চেষ্টা কৰিছিল। মুছলমান ৰজাসকলৰ বিৰুদ্ধে যুঁজিবৰ বাবে নৰনাৰায়ণ ৰজাই সকলো প্ৰকাৰে প্ৰস্তুত হৈছিল। সেয়ে কৰতোৱাৰ পাৰলৈ কামৰূপ ৰাজ্যৰ শক্তি অব্যাহত কৰি ৰাখিব পাৰিছিল।

কিন্তু আহোমসকলে তেওঁলোকৰ বুৰঞ্জী আনকি নিজৰ পুতেকৰ পৰাও গোপনে ৰাখিবলৈও নিৰ্দেশ দিছে। শ্ৰীনাথ দুৱৰা বৰুৱাই তেওঁৰ বুৰঞ্জীৰ পাতনিত বুৰঞ্জী সাহিত্যৰ গোপনীয়তাৰ নিৰ্দেশ দিয়া কাৰ্য্যই আৰু কীৰ্তিচন্দ্ৰৰ বুৰঞ্জী-দাহ কাৰ্য্যই প্ৰমাণ কৰে যে জনসাধাৰণৰ মাজত প্ৰচাৰ কৰিবৰ বাবে বুৰঞ্জী নহয়। কেৱল মাথোঁ বিশেষ এক শ্ৰেণীৰ বিষয়া সৃষ্টিৰ বাবেহে। প্ৰতিক্ৰিয়াশীল বিষয়া আৰু ৰাজশক্তিয়ে সদায় জনসাধাৰণক জ্ঞান আহৰণৰ পৰা আঁতৰত ৰখাৰ চেষ্টা কৰে। মুঠতে শাসক আৰু জনসাধাৰণৰ এটা বিৰাট ব্যৱধান এই যুগত সৃষ্টি হয়।

বুৰঞ্জীক বেদ সদৃশ জ্ঞান কৰা আহোমসকলে বুৰঞ্জী পাঠ কৰি বিবাহ কাৰ্য্য সম্পন্ন কৰিছিল। কবিৰাজ মাধৱ কন্দলিয়ে চতুৰ্দ্দশ শতিকাত অসমীয়া ভাষাত ৰামায়ণ ৰচনা কৰি অসমীয়া জাতিৰ বেদ

ৰচি সৰ্বভাৰতীয় জ্ঞানৰাজিক সহজলভ্য কৰিলে। কিন্তু আহোমসকলে বিবাহ অনুষ্ঠানতো বুৰঞ্জী পাঠ কৰি নিজৰ উপৰিপুৰুষৰ জ্ঞানেই আধ্যাত্মিক জীৱনৰ বাবে যথেষ্ট বুলি ভাবিলে।

বিবাহ অনুষ্ঠানত পাঠকৰা বুৰঞ্জী সমূহে আহোম কলাকাৰৰ মাজত ঐক্যবোধ গঢ়ি তুলিছিল সঁচা, কিন্তু দম্পতিক আধ্যাত্মিক জীৱন যাপনৰ বাবে বুৰঞ্জীয়ে প্ৰেৰণা যোগাব নোৱাৰে। সেয়ে দেখা যায় আহোম সকলে সদায় এটা স্বকীয়া শ্ৰেণী হিচাবে থাকিবলৈ চেষ্টা কৰা বাবে চুবুৰীয়া জনজাতীয় লোকৰ লগত বৈবাহিক বন্ধন হোৱা সত্বেও; ছশ বছৰীয়া আহোম শাসনে উত্তৰ পূব ভাৰতত জাতীয়তাবোধ জাগ্ৰত নকৰিলে। সেয়ে আজিও এই বিভেদকামী মনোভাব আহোম সকলৰ মাজত দেখা দিছে। আহোম সকলে ভাস্কৰবৰ্মা আৰু নৰনাৰায়ণ ৰজাৰ আদৰ্শ অনুযায়ী সৰ্বভাৰতীয় চিন্তা প্ৰবাহিত কৰি ভাৰতৰ মুছলমান শাসনৰ বিৰুদ্ধে থিয় দিয়া হলে উত্তৰ-পূৱ ভাৰতৰ বিভিন্ন জাতি-উপজাতিৰ সমস্যা উদ্ভৱ নহলহেঁতেন।

ৰাজনীতিয়ে দেশৰ অৰ্থনৈতিক সাংস্কৃতিক গাঠনি নিৰ্দ্ধাৰণ কৰে। কি ৰাজতন্ত্ৰ, কি গণতন্ত্ৰ সকলো প্ৰকাৰ শাসনতে শাসকে জনসাধাৰণক বিশ্বাস কৰি মুক্তভাৱে জীৱন যাপনৰ সুবিধা দিব লাগিব। স্বাধীনতাৰ অৰ্থ হৈছে ব্যক্তিৰ ৰাজনৈতিক—অৰ্থনৈতিক আৰু আধ্যাত্মিক স্বাধীনতা। প্ৰতিক্ৰিয়াশীল শাসনত কেৱল একশ্ৰেণীৰ লোকেহে স্বাধীনতাৰ সুবিধা ভোগ কৰে। সকলো যুগতে সাধাৰণ মানৱে সুশাসকক শ্ৰদ্ধা কৰে।

যেতিয়া ৰাষ্ট্ৰীয় জীৱন আমোলাতান্ত্ৰিক শাসনত গতানুগতিক হয় তেতিয়া ব্যক্তি তথা সমাজে তথাকথিত স্বাধীনতাৰ মূল্য নুবুজে। হয় ৰাষ্ট্ৰীয় জীৱন ভিতৰ ভাগৰ পৰা শুদ্ধ হব লাগিব, নহয় বহিঃশক্তিয়ে আভ্যন্তৰীণ দুৰ্বলতাৰ সুযোগ লৈ ৰাষ্ট্ৰক পদদলিত কৰিব। এই পদ-দলিত অৱস্থাৰ মাজেদিহে পুনঃ ৰাষ্ট্ৰীয় চৈতন্য জাগ্ৰত হব। সেয়ে অসমৰ আহোমৰ আমোলাতান্ত্ৰিক শাসনৰ অৱসান দেশৰ প্ৰগতিৰ ইঙ্গিত।

সাম্প্ৰতিক কালত আহোম বংশীয় কলাকাৰ তথা কাব্যকাৰে ভাৰতীয় সংস্কৃতি সাধনা কৰি অসমীয়া জাতীয় জীৱন শক্তিশালী কৰিছে। কিন্তু অসমৰ অন্যান্য পাহাৰ ভৈয়ামৰ জনজাতিয়ে অসমৰ সাহিত্য সংস্কৃতিৰ সাধনা কৰি জাতীয় জীৱনৰ সোঁতত মিলি যাবলৈ বিশেষ চেষ্টা কৰা নাই। ইয়াৰ মূলতো বড়োবংশীয় লোকসকলৰ আহোম যুগত প্ৰকৃত স্বীকৃতিৰ অভাৱ।

কোচ ৰাজ্যত জাতীয় জীৱনে মুক্তি বিচাৰি পাইছিল বাবেই সংঘাতৰ সন্মুখীন হৈ কাব্যৰ মাজেদি জন-মানসৰ মুক্তি বিধান কৰিছিল। কিন্তু আহোম যুগত প্ৰতিক্ৰিয়াশীল শাসক আৰু কলাকাৰসকল মুক্তি স্পৃহাবিহীন হোৱা বাবে কাব্য সৃষ্টিৰ মাজেদি সৌন্দৰ্য্য স্পৃহা, চিন্তা শক্তি নাইবা কল্পনাৰ ৰূপ দিব নোৱাৰিলে।

শাসক মণ্ডলী, কলাকাৰ আৰু জনসাধাৰণৰ অন্তৰৰ ৰাষ্ট্ৰীয় চেতনাই ৰূপ নোলোৱা বাবে জনজাতীয় সংস্কৃতিয়ে আৰ্য্য সংস্কৃতিত মিলিত হৈ অসমৰ কাব্য-সাহিত্যৰ মাজেদি জনজাতীয় লোকৰ মুক্তি বিধান নকৰিলে।

সাম্প্ৰতিক কালত জনজাতীয় চেতনাই দেখা দিয়াত গণতান্ত্ৰিক ভাৰতত সকলো জাতি-উপজাতিয়ে নিজৰ উপভাষা আৰু জনজাতীয় সংস্কৃতি ৰক্ষা কৰি অগ্ৰসৰ হোৱাৰ চেষ্টা কৰিছে। কিন্তু জনজাতীয় সংস্কৃতিয়ে ভাৰতীয় অসমীয়া কাব্য-সাহিত্যৰ মাজেদি গতি কৰিহে সাম্প্ৰতিক কালত অসমীয়া জাতিক সৰ্বভাৰতীয় প্ৰতিযোগিতাত ৰক্ষা কৰিব পাৰিব।

———

# অসমীয়া কাব্য-সাহিত্য আৰু জাতীয় জীৱনত প্ৰগতিবাদী চিন্তা

**অৰুণোদয় যুগঃ (১৮৪৬—১৮৮২)** কমতা-বৰাহী-কোচ-আহোম ৰাজসভাৰ প্ৰভাৱৰ পৰা মুক্ত হোৱা অসমীয়া সাহিত্য-সংস্কৃতিয়ে বিদেশী শাসনৰ নতুন পৰিবেশত নতুন চিন্তাধাৰাৰ সংস্পৰ্শত দেশত সুস্থিৰ শাসন প্ৰতিষ্ঠা হোৱাতো 'অৰুণোদয়'ৰ যোগেদি শক্তিশালী ৰূপত পুনঃ প্ৰকাশৰ সুবিধা নাপালে। সেয়ে এই যুগৰ চিন্তাধাৰাই জাতীয় জীৱনক ন ৰূপ দি জাতীয় চৈতন্য বিকাশত কেনেদৰে সহায় কৰিলে বিচাৰ্য্য।

দেশীয় ৰাজতন্ত্ৰৰ আমোলত ৰজাঘৰীয়া পৃষ্ঠপোষকতাত সৃষ্টি হোৱা অসমীয়া কাব্য-সাহিত্য আৰু জাতীয় জীৱনে সততে ভাৰতীয় জাতীয় জীৱনৰ সাংস্কৃতিক আদৰ্শৰ মাজেদি ৰূপ পাইছিল। ৰামায়ণ মহাভাৰতৰ যুগৰে পৰা কামৰূপ ৰাজ্যৰ মাজেদি সৰ্বভাৰতীয় সাংস্কৃতিক জীৱনবোধ ভাৰতৰ উত্তৰ-পূব অঞ্চলৰ মাজেদি প্ৰবাহিত হৈ ভাৰতৰ উত্তৰ-পূব অঞ্চলক ভাৰতীয় জীৱনাদৰ্শত গঢ় দিয়াৰ পৰিবেশ সৃষ্টি কৰিছিল। পৰৱৰ্তী আহোম যুগত সৰ্বভাৰতীয় প্ৰেৰণাৰ সোঁত ক্ষীণ হৈ যায়। সেয়ে আহোমৰ শাসন কালত ভাৰতৰ এই অঞ্চলত আহোম ৰাজ শক্তিয়ে সামৰিক শক্তি প্ৰয়োগ কৰি পৰ্বতীয়া জনজাতীয় লোক সকলক দমন কৰি খাঁচ দখললৈ আনি অসমীয়া জাতীয় জীৱনৰ সাংস্কৃতিক প্ৰবাহৰ সোঁতত সংশ্লিষ্ট কৰিবলৈ চেষ্টা নকৰা হেতুকে সমগ্ৰ উত্তৰ-পূব অঞ্চলটোত এটা সামগ্ৰিক সাংস্কৃতিক আদৰ্শ সৃষ্টি নহ'ল। নাইবা ৰাজনৈতিকভাৱেও এই অঞ্চলটো ঐক্যবদ্ধ নহ'ল।

কিন্তু ইংৰাজ শাসনে পোন প্ৰথম বাৰৰ বাবে কামৰূপ-অসমৰ ইতিহাসত ভৈয়ামৰ জিলা কেইখনৰ লগত পাহাৰী জিলা কেইখনৰ ৰাজনৈতিক ঐক্য সাধন কৰে। মুছলমানৰ আক্ৰমণত কোচ ৰাজ্য

পতন হোৱাত অসমৰ জাতীয় জীৱনৰ যি ক্ষতি হ'ল, আহোম ৰাজ্যই সেই ক্ষতি পূৰাব নোৱাৰিলে।

কামৰূপী ৰজাসকলে যি বিশাল ৰাজ্যখণ্ড শাসন কৰিছিল তাৰেই পশ্চিম অংশ মানাহৰ পাৰলৈ ইংৰাজে ১৮২৬ খৃষ্টাব্দৰ বহুকাল আগেয়ে দখল কৰে। সেয়ে দেখা যায় আহোম ৰজাসকলে মাত্র কামৰূপ, দৰং, নগাঁও, শিৱসাগৰ আৰু লক্ষীমপুৰ তথা সদিয়াৰ কিছু অঞ্চললৈ শাসন কৰিছিল। দৰং জিলাতো প্ৰকৃততে কোচবংশীয় ৰজাসকলে শাসন কৰিছিল। গতিকে অসমৰ জাতীয়তাবাদৰ প্ৰাণকেন্দ্ৰ কোচবিহাৰ-কমতাৰাজ্য আহোম শাসন উচ্ছন্ন হোৱাৰ পূৰ্বতে ইংৰাজৰ শাসনাধীন। অসমীয়া সংস্কৃতিৰ কেন্দ্ৰ স্বৰূপ কমতা-কোচৰাজ্য ইংৰাজৰ শাসনাধীন হোৱাত, কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত আহোমৰ শাসনাধীন পূৰ্বাঞ্চল প্ৰতিক্ৰিয়াশীল আহোম শাসকসকলৰ অধীনত থকা বাবে জাতীয় সংস্কৃতিৰ বিকাশত সহায়ক হোৱা নাই। প্ৰকৃততে খণ্ডিত কামৰূপ ৰাজ্যৰ সাংস্কৃতিক ৰূপ আহোম যুগত মহাৰাজ ৰুদ্ৰসিংহৰ দিনতে অৱসান হয়। ইংৰাজ শাসনে প্ৰকৃততে সাম্ৰাজ্যবাদী মনোভাব লৈ হলেও গোৱালপাৰা জিলাক পুনঃ অসমৰ আন আন পৰ্বত-ভৈয়ামৰ জিলাসমূহৰ শাসনৰ লগত জড়িত কৰি কামৰূপ ৰাজ্যৰ স্মৃতি কিছু জাগ্ৰত কৰে।

ইংৰাজ কোম্পানীয়ে ১৭৬৫ খৃষ্টাব্দৰ ১২ আগষ্টত মোগল সম্ৰাটৰ হুকুমমতে বঙ্গৰ অংশ বিশেষ গোৱালপাৰা আৰু গাৰোপাহাৰ জিলাৰ শাসনভাৰ লয়। প্ৰথমতে যদিও ৰংপুৰৰপৰা গাৰোপাহাৰ আৰু গোৱালপাৰা শাসন কৰা হৈছিল, শেষত ১৮২২ খৃষ্টাব্দত গোৱালপাৰা চহৰ সদৰ হিচাবে লৈ গোৱালপাৰা জিলা গঠন হয়। গোৱালপাৰা জিলাক অসমৰ শাসনভুক্ত কৰি ইংৰাজ শাসনে অসমৰ জাতীয়তাবাদী শক্তি বৃদ্ধিত সহায় কৰে।

১৮৩৩ খৃষ্টাব্দৰ ৯ জানুৱাৰীত টিৰাতসিংহৰ পৰাজয়ক্ৰমে খাছিয়া পাহাৰ জিলা অসমৰ শাসন ভুক্ত হয় আৰু ১৮৬৪ খৃষ্টাব্দত খিলং

চহৰ অসমৰ ৰাজধানী হয়। ১৮৩২ খৃষ্টাব্দত কাছাৰ জিলা অসমৰ অন্তৰ্ভুক্ত হয়। কিন্তু যি বড়ো-কছাৰী লোকসকলে অসমৰ জাতীয়তা-বাদী চিন্তাধাৰা আৰু সৰ্বভাৰতীয় আদৰ্শ সৃষ্টি কৰিলে, সেই লোকসকলে কাছাৰ জিলাত হিন্দুধৰ্মৰ প্ৰচাৰকসকলৰ তথা কলাকাৰসকলৰ গভীৰ সংস্পৰ্শ লাভ নকৰা বাবে অসমীয়া সাহিত্য সংস্কৃতিৰ বিকাশত সহায় কৰিব নোৱাৰিলে।

বৰং ১৮৩৬ খৃষ্টব্দত এই জিলাখন ঢাকাৰ শাসনভুক্ত হোৱা বাবে এই জিলাখনৰ ভাষা আৰু সাহিত্য-সংস্কৃতিয়ে বঙালী ৰূপ লয়। সেইদৰে কামৰূপ ৰাজ্যৰ অংশ বিশেষ কোচবিহাৰ আৰু ৰংপুৰ জিলা আদি গৌড়ৰ মুছলমান নবাবৰ শাসনাধীন হোৱাৰ ফলস্বৰূপে বঙালী ভাষা-সাহিত্য সংস্কৃতিয়ে প্ৰাক-ঐতিহাসিক যুগৰপৰা চলি থকা কামৰূপী সংস্কৃতিক লুপ্ত কৰিলে।

ইংৰাজ শাসকসকলে ১৮৩৫ খৃষ্টাব্দৰ ১৫ মাৰ্চত জয়ন্তীয়া জিলা আৰু ১৮৩৮ খৃষ্টাব্দত শিৱসাগৰ আৰু লক্ষীমপুৰ দুখন জিলাত বিভক্ত কৰি পুৰন্দৰ সিংহৰ দখলৰপৰা এই জিলা দুখন ইংৰাজৰ খাচ দখললৈ আনে। ১৮৪২ খৃষ্টাব্দত মটক ৰাজ্য আৰু সদিয়া অঞ্চল ইংৰাজৰ শাসনাধীন হয়। ১৮৬৬ খৃষ্টাব্দত ইংৰাজে নগাপাহাৰ দখল কৰিবলৈ চেষ্টা কৰি শেষত ১৮৭৮ চনত কহিমাত নগাপাহাৰ জিলাৰ কাৰ্য্যালয় স্থাপন কৰে। কিন্তু সঘনাই ঘটি থকা নগা বিদ্ৰোহ ১৮৭৭-৭৮ চনতহে শাম কাটে।

ইংৰাজ শাসনৰ কালছোৱাত মিজো পাহাৰৰ অধিবাসীসকলেও ভৈয়াম অঞ্চলত উপদ্ৰৱ কৰিছিল যদিও শেষত ইংৰাজসকলে ১৮৯২ চনত মিজো বিদ্ৰোহ সম্পুৰ্ণৰূপে দমন কৰে। এডৱাৰ্ড গেইটৰ মতে ১৮৪০ খৃষ্টাব্দত কুকি তথা লুচাই জাতীয় লোকসকলে অসম সীমান্তত উপস্থিত হয় আৰু ক্ৰমশঃ এই লোকসকলক দমন কৰি ইংৰাজ শাসনাধীন কৰা হয়।

ইংৰাজ শাসন কামৰূপ-অসম ৰাজ্যত সুপ্ৰতিষ্ঠিত হোৱাৰ লগে লগে অসমৰ ৰাজনৈতিক জীৱনলৈ আইন-শৃঙ্খলা আহিল যদিও, সাম্ৰাজ্যবাদী শাসনৰ সুফলৰ লগতে বিদেশী ধনৰ মোনা লৈ খৃষ্টান ধৰ্মপ্ৰচাৰকে বিজাতীয় আদৰ্শৰ বীজ ৰোপণ কৰি শাসক শ্ৰেণীয়ে প্ৰতিষ্ঠা কৰা আইন-শৃঙ্খলাৰ অজুহাত লৈ অসমৰ তথা ভাৰতীয় জাতীয় জীৱনত আদৰ্শৰ সংঘাত ঘটালে।

কামৰূপ-কোচ ৰাজ্যৰ ৰজাসকলে কৰতোৱাৰ পাৰৰপৰা যি সংস্কৃতিৰ আদৰ্শ সৃষ্টি কৰি ৰাজ্যখণ্ডত জাতীয়তাবাদী মনোভাব সৃষ্টি কৰিছিল, সেইছোৱা ৰাজ্য হেৰাই গ'ল; কিন্তু ভাৰতীয় আদৰ্শ তথা হিন্দু সংস্কৃতিৰ গভীৰ প্ৰভাৱ নপৰা ৰাজ্যখণ্ড অসমৰ শাসনৰ অন্তৰ্ভুক্ত হ'ল।

মঙ্গোলীয় গোষ্ঠীৰ পাহাৰী জনসাধাৰণে ভৈয়ামৰ লগত ব্যৱসায়-বাণিজ্যৰ সংস্পৰ্শ লাভ কৰিলেও, বড়ো-কছাৰী নাইবা আহোমসকলৰ দৰে অসমীয়া সাহিত্য-সংস্কৃতিৰ যোগেদি সৰ্বভাৰতীয় চিন্তাধাৰাত মিলিব নোৱাৰিলে। এওঁলোকৰ কাৰণে প্ৰাক্ বৃটিছ যুগত বহিঃ সংস্পৰ্শই সাংস্কৃতিক বিকাশ সাধন নকৰিলে।

সেয়ে ৰাজশক্তিৰ সহায় লৈ বিদেশী ধৰ্মপ্ৰচাৰকে ভাৰতীয় সভ্যতাই স্পৰ্শ নকৰা পাহাৰী অঞ্চলত ধৰ্মপ্ৰচাৰ কৰি ভাৰত তথা অসম-বিদ্বেষী মনোভাৱ গঢ়াত সুযোগ পালে। এক শ্ৰেণীৰ সমালোচকে কয় যে হিন্দু ধৰ্মপ্ৰচাৰকসকলৰ ঠেক মনোভাৱৰ কাৰণে পাহাৰ অঞ্চলত খৃষ্টান ধৰ্মপ্ৰচাৰকসকলে প্ৰবেশ কৰিলে। কিন্তু প্ৰকৃততে এই মত শুদ্ধ নহয়।

অনাৰ্যপ্ৰধান কামৰূপ ৰাজ্যত ৰামায়ণৰ যুগৰ আৰ্য্য ধৰ্মপ্ৰচাৰক পৰশুৰাম, বশিষ্ঠ আদি মুনিসকলে তথা তেওঁলোকৰ শিষ্য প্ৰশিষ্যসকলে ধৰ্মপ্ৰচাৰ কৰিবলৈ আহিছিল। উদাহৰণ স্বৰূপে মহাৰাজ ৰুদ্ৰসিংহই যুগুত কৰা গুৱাহাটীৰ গিৰি-তীৰ্থৰ তালিকাখন দ্ৰষ্টব্য।[১] গুৱাহাটীৰ

*(১) কামৰূপৰ বুৰঞ্জী : সম্পাদক সূৰ্য্য কুমাৰ ভূঞা।
Appendix A-পৃষ্ঠা ১০৫-১১০। *

ক্ষেত্ৰ পৰ্বতৰ তালিকাখনত আটাইবোৰ সৰ্বভাৰতীয় তীৰ্থৰ উল্লেখ আছে। কামৰূপ ৰাজ্যৰ আৰ্য্যধৰ্ম প্ৰচাৰকসকলে কামৰূপৰ সুকীয়া ৰাজনৈতিক আৰু সাংস্কৃতিক সত্তা লক্ষ্য কৰিয়েই গুৱাহাটী হাজোৰ পৰ্বতমালাক আশ্ৰয় কৰি সৰ্বভাৰতীয় তীৰ্থস্থানসমূহ গঢ়ি তুলিছিল। সৰ্বভাৰতীয় সাংস্কৃতিক প্ৰৱাহ নৰকাসুৰৰ দিনৰপৰা কামৰূপ-কমতা কোচ ৰাজ্যৰ ৰজাসকলৰ দিনলৈ চলিছিল। মিথিলাৰ ৰাজসভাত হিন্দু সংস্কৃতিৰ মাজত ডাঙৰ-দীঘল হোৱা নৰকাসুৰে, মহাভাৰতৰ যুগৰ বীৰ ভগদত্তই, হিউৱেন চাং হৰ্ষবৰ্ধনৰ দ্বাৰা প্ৰশংসিত ভাস্কৰ বৰ্মাই আৰু কোচৰজা নৰনাৰায়ণে ভাৰতৰ গুণী জ্ঞানী লোকসকলক আহ্বান কৰি আনি দেশৰ বিভিন্ন ঠাইত সৰ্বভাৰতীয় কৃষ্টি প্ৰচাৰ কৰিছিল।

কিন্তু চীন, ব্ৰহ্মদেশৰ অৰণ্যৰ মাজে মাজে ভ্ৰমি ফুৰা আহোমসকলে ভাৰতীয় ধৰ্মপ্ৰচাৰকসকলক ৰাজত্বৰ আদিতে আদৰণি জনাই ৰাষ্ট্ৰৰ মঙ্গল সাধন নকৰা বাবে অসমৰ পাহাৰ অঞ্চলত ভাৰতীয় সভ্যতা প্ৰচাৰ নহ'ল। ৰাষ্ট্ৰত আইন-শৃঙ্খলা ৰক্ষা আৰু দৰ্শন-বিজ্ঞান, কলা কৃষ্টিৰ বিকাশ সাধন হলেহে জনসাধাৰণৰ আধ্যাত্মিক শক্তি বিকাশ হয়।

আহোম ৰজাসকলে সামৰিক শক্তি প্ৰয়োগ কৰি মুছলমান আৰু ইংৰাজসকলৰ দৰে ব্যাপক শাসন প্ৰতিষ্ঠা কৰাৰ চেষ্টা কৰা নাই। তদুপৰি আহোমসকলৰ যি তথাকথিত সংস্কৃতি তাৰদ্বাৰা পাহাৰী জনজাতীয় লোকসকলক আকৰ্ষণ কৰি সভ্যতাৰ পোহৰলৈ আনিব নোৱাৰে। আহোমসকলে তেওঁলোকৰ পুৰোহিত দেওধাই বাইলুঙৰ নিৰ্দেশ মতে আহোম নিয়ম আৰু শেষত হিন্দু নিয়ম মানি চলাৰ চেষ্টা কৰি দ্বৈত আদৰ্শত জীৱন যাপন কৰিলে। তদুপৰি মানৱপ্ৰেমী প্ৰগতিবাদী আদৰ্শৰ অভাৱৰ হেতুকে আহোম ৰজাসকলে হিন্দু ধৰ্মপ্ৰচাৰকসকলক পৃষ্ঠপোষকতা কৰি সৰ্বভাৰতীয় আদৰ্শৰ সোঁত পাহাৰমুখী কৰিব নোৱাৰিলে। সেই কাৰণে খৃষ্টান ধৰ্ম-প্ৰচাৰকে ইংৰাজ

ৰাজশক্তি আৰু বিদেশী ধনৰ মোনাৰ সহায়ত পাহাৰ অঞ্চলত প্ৰবেশ কৰিলে।

ভাৰতীয় জাতীয় জীৱনত প্ৰগতিবাদী চিন্তাৰ অভাব হোৱা হেতুকে একাদশ দ্বাদশ শতিকাত বিজাতীয় মুছলমান আক্ৰমণে ভাৰতীয় জীৱনত সংঘাত সৃষ্টি কৰি; ইংৰাজৰ কুটনৈতিক চক্ৰান্তত বিংশ শতিকাত ভাৰতক দুখণ্ড কৰি ভাৰতীয় জীৱনত কুঠাৰ মাৰিলে। প্ৰাচীন ভাৰতত হিন্দু ৰজাসকলে হিন্দু ধৰ্মগুৰুসকলক পৃষ্ঠপোষকতা কৰা বাবে ভাৰতৰ অন্য ঠাইৰ পাহাৰ অঞ্চলত এই আদৰ্শৰ সংঘাত ঘটা নাই।

কিন্তু একাদশ দ্বাদশ শতিকাৰপৰা মুছলমান শাসন প্ৰতিষ্ঠিত হোৱাত হিন্দুসকলৰ এই প্ৰচাৰমুখী মনোভাব নোহোৱা হয়; আৰু কোনো হিন্দু ৰজাই এই আদৰ্শৰদ্বাৰা অনুপ্ৰাণিত হৈ অৰ্থৰদ্বাৰা হিন্দু ধৰ্মপ্ৰচাৰকক সহায় কৰিবলৈ সমৰ্থবান নহ'ল। সেই কাৰণে সুদূৰ পূৰ্বাঞ্চলত গভীৰভাবে হিন্দু সংস্কৃতিয়ে প্ৰবেশ কৰিব নোৱৰা বাবে খৃষ্টান ধৰ্ম-প্ৰচাৰকে এই সুবিধা গ্ৰহণ কৰিলে। পোনতে খৃষ্টান ধৰ্ম-প্ৰচাৰক-সকলে পাহাৰী লোকৰপৰা বাধাপ্ৰাপ্ত হোৱা বাবে ইংৰাজ শাসকৰ প্ৰধান কাৰ্য্যালয় থকা শিৱসাগৰতে ভৈয়ামত ধৰ্ম-প্ৰচাৰৰ চেষ্টা কৰে। কিন্তু তেওঁলোকে জানিছিল যে ভৈয়ামত ধৰ্মপ্ৰচাৰত বিশেষ কৃতকাৰ্য্য নহ'ব।

ভাৰতৰ জাতীয় জীৱনৰ ইতিহাসখনলৈ চালে দেখা যায় যে বিদেশী মুছলমান আক্ৰমণকাৰীয়ে ধৰ্ম-প্ৰচাৰকসকলৰ সাহায্যত ৰাজ্য স্থাপনৰ লগতে নানা কৌশল উলিয়াই; ভাৰতীয় সংস্কৃতিৰ বিৰুদ্ধ মনোভাব সৃষ্টি কৰিছিল। ইংৰাজ শাসনেও এক প্ৰকাৰে জাতীয় সংহতি সাধন কৰিলে; অন্য প্ৰকাৰে স্থায়ীভাৱে অনৈক্য ঘটালে।

সেইদৰে অসমত ইংৰাজ শাসন প্ৰতিষ্ঠা হোৱাৰ লগে লগে পৰ্বত-ভৈয়ামৰ ৰাজনৈতিক ঐক্য স্থাপন হ'ল সঁচা, কিন্তু এই ৰাজনৈতিক ঐক্যই অসমৰ জাতীয়তাবাদী শক্তি বৃদ্ধি নকৰিলে। ভাৰতৰ অন্যান্য ঠাইত খৃষ্টান ধৰ্ম প্ৰচাৰ হলেও, হিন্দু সংস্কৃতিয়ে বিভেদকামী মনোভাবক

প্ৰসাৰ হ'ব দিয়া নাই। চতুৰ শাসক শ্ৰেণী আৰু খৃষ্টান ধৰ্মপ্ৰচাৰক-সকলে বুজি পাইছিল যে ভৈয়ামৰ জনসাধাৰণৰ মাজত অধিক যোগাযোগ থকা হেতুকে খৃষ্টান ধৰ্মৰ আদৰ্শই হিন্দু সংস্কৃতিৰ লগত ফেৰ মাৰিব নোৱাৰিব। সেই চতুৰ বণিক শাসকমণ্ডলীয়ে ৰাজনৈতিক আৰু সাংস্কৃতিক সংঘাত সৃষ্টি কৰিবৰ উদ্দেশ্যে ইংৰাজ শাসন প্ৰতিষ্ঠা হোৱাৰ লগে লগে দেশৰ আধ্যাত্মিক শক্তি জাগ্ৰত নোহোৱা অৱস্থাতে অসমীয়া জাতিৰ বুকুৰ কুটুম হৈ সৰল অসমীয়া জাতিক সংস্কৃতিৰ আদৰ্শ দেখুৱাবৰ বাবে মুছলমান শাসকসকলৰ দৰে খৃষ্টান ধৰ্মপ্ৰচাৰকসকলকো প্ৰেৰণা যোগালে। সেইকাৰণে দেখা যায় যে বিদেশী শাসনৰ লগে লগে বিদেশী সাহিত্য-সংস্কৃতিও দেশীয় সংস্কৃতিৰ বিকাশত অন্তৰায় হৈছে।

ইংৰাজ শাসকসকলে ১৮৩৬ খৃষ্টাব্দত অসমৰ শাসন কাৰ্য্য আৰু বিদ্যালয়ৰপৰা অসমীয়া ভাষা তুলি দিলে। সাধাৰণতে ভবা হয় যে বঙালীসকলেই ইংৰাজ শাসকসকলক ভুল পথে পৰিচালিত কৰিলে। কিন্তু ১৬০৮-১৮৩৬ খৃষ্টাব্দলৈ ভাৰতৰ ৰাজনীতি, অৰ্থনীতি আৰু সাংস্কৃতিক জীৱনৰ সম্পূৰ্ণ জ্ঞান আৰ্জি লৈ পূৰ্বতে মানাহৰ পাৰলৈ ৰাজ্য শাসন কৰা কোম্পানীৰ বিষয়াসকলে বঙালী লোকৰ কথামতে নতুনকৈ দখল কৰা ৰাজ্যখনৰ শাসন প্ৰণালী নিৰ্ণয় নকৰে। এটা কথা ঠিক যে গৌড়ৰ নবাবৰ শাসনাধীন কোচবিহাৰ গোৱালপাৰা ৰংপুৰ আদি জিলাত ইংৰাজসকলে বঙালী ভাষাৰ প্ৰচলনেই দেখিছিল। কিন্তু ভাষা-তত্ত্ব অধ্যয়ন কৰা ইংৰাজসকলে জানিছিল যে স্বাধীন ৰাষ্ট্ৰ এখনৰ নিজা ভাষা আছে। সুদীৰ্ঘ কাল কলিকতা আৰু অসমৰ সীমান্ত আদিত বেহা-বেপাৰ কৰি শাসন কাৰ্য্য চলাই মুছলমান আৰু আহোমৰ সংঘাত তথা বিভিন্ন সম্বন্ধৰপৰা গড়গাঁও ৰাজধানীক কেন্দ্ৰ কৰি সুকীয়া ৰাষ্ট্ৰীয় ভাষা থকা বুলি জানিছিল।

প্ৰকৃত কথা হ'ল, ইংৰাজ শাসকমণ্ডলীয়ে বুজি পাইছিল যে মাতৃ-ভাষাৰ উন্নয়নে জাতীয় চেতনা জগাই তুলিব। সেইকাৰণে জাতীয়

সংস্কৃতি লুপ্ত কৰি বঙালীৰ গ্ৰাসত পেলাই অসমীয়া-বঙালী বিদ্বেষ সৃষ্টি কৰি জাতীয় চৈতন্য সজাগ হোৱাত বাধা দিয়াৰ চেষ্টাহে কৰা দেখা যায়। ইংৰাজ শাসকৰ কূটনীতিয়ে সৃষ্টি কৰা অসমীয়া-বঙালী ভাষাজনিত সংঘাতে পৰৱৰ্তী কালৰ ৰাজ্য ভাষা আন্দোলনৰ সময়ত অসমীয়া বঙালীৰ মাজত তিক্ততাৰ সৃষ্টি কৰিলে। জাতিৰ জীৱনৰ বিভিন্ন ঘটনাই বিভিন্ন কালত প্ৰতিক্ৰিয়া কৰে।

ইংৰাজ শাসনে ভাৰতৰ অন্যান্য অংশৰ লগত অসমৰ যোগসূত্ৰ ৰচনা কৰি আধুনিক ভাৰতৰ প্ৰধান চহৰ কলিকতাৰ লগত যি সংযোগ স্থাপন কৰিলে সেয়েই অসমীয়া সাহিত্যক সৰ্বভাৰতীয় তথা বিশ্বৰ সাহিত্য সংস্কৃতিৰ সন্ধান দিলে। মুঠতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ জিলা সমুহ, পাৰ্বত্য জিলা কেইখনৰ লগত চামিল হোৱাৰ উপৰিও ; বিশ্বৰ ভাবধাৰাৰ লগত সংযোগ হোৱাৰ সুযোগ পালে। আহোম যুগত হেৰাই যোৱা সৰ্বভাৰতীয় সাংস্কৃতিক সম্বন্ধৰ স্থান সৰ্বভাৰতীয় ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক আদৰ্শই পূৰালে। সেয়ে এক প্ৰকাৰে অসমৰ স্বাধীনতা হৰণ কাৰ্য্যই প্ৰগতিবাদী চিন্তাৰ সোঁত প্ৰবাহিত কৰিলে।

অসমীয়া জাতিৰ জীৱনৰ এই পৰিবৰ্তনত জন্ম হোৱা আলোচনী 'অৰুণোদয়' একপ্ৰকাৰে 'অৰুণোদয়' সঁচা ; কিন্তু প্ৰভাতৰ সুৰ্যোদয়ে যি আশাৰ সঞ্চাৰ কৰে অৰুণোদয়ে সেই প্ৰেৰণাৰ সৃষ্টি কৰিলেনে ? ন ন আদৰ্শই জাতীয় জীৱনত প্ৰেৰণাৰ সঞ্চাৰ কৰিলে , জাতিৰ জীৱনী প্ৰশক্তি কাব্য কলাৰ মাজেদি বিকাশ হয়। জাতীয় জীৱনে উন্মুক্ত বাতাবৰণত প্ৰচুৰ কল্পনা শক্তিৰে সমৃদ্ধ হৈ প্ৰগতিৰ পথত অগ্ৰসৰ হয়। এই প্ৰেৰণা অৰুণোদয়ে সৃষ্টি কৰা নাই।

ৰাজতন্ত্ৰৰ কালৰ ৰাজধানীৰ কলাকাৰ তথা ৰাজশক্তিৰ প্ৰেৰণাই কলাকাৰসকলৰ চিন্তাৰ মানদণ্ড নিৰ্ণয় কৰিছিল ; পৰৱৰ্তী কালত কলাকাৰসকলৰ চিন্তাৰ ঐক্য সাধন আৰু কলাৰ সাধনাত সেইদৰে একোখন আলোচনীয়ে কাম কৰিলে। অৱশ্যে দীৰ্ঘকাল জীয়াই থকা

এই 'অৰুণোদয়' আলোচনী খনৰ প্ৰেৰণাই অসমীয়া সাহিত্য সংস্কৃতিক সাময়িক পোহৰ দেখুৱাই পৰৱৰ্তী আলোচনী 'জোনাকী'ক শক্তি যোগাইছে।

ঊনবিংশ শতিকাৰ শেষাৰ্দ্ধত অৰ্থব্যয় কৰি আলোচনী কিনি সাহিত্য চৰ্চা কৰা পৰিবেশ অসমত নাছিল। তেনেস্থলত অসমৰ স্বাধীনতা লুপ্ত হোৱাত স্বকীয় সংস্কৃতিৰ প্ৰাণশক্তিৰ প্ৰতি আওকণীয়া মনোভাব লোৱা অসমত খৃষ্টান শাসকৰ লগতে ধৰ্ম প্ৰচাৰকৰ বিদেশী ধনেৰে প্ৰকাশিত আলোচনীৰ দ্বাৰা যীশুৰ বাণী শুনাই; অসমবাসীক যি আৰ্দৰ্শ দেখুৱালে সেই আদৰ্শই ভৈয়ামৰ পৰা গৈ পাহাৰত খোপনি পুতিলে। কোনো কোনো সমালোচকে খৃষ্টান ধৰ্মৰ প্ৰচাৰকৰ উদাৰ অৱদানক চিৰস্মৰণীয় আখ্যা দিছে। এয়ে অদৃষ্টৰ পৰিহাস!

খৃষ্টান প্ৰচাৰক সকলে 'অৰুণোদয়' আলোচনী আৰু যীশুখৃষ্টৰ ধৰ্মবিষয়ক গ্ৰন্থ সমূহ প্ৰকাশ কৰিলে। চতুৰ্দ্দশ শতিকাৰ পৰা আহোম ৰাজত্বৰ অৱসানৰ কালছোৱালৈ ৰচিত অসমীয়া গ্ৰন্থসমূহৰ প্ৰগতিবাদী চিন্তাধাৰা গ্ৰহণ কৰি জাতীয় সংস্কৃতিৰ শক্তি বৃদ্ধি কৰিলেনে?

আমেৰিকাৰ পৰা অহা' ধৰ্মপ্ৰচাৰকসকলৰ প্ৰায় আটাইবোৰ লোক ভাষাতত্ত্ববিদ, ঐতিহাসিক, বঙ্গদেশ ভ্ৰমণৰ অভিজ্ঞতা থকা লোক। লগত শকত ধনৰ মোনা। সেয়ে মানৱতাৰ সোৱাৰ নামত মূলধন বিনিয়োগ কৰি ভৱিষ্যত আমেৰিকাৰ তথা পাশ্চাত্যৰ আদৰ্শ প্ৰচাৰ কৰাৰ পথহে মুকলি কৰিলে। সেৰে এই যুগতে আমেৰিকাই প্ৰাচ্য জগতত ভাৰতৰ উত্তৰ পূব অঞ্চলত স্থায়ী ঘাটি স্থাপন কৰে।

আমেৰিকাৰ ধৰ্ম প্ৰচাৰকসকলে আহোম যুগৰ বুৰঞ্জী সমূহ প্ৰচাৰ কৰা মূলতে হৈছে; ৰাজক্ষমতা লুপ্ত হোৱা আহোমসকলক প্ৰশংসা কৰি জাতীয়তাবাদী মনোভাব প্ৰকাশত বাধা দিয়া। খৃষ্টান ধৰ্ম-প্ৰচাৰকসকলে ব্যাকৰণ, অভিধান, খণ্ডকাব্য কোষ আদি প্ৰকাশ কৰিছিল। জাতিৰ জীৱনত ভাষা বিজ্ঞানৰ গবেষণা তথা অনুশীলন প্ৰয়োজন সঁচা; কিন্তু চতুৰ্দশ শতিকাৰ পৰা আহোম ৰাজত্বৰ অৱসানলৈ

ভাষাবিজ্ঞানৰ অধ্যয়ন নোহোৱাকৈয়ে অসমীয়া ভাষা সাহিত্য সংস্কৃতি শক্তিশালী হৈছিল।

ইংৰাজ শাসক শ্ৰেণীৰ লগত যুজ কৰি অসমীয়া ভাষা পুনঃ প্ৰতিষ্ঠা কৰি এওঁলোকে প্ৰগতিবাদী চিন্তাৰ পৰিচয় দিলেও; হিন্দু সংস্কৃতিৰে প্লাবিত ভৈয়ামৰ সমাজখনে বিদেশী ধৰ্মপ্ৰচাৰকৰ আদৰ্শত প্ৰেৰণা লাভ কৰা নাই। বৰং স্বাধীনতা লুপ্ত হোৱাৰ শঙ্কাই জাতিৰ আত্মা ব্যথিতহে কৰিছিল। সেই কাৰণে সুদীৰ্ঘ কাল 'অৰুণোদয়' আলোচনী চলি থকা সত্ত্বেও মাত্ৰ দুই চাৰিজনহে হিন্দু লেখক ওলাল।

সাত সাগৰ তেৰ নদী পাৰ হৈ সুদূৰ আমেৰিকাৰ পৰা অহা মিছনাৰীসকলে কেৱল মানৱতাৰ নামত অসমীয়া জাতিৰ সেৱা কৰাৰ কথা ভবা হলে পাহাৰী অঞ্চলত তথা ভৈয়ামত খৃষ্টান ধৰ্ম প্ৰচাৰ নকৰাকৈও মানৱতাৰ সেৱা কৰিব পাৰিলেহেঁতেন। মাউৰা ল'ৰা-ছোৱালীক তথা পীড়িত ব্যক্তিক ধৰ্মান্তৰ নকৰাকৈও সেৱা কৰিব পাৰি। স্বাৰ্থ বিহীন মানৱ সেৱাহে প্ৰকৃত মানৱ সেৱা।

তদুপৰি অসমীয়া ভাষা সুন্দৰকৈ আয়ত্ব কৰা মিছনাৰীয়ে অসমীয়া ভাষাৰ মাধ্যমৰ যোগেদি পাহাৰত খৃষ্টান ধৰ্ম প্ৰচাৰ কৰা হ'লেও, অসমীয়া জাতিৰ জাতীয়তাবাদত আংশিক সহায় কৰিলেহেঁতেন। পাহাৰী জনসাধাৰণৰ কোনো শক্তিশালী মাতৃভাষা নাই। সেয়ে অসমীয়া ভাষাৰ মাধ্যমেৰে যীশুৰ বাণী প্ৰচাৰ কৰাহেঁতেন; ভৈয়ামত প্ৰচাৰ কৰা খৃষ্টান ধৰ্মৰ আদৰ্শই পাহাৰ-ভৈয়ামৰ যোগসূত্ৰ স্থাপন কৰিলেহেঁতেন। চতুৰ শাসক আৰু ধৰ্মপ্ৰচাৰকে জানিছিল যে ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলন সাংস্কৃতিক উত্থানৰ যোগেদি আৰম্ভ হ'ব। বণিক্ সম্প্ৰদায়ৰ ধনেৰে পৰিচালিত মানৱতাৰ সেৱাৰ অন্তৰালত স্বাৰ্থ জড়িত আছে। সেয়ে সুদীৰ্ঘ একুৰি ষোল বছৰ কালত অৰুণোদয়ত কোনো কবিয়ে কবিতা প্ৰকাশৰ প্ৰেৰণা নাপালে। যিটো যুগত কাব্য সৃষ্টি নহয়, সেই যুগত জাতিৰ প্ৰাণৰ স্পন্দন নাই। জাতিৰ স্পন্দিত অন্তৰাত্মাৰ ৰূপহে কাব্যৰ শৰীৰ আৰু আত্মা।

আহোম ৰাজত্বৰ কালছোৱাত গড়গাঁওৰ প্ৰতিক্ৰিয়াশীল পৰিৱেশে বুৰঞ্জী সংকলনতে স্বাধীনতা দিয়া নাই; তেনেস্থলত মৌলিক কাব্য সৃষ্টিৰ কল্পনাৰ অৱকাশ ক'ত। খৃষ্টান মিছনাৰীয়ে অসমীয়া জাতিৰ ইতিহাস তথা সাহিত্যৰ আকৃতি-প্ৰকৃতিৰ বিষয়ে জানিছিল। চতুৰ্দশ শতিকাৰ পৰা ৰচিত হোৱা গ্ৰন্থসমূহৰ কথা জানিহে খৃষ্টান মিছনাৰীয়ে বঙালীৰ পৰিবৰ্তে অসমীয়া ভাষা চলাবলৈ পৰামৰ্শ দিছিল। তেনেস্থলত তেওঁলোকে কোচৰাজ্যত ৰচিত কাব্যসমূহ আলোচনীত প্ৰকাশ নকৰিলে কিয় ?

আহোঁম যুগত ৰচিত বুৰঞ্জী সমূহত ৰাষ্ট্ৰৰ অধঃপতনৰ তথা বিভিন্ন জনজাতীয় লোকৰ লগত হোৱা যুদ্ধ বিগ্ৰহৰ বৰ্ণনাৰ আধিক্যহে আছে। জাতিৰ সাংস্কৃতিক জীৱনৰ কোনো চিত্ৰ নাই; নাইবা জনগণৰ জীৱনৰ অৰ্থনৈতিক চিত্ৰও নাই। সেয়ে দেখা যায় আহোম যুগত ম্লান হোৱা কাব্যৰ প্ৰবাহ 'অৰুণোদয়' যুগত শুকাই যায়। ৰাজনৈতিক, অৰ্থ নৈতিক আৰু সাংস্কৃতিক সংঘাতে জাতীয় জীৱন জীৰ্ণ কৰাৰ বাবে কাব্য সৃষ্টি হোৱা নাই।

১৮৩৬ চনৰ পৰা ১৮৭৩ চনলৈ বঙালী ভাষা অসমত চলে। কোনো কোনো সমালোচকে ভাবে ইয়াৰ ফলত অসমীয়া ভাষাৰ মহৎ ক্ষতি সাধন হৈছে। কিন্তু এই কালছোৱাত অসমত কিমান স্কুল স্থাপন হৈছিল ? কেইজন সাহিত্যিক ওলাইছিল ? এই যুগত নালাগে আহোম যুগৰ শেষ ছোৱাত সাহিত্যৰ শক্তি বৃদ্ধি কৰিব পৰা কেইখন গ্ৰন্থ ৰচনা হৈছিল। খৃষ্টান মিছনাৰীসকলে অসমীয়া ভাষা পুনঃ প্ৰচাৰত সহায় নকৰা হলেও; শিক্ষা-দীক্ষা প্ৰচাৰ হোৱাৰ লগে লগে অসমীয়া লোকৰ চেষ্টাত অসমীয়া ভাষাই নিজস্ব স্থান পালেহেঁতেন। সুদীৰ্ঘকাল মুছলমান শাসনে ফাৰ্চী ভাষা ৰাজভাষা কৰা সত্ত্বেও; নাইবা আৰবী আদি ভাষাৰ প্ৰচাৰ কাৰ্য্যৰ দ্বাৰা উৰ্দ্দু ভাষা সৃষ্টি হোৱা সত্ত্বেও সংস্কৃত নাইবা থলুৱা প্ৰাদেশিক ভাষা সমূহক লোপ কৰিব নোৱাৰিলে। তেনে-স্থলত ইমানবোৰ গ্ৰন্থৰে সমৃদ্ধ অসমীয়া ভাষা সাহিত্য লুপ্ত

হোৱাৰ প্ৰশ্ন নুঠে। পঞ্চদশ শতিকাত অসমীয়া ভাষা সাহিত্যৰ উন্নয়ন নোহোৱা সত্ত্বেও পৰৱৰ্ত্তী যুগত ভাষা সাহিত্য টনকিয়াল হ'ল। জাতিৰ জীৱনত ঘটা কোনো ঘটনাৰ সুফল-কুফল পৰৱৰ্ত্তী কালেহে নিৰ্ণয় কৰে।

এই কালৰ অসমীয়া জনসাধাৰণৰ মানসিক সংঘাত বুজাৰ কাৰণে ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীয়ে প্ৰকাশ কৰা 'কৃষক বিদ্ৰোহৰ মালিতা' আৰু 'ৰেল বৰ্ণনা' নামৰ মালিতা দুটা উল্লেখযোগ্য। (২) দেশ-বিদেশৰ খা-খবৰ যোগান ধৰা সত্ত্বেও; বিদেশী সম্পাদক মুখ্যতঃ বিদেশী আদৰ্শ প্ৰচাৰ কৰাত ব্ৰতী হোৱা হেতুকে অৰুণোদয় আলোচনীয়ে জাতিক 'আত্মপ্ৰত্যয়'ৰ ভাৱ জগাব পৰা নাই। তাৰ প্ৰমাণ মণিৰাম দেৱান, পিয়লি আদি আত্মজ্ঞান আত্মসন্মান সম্পন্ন-লোকৰ বিদ্ৰোহ আচৰণ।

'অৰুণোদয়' আলোচনী তথা বিদেশী ধৰ্মপ্ৰচাৰক সকলে অসমীয়া সাহিত্য চৰ্চ্চা কৰি জাতিক প্ৰগতিবাদী চিন্তাধাৰাৰে অনুপ্ৰাণিত কৰা নাই। বৰং এই যুগতে দুজন মহান ব্যক্তিয়ে দেশীয় আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ এটা মুক্ত মনলৈ দেশ-প্ৰেমত উদ্বুদ্ধ হোৱা কাৰ্য্যৰ ফলস্বৰূপেহে প্ৰগতিবাদী চিন্তাধাৰাই অসমীয়া সমাজ স্পৰ্শ কৰিছে। এই দুজন ব্যক্তিৰ এজন মণিৰাম দেৱান (১৮০৬—১৮৫৮) আৰু আনজন পণ্ডিত প্ৰবৰ আনন্দৰাম বৰুৱা (১৮৫০—১৮৮৯)।

যেতিয়া নিধিৰাম ফাৰৱেল আদিয়ে খৃষ্টান ধৰ্মগ্ৰহণ কৰি; অসমীয়া সাহিত্য অনুশীলনৰ দ্বাৰা অসমীয়া সমাজ উন্নত কৰাৰ চেষ্টা কৰিছিল; তেতিয়া আনন্দৰাম বৰুৱাই সংস্কৃত সাহিত্য অধ্যয়ন কৰি; খৃষ্টান নোহোৱাকৈ ৰক্ষণশীলতাৰ বিৰুদ্ধে যুঁজ কৰি ভাৰতীয় সংস্কৃতিৰ অনুশীলনৰ পথ মুকলি কৰি; বিশ্বত প্ৰাগ্‌জ্যোতিষপুৰৰ খ্যাতি বিয়পাই দিছিল। প্ৰকৃততে 'নহি জ্ঞানেন সদৃশমিহ বিত্ততে' 'স্বধৰ্মে

(২) বাৰ মাহৰ তেৰ গীত: সম্পাদক প্ৰফুল্লদত্ত গোস্বামী।
পৃষ্ঠা ১৮০—১৮২ দ্ৰষ্টব্য।

নিধনং শ্ৰেয়ঃ পৰোধৰ্ম ভয়াবহঃ' বাণী সাৰোগত কৰি জাতিক পথ দেখুৱা আনন্দৰামে কোচ ৰাজ্যৰ প্ৰগতিশীল সংস্কৃত গৱেষকসকলৰ দ্বাৰাহে অনুপ্ৰাণিত হৈছিল। শিৱসাগৰৰ মিছনাৰীসকলে আনন্দৰামক পথ দেখুৱাৰ প্ৰয়োজন নাছিল। এই মহান ব্যক্তিজনে দেশ বিদেশ ঘূৰি আহি খৃষ্টান ধৰ্মপ্ৰচাৰকৰ সহায় নোহোৱাকৈ নবীন আৰ্যভাষা অসমীয়াৰ জননী সংস্কৃত সাহিত্য চৰ্চা কৰি অসমীয়া ভাষাৰ উন্নতিৰ পথ মুকলি কৰিছিল।

মণিৰাম দেৱানে স্বাধীন ৰাষ্ট্ৰত জন্মগ্ৰহণ কৰিলেও প্ৰগতিবাদী দৃষ্টিভঙ্গীৰে নতুন অসম গঢ়াৰ মানসে প্ৰথমতে ইংৰাজ শাসক সকলৰ লগত সহযোগ কৰিছিল। মণিৰামে বুজি পাইছিল যে পশ্চিমীয়া জ্ঞান আৰু কাৰিকৰী বিদ্যা ব্যৱহাৰ নকৰাকৈ অসমৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক উন্নয়ন সম্ভৱ নহয়। সেইকাৰণে এই শক্তিশালী পুৰুষ জনে স্বদেশ প্ৰেমেৰে উদ্বুদ্ধ হৈ ইংৰাজ শাসকক সহায় কৰিলে কেৱল শাসন নীতিত। মণিৰামে নিজৰ ধৰ্ম আৰু বিবেক দৃঢ় ৰাখি বিদেশী শাসকৰ লগত অধিককাল সহযোগ কৰিব নোৱাৰিলে। সেয়ে সৰ্বভাৰতীয় চিপাহী বিদ্ৰোহৰ লগতে অসমত বিদ্ৰোহ আচৰণ কৰি সৰ্বভাৰতীয় আদৰ্শৰ প্ৰবাহ বোৱালে।

মণিৰামৰ মৃত্যুত অসমৰ মালিতা ৰচকে মাথোন চকুলোহে টুকিলে। মণিৰাম দেৱানৰ মালিতাত 'অৰুণোদয়'ৰ যুগৰ অসমীয়া জাতিৰ ব্যথিত অন্তৰাত্মাৰ বেদনা প্ৰকাশ পাইছে। মণিৰামৰ বীৰোচিত কাৰ্য্যই বীৰ ৰসাত্মক সুৰ সৃষ্টি কৰি অসমীয়া জাতিক জগাব নোৱাৰিলে। ইয়াৰ মূল কাৰণ এই যে আহোম ৰাজ্যত বীৰ ৰসাত্মক সুৰ কাব্যৰ মাজেদি প্ৰবাহিত হোৱা নাই। তদুপৰি মান মৰাণৰ উৎপীড়নৰ সোঁৱৰণী, বিদেশী শাসন আৰু বিদেশী কৃষ্টিৰ সংঘাতে অসমীয়া কবিৰ হৃদয়ত সাহসী মনোভাব সৃষ্টি কৰিব নোৱাৰিলে। খৃষ্টান মিছনাৰীৰ আদৰ্শ জাতিৰ 'আত্মপ্ৰত্যয়'ৰ ভাব জগালে মালিতা ৰচকে এই ব্যৰ্থতাৰ ভাব প্ৰকাশ নকৰিলেহেঁতেন।

শ্বহীদ মণিৰাম দেৱান লিখক ; তেওঁ ১৮৩৮ খৃষ্টাব্দত 'বুৰঞ্জী বিবেক ৰত্ন' ৰচনা কৰে। ব্যৱসায় বাণিজ্যত মণিৰাম প্ৰগতিবাদী দৃষ্টি-ভঙ্গী সম্পন্ন। সেইদৰে ভাৰতীয় সংস্কৃতিৰ সাধক আনন্দৰামে নিঃসঙ্গভাৱে কলিকতা চহৰৰ প্ৰগতিবাদী পৰিবেশৰ প্ৰভাৱত ভাৰতৰ নব জাগৰণত যি অৱদান আগবঢ়ালে তাৰ তুলনাত সাংস্কৃতিক মূলধন বিনিয়োগ কৰি পাশ্চাত্যৰ সাম্ৰাজ্য ৰচনা কৰাৰ সপোন দেখা মিছনাৰীৰ অৱদান তেনেই নগণ্য।

যি দৰে ৰাজনৈতিক কৰ্তৃত্ব লাভ কৰি ইংৰাজ শাসকে অৰ্থনৈতিক খোপনি পুতিলে ; সেইদৰে ভাৰতৰ পূৰ্বাঞ্চলত প্ৰতিষ্ঠা হোৱা সাংস্কৃতিক মূলধনে ৰাজনৈতিক শক্তি বিস্তাৰত সহায় কৰি কুৰি শতিকাৰ বিদেশী ধৰ্মপ্ৰচাৰকৰ সপোন সাৰ্থক কৰিলে। সেয়ে দেখা যায় মিছনাৰীয়ে সাংস্কৃতিক সাম্ৰাজ্য প্ৰতিষ্ঠা নকৰাহেঁতেন ; ৰাজনৈতিক আৰু অৰ্থনৈতিক শোষণে ভাৰতৰ পূৰ্বাঞ্চলত প্ৰতিক্ৰিয়া· শীল শক্তি সৃষ্টি নকৰিলেহেঁতেন। প্ৰাক্ অৰুণোদয় যুগৰ পৰা বিশেষকৈ প্ৰথম অসমীয়া বাইবেল (১৮৩৩) ওলোৱাৰ পৰা ১৮৮২ খৃষ্টাব্দলৈ প্ৰায় অৰ্দ্ধ শতাব্দী কাল বিদেশী ধৰ্মপ্ৰচাৰকে অসমীয়া ভাষাত গ্ৰন্থ ৰচনা কৰি অসমীয়া জাতিৰ সাংস্কৃতিক জীৱনত কি বৰঙণি দিলে ? আৰু পৰৱৰ্তী যুগৰ অসমীয়া সাহিত্যই এই যুগৰ পৰা কি প্ৰেৰণা পালে তাৰ দ্বাৰাহে খৃষ্টান ধৰ্ম প্ৰচাৰকৰ সাহিত্যৰ মূল্যাঙ্কণ কৰা প্ৰয়োজন। আহোম যুগতো গ্ৰন্থৰ সংখ্যা বৃদ্ধি হৈছিল সচা ; কিন্তু জাতিৰ আত্মাৰ বেদনাৰ প্ৰকাশ ক'ত ? মিছনাৰীয়ে ভাৰতীয় সংস্কৃতি ধ্বংস কৰাৰ মানসে পাশ্চাত্যৰ আদৰ্শ প্ৰচাৰ কৰিছে।

এটা কথা মন কৰিব লগীয়া এই যে, এই যুগৰ সমসাময়িক লিখক মণিৰাম, আনন্দৰাম বৰুৱা, হেমচন্দ্ৰ, গুণাভিৰাম আদি লিখক সকলে খৃষ্টান সাহিত্যৰ দ্বাৰা মুঠেও আকৰ্ষিত হোৱা নাই। পণ্ডিত আনন্দৰাম বৰুৱাই সংস্কৃত সাহিত্য অধ্যয়ন কৰি কৈছিল—"মই ভাবোঁ অদূৰ ভৱিষ্যতত আমাৰ দেশৰ মানুহে চেকচ্‌পীয়েৰ, বেকন, এডিচন

আৰু জনছন আদিৰ সাহিত্য অধ্যয়ন কৰাতকৈ আমাৰ নিজা সাহিত্যৰ প্ৰতি অধিক মনোনিবেশ কৰিব।”

আনন্দৰাম বৰুৱাই অসমীয়া সাহিত্যত খৃষ্টান আদৰ্শ প্ৰবেশ কৰা বাবেহে উপযুক্ত পৰিবেশ নাপাই অসমীয়া সাহিত্য ৰচনাত হাত নিদিলে। স্বাধীনতা হৰণ হোৱা অসমীয়া জাতিক সাহিত্য অনুশীলনৰ পথ দেখুৱাবলৈ অহা বিদেশী মিছনাৰীসকল আনন্দৰামৰ ওচৰত একোটা বাওনাতকৈও ক্ষুদ্ৰ। আনন্দৰাম বৰুৱাই জ্ঞান-স্পৃহা আৰু ব্যক্তিগত জীৱনৰ প্ৰগতিবাদী আদৰ্শৰ দ্বাৰা যি দৃষ্টান্ত দাঙি ধৰিলে, তাৰ পোহৰ অসমীয়া জাতিয়ে ক্ৰমশঃ উপলব্ধি কৰিব। সেইদৰে মণিৰামৰ আদৰ্শ প্ৰেৰণাই পৰৱৰ্তী কলাকাৰসকলক প্ৰেৰণা যোগাই জাতীয় জীৱন শক্তিশালী কৰিছে। কিন্তু বিভেদকামী মিছনাৰীৰ আদৰ্শ ই কোনজন খৃষ্টান সাহিত্যিক উলিয়াই প্ৰগতিৰ আদৰ্শ দেখুৱাই ধৰ্মৰ যোগেদি মানৱতাবোধৰ আদৰ্শ সৃষ্টি কৰিলে। বিংশ শতিকাৰ ৰেভাৰেণ্ড মাইকেল স্কট আদিয়ে নগা পাহাৰত ধৰ্মযাজক সকলৰে অনুগামী হৈ বিভেদকামী কাৰ্য্য কৰিছে।

জাতিৰ জীৱনত প্ৰগতিবাদী কোনো এটা বিশেষ ঘটনা ঘটিলে নাইবা কোনো এটা আদৰ্শ সৃষ্টি হ'লে, সমসাময়িক সমাজত প্ৰতিক্ৰিয়া নহলেও পৰৱৰ্তী যুগে এই আদৰ্শৰ পৰা প্ৰেৰণা লাভ কৰে। সেয়ে মিছনাৰীৰ ব্যক্তিগত ত্যাগৰ আদৰ্শ থাকিলেও, সংস্কৃতিৰ নামত বিনিয়োগ কৰা মূলধনে কাক লাভৱান কৰে তাৰ দ্বাৰাহে তথাকথিত মানৱতাৰ সেৱাৰ মূল্য নিৰ্দ্ধাৰণ হ'ব।

'প্ৰাক্ অৰুণোদয় যুগ' নাইবা 'অৰুণোদয় যুগ'ৰ ইংৰাজ শাসন এটা অৰ্থত প্ৰগতিবাদী ; কাৰণ অসমৰ শাসন কলিকতাৰ লগত জড়িত হৈ পৰাত বঙালী ভাষা অসমত প্ৰচলন হ'ল যদিও, অসম জননীৰ সুসন্তান আনন্দৰামে এই কলিকতাৰ যোগেদিহে আত্ম প্ৰকাশ কৰি অসমৰ বুকুলৈ বিশ্বৰ চিন্তাধাৰাৰ সোঁত প্ৰবাহিত কৰিব পাৰিছিল।

সেইদৰে শ্বহীদ মণিৰামে এই কলিকতা চহৰতহে বৈপ্লৱিক আদৰ্শৰ প্ৰেৰণা লাভ কৰি পাহাৰ ভৈয়ামত ইংৰাজৰ বিৰুদ্ধে বিদ্ৰোহ সৃষ্টি কৰিছিল। যুগৰ আধুনিকতম চিন্তাধাৰাৰ সোঁত ভাৰতৰ ৰাজধানী কলিকতাৰ যোগেদি প্ৰবাহিত হোৱা বাবেহে ইংৰাজী শিক্ষা আৰু ইংৰাজ শাসনৰ যোগেদি অসমে আধুনিকতাৰ পথত অগ্ৰসৰ হৈছে। ইংৰাজী শিক্ষাৰ উচ্চতম স্থান পোৱা ইংৰাজ চৰকাৰৰ দক্ষ বিষয়া প্ৰগতিবাদী জাতীয়তাবাদী লোক আনন্দৰাম বৰুৱা।

বৰুৱাই ইংৰাজী শিক্ষা আৰু ইংৰাজ শাসনৰ যোগেদিহে আত্ম-জ্ঞান লাভ কৰিছিল। সেয়ে দেখা যায় ইংৰাজৰ কঠোৰ শাসনৰ মাজেদি হলেও, প্ৰগতিবাদী চিন্তাধাৰাই জাতিক নিজৰ সংস্কৃতিক চিনিবলৈ শিকাই ভাৰতীয় ঐক্য দৃঢ় কৰিছে ; কিন্তু মানৱতাৰ পূজাৰী যীশুৰ পতাকাবাহী ধৰ্মপ্ৰচাৰকে জাতিক প্ৰতিক্ৰিয়াশীলহে কৰিলে। সেয়ে প্ৰথমতে ভাষাৰ নামত বিদেশী ধৰ্মপ্ৰচাৰকৰ বিদেশী শাসকৰ লগত বিৰোধ ভাব সৃষ্টি হলেও শেষত যেতিয়া ইংৰাজ শাসকে খৃষ্টান ধৰ্মপ্ৰচাৰকৰ মূল উদ্দেশ্য বুজি পালে তেতিয়া খৃষ্টান যাজকক আত্ম-প্ৰতিষ্ঠাৰ সুযোগ দিলে।

মানৱে সদায় আধুনিকতম চিন্তাৰ লগত জড়িত হৈ স্বকীয় সংস্কৃতি গতিশীল কৰি যুগৰ উপযোগী সাহিত্য সৃষ্টি কৰিহে ৰাষ্ট্ৰৰ মঙ্গল সাধন কৰিব পাৰে। এই আদৰ্শৰ দ্বাৰা জাতিৰ শক্তি বৃদ্ধি হয়। অৰ্দ্ধ শতাব্দী কাল বিদেশী ধৰ্মযাজকে কেৱল প্ৰতিক্ৰিয়াশীল মনোভাবহে সৃষ্টি কৰিছে।

খৃষ্টান ধৰ্মযাজকে বণিক শ্ৰেণীৰ পৰা ধন পাই খৃষ্টান হাস্পতাল আৰু খৃষ্টান আদৰ্শৰ বিদ্যালয় স্থাপন কৰিবলৈ সুবিধা পালে ইংৰাজ শাসকৰ সহায়ত। সাধাৰণতে কোৱা হয় যে ধৰ্মযাজক সকলে অনুন্নত ঠাইবোৰ উন্নত কৰিছে। কিন্তু বিদেশী ধৰ্মযাজকে ধন উপাৰ্জন কৰা নাই। এই উন্নয়নমূলক কামত বিদেশী ৰাষ্ট্ৰৰ ৰাজনৈতিক অৰ্থনৈতিক অভিসন্ধি পুৰণৰ বাবেহে খৃষ্টান যাজকে মানৱতাৰ সেৱা আৰু কলাৰ আশ্ৰয় লৈছে।

ভাৰতৰ আটাইবোৰ দাৰ্শনিক চিন্তাৰ মূল আত্মাৰ মুক্তি। চাৰ্বাক দৰ্শনৰ বাহিৰে প্ৰায় আটাইবোৰ দাৰ্শনিক চিন্তাই মুক্তিৰ ওপৰত গুৰুত্ব দিয়া বাবে এই দাৰ্শনিক চিন্তাৰ ভেটিত সৃষ্টি হোৱা সাহিত্যই মুক্তিৰ ওপৰতে গুৰুত্ব দিছে। এই মুক্তিকামী বিভিন্ন দাৰ্শনিক চিন্তাই ভাৰতীয় জীৱন গতানুগতিকতাৰ পৰা আঁতৰাই থকা কালছোৱাত বিভিন্ন ধৰ্মগুৰুৱে পৰ্বতে-কন্দৰে হিন্দু সংস্কৃতি প্ৰচাৰ কৰিছিল।

কিন্তু এই মুক্ত চিন্তাৰ বিৰোধী ভাবাপন্ন ইছলাম ধৰ্মই সৃষ্টি কৰা সংঘাতে মুক্ত-চিন্তা বিৰোধী খৃষ্টান ধৰ্মৰ পথ মুকলি কৰিলে। অসমৰ ইছলাম ধৰ্মক কেন্দ্ৰ কৰি সৃষ্টি হোৱা সাহিত্যত এটা উদাৰ ভাব আছে। তাৰ কাৰণ আজান ফকিৰ আদি ধৰ্মপ্ৰচাৰক সকলে বৈষ্ণৱ সংস্কৃতিৰ মুক্ত চিন্তাৰ পৰিপ্ৰেক্ষিতত কলাৰ অনুশীলন কৰিছিল। তদুপৰি মুছলমান ৰাজ শাসনৰ পতনৰ লগে লগে ইছলামৰ উগ্ৰতাৰ গোন্ধ কিছু হ্ৰাস হয়।

কিন্তু বণিয়া শ্ৰেণীয়ে স্থাপন কৰা শক্তিশালী খৃষ্টান শাসনৰ কঠোৰতাৰ উগ্ৰতাৰ পটভূমিত গঢ় লোৱা খৃষ্টান সাহিত্যত হিন্দুৰ আদৰ্শৰ মুক্তিৰ বিধান নাই। দেখা যায় যে ৰাজশক্তিৰ সহায়-সাহায্য, কলাকাৰৰ উদাৰতাইহে ব্যক্তিৰ জীৱন তথা সমাজ জীৱন সুস্থ, সবল, উদাৰ আদৰ্শৰ মাজেদি অগ্ৰসৰ হোৱাত সহায় কৰে। 'অৰুণোদয়' যুগৰ শাসকসকল খৃষ্টান ধৰ্মযাজকৰ সহায়ক হোৱা বাবেই এই সফলতা।

যি কোনো আন্দোলন কৃতকাৰ্য্য হবলৈ হ'লে, শাসক, উদাৰ কলাকাৰ, এদল নিস্বাৰ্থ সমাজ-সেৱক আৰু এদল কলামোদী দানী ধৰ্ম ভীৰু বণিক শ্ৰেণীৰ সহযোগ প্ৰয়োজন। অসমৰ জাতীয় জীৱনত কোচ ৰাজ্যত এই কেইটা শক্তিৰ সংযোগ সাধন হৈছিল। কিন্তু আহোম যুগ আৰু 'অৰুণোদয়' যুগত ইয়াৰ অভাৱ। বিদেশী মিছনাৰীৰ প্ৰচুৰ ধন বিনিয়োগৰ মূলতে শক্তিশালী বণিক শ্ৰেণী আছে। একাদশ-দ্বাদশ শতিকাতে সৰ্বভাৰতীয় হিন্দু সমাজত এই আদৰ্শ পতনোন্মুখী হয়। বিংশ শতিকাৰ গণতান্ত্ৰিক চৰকাৰৰ নীতি বৈষয়িক।

সেইদৰে জনসাধাৰণো বৈষয়িক পাশ্চাত্য ভাবাপন্ন। এদল হিন্দু সংস্কৃতিৰ সাধক ওলালেও শাসক আৰু উদাৰ দানী বণিক শ্ৰেণীৰ অভাৱ।

অসমৰ স্বাধীনতা হৰণ হোৱাৰ লগে লগে আহোম ৰাজশক্তিৰ পতন হ্‌ল; সেইদৰে বড়ো কছাৰী সকলৰো অসমত ৰাজশক্তিৰ পতন হ'ল। ভাৰতৰ পূৰ্বাঞ্চলত পাশ্চাত্যৰ ৰাজশক্তি তথা সাংস্কৃতিক শক্তিয়ে প্ৰতিষ্ঠা লাভ কৰিলে। বাণিজ্যতো এই যুগত অসমৰ বড়ো-কছাৰী আহোমে তথা অন্যান্য বৰ্ণ হিন্দুৱে উচ্চ মানসিক শক্তি আৰু মূলধনৰ অভাৱত পাশ্চাত্যৰ বণিক শ্ৰেণীয়ে শাসক সকলৰ পৃষ্ঠপোষকতাত আগ বঢ়াৰ দৰে আগ বাঢ়িব নোৱাৰিলে। কিন্তু মুছলমান ইংৰাজ শাসনৰ যোগেদি প্ৰচুৰ মানসিক শক্তি লাভ কৰা ভাৰতৰ অন্যান্য ঠাইৰ লোকে অসমৰ থলুৱা লোকৰ মানসিক শক্তি আৰু ব্যৱসায় বুদ্ধিৰ হীনতাৰ সুযোগ ললে।

বৃটিছ শাসনৰ দিনৰ পৰা শৃঙ্খলাপূৰ্ণ শাসন-নীতি প্ৰতিষ্ঠা, ব্যৱসায় বাণিজ্যত আধুনিকীকৰণ, ইংৰাজী শিক্ষা প্ৰচলন, সৰ্বভাৰতীয় লোক প্ৰব্ৰজন আদিয়ে অসমীয়া জাতিক নানান সংঘাতৰ মাজেদি 'অৰুণোদয়' যুগতে আত্ম-প্ৰতিষ্ঠাৰ পথত অগ্ৰসৰ হোৱাৰ সুবিধা দিয়ে। কিন্তু এই নৱ জাগৰণৰ প্ৰতিযোগিতাত বড়ো-কছাৰী-আহোম তথা অন্যান্য জনজাতি আৰু অনুন্নত সম্প্ৰদায়ৰ লোকসকল বৰ্ণহিন্দু সকলৰ তুলনাত এই যুগত পিচ পৰি যায়। সেয়ে নিজ শক্তিৰে অগ্ৰসৰ হ্‌ব নোৱাৰা, উচ্চ সাংস্কৃতিক জীৱন যাপন নকৰা এই লোকসকল এই পৰিৱৰ্তিত পৰিস্থিতিত খাপখাই পৰাত অসুবিধা পায়।

পূৰ্বৰে পৰা উচ্চচিন্তা আৰু কলাৰ সাধনাৰ লগত জড়িত থকা, সংস্কৃত সাহিত্য তথা বৈষ্ণৱ সাহিত্য সংস্কৃতিৰ সাধক বৰ্ণ-হিন্দু সকলে ইংৰাজী শিক্ষা তথা নতুন পৰিৱৰ্তিত পৰিস্থিতিক স্বীকাৰ কৰি লৈ ভাৰতৰ ৰাজধানী কলিকতাৰ যোগেদি লাভ কৰা জ্ঞানৰাজিক আহৰণ কৰি লৈ নতুন জীৱন যাপন কৰাৰ বাবে প্ৰস্তুত হয়। কিন্তু জনজাতি

তথা অনুন্নত শ্ৰেণীৰ লোকসকল এই সুবিধা সোনকালে গ্ৰহণ কৰিবৰ বাবে প্ৰস্তুত নাছিল। সেয়ে এওঁলোকৰ পিচপৰা অৱস্থা।

মুছলমান-খৃষ্টান ধৰ্ম প্ৰচাৰকে ধৰ্ম প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰাৰ লগে লগে ভাৰতীয় জন জাগৰণে ভক্তি আন্দোলনৰ ৰূপ দিলে; সেইদৰে অৰ্দ্ধশতাব্দী কাল খৃষ্টান ধৰ্ম প্ৰচাৰৰ ফলত অসমৰ জাতীয় জীৱনত যি সংঘাত সৃষ্টি হ'ল, সেয়ে 'অৰুণোদয়' যুগৰ পৰৱৰ্তী ৰোমান্টিক যুগত ইংৰাজী শিক্ষিত অধিক সংখ্যক বৰ্ণ-হিন্দুয়ে ভাৰতীয় সংস্কৃতি উদ্ধাৰ কৰি জাতীয় শক্তি বৃদ্ধি কৰে।

———

# অসমীয়া কাব্য সাহিত্য আৰু জাতীয় জীৱনত প্ৰগতিবাদী চিন্তা

## বেজবৰুৱাৰ যুগ ( ১৮৮৯-১৯৪৭ )

**লক্ষ্মীনাথ বেজবৰুৱা ঃ**

অসমীয়া সাহিত্যৰ ৰোমাণ্টিক যুগ তথা বেজবৰুৱাৰ যুগটো প্ৰকৃততে 'জোনাকী' আলোচনীৰ জন্মৰ লগে লগে আৰম্ভ হৈ ভাৰতৰ স্বাধীনতা লাভতহে শেষ হৈছে। 'জোনাকী'ৰ পোহৰত পদক্ষেপ কৰা কাব্যকাৰসকলৰ আত্মাৰ শান্তি ১৯৪৭ চনৰ ১৫ আগষ্টতহে হৈছে। বেজবৰুৱাই তেওঁৰ সহযোগীসকলৰ লগত যি সাংস্কৃতিক নৱজাগৰণ সৃষ্টি কৰিলে, এই জাগৰণৰ সমাপ্তি তেওঁৰ মৃত্যুত ( ১৯৩৮ ) নহয়; প্ৰকৃততে 'পৃথিৱীৰ ক'তো বিচাৰি নোপোৱা' তেওঁৰ চিৰ আৰাধ্যা জননীৰ মুখ যিদিনা উজ্জ্বল হ'ল, সেইদিনাহে ৰসৰাজৰ আত্মাই প্ৰকৃত শান্তি পালে। সেই কাৰণে ভাৰত তথা অসমৰ সাংস্কৃতিক নৱজাগৰণৰ প্ৰৱল বন্যা জন-জাগৰণৰ যোগেদি এটা স্পষ্ট ৰূপ পালে ১৯৪৭ চনত। গতিকে ভাৰতৰ স্বাধীনতা লাভৰ চেষ্টাৰ কালছোৱাক বেজবৰুৱাৰ যুগ বোলা যুক্তিযুক্ত।

ৰোমাণ্টিক যুগটোৱে উত্তৰাধিকাৰ সূত্ৰে লাভ কৰা বিশ্ব-সৰ্বভাৰতীয় কামৰূপ-কমতা-কোচ-আহোম যুগৰ আৰু 'অৰুণোদয়'ৰ পোহৰ পৰি সৃষ্টি হোৱা সমল কেনেদৰে অসমীয়া কাব্যৰ মাজেৰে প্ৰবাহিত কৰি জাতিৰ শক্তি দৃঢ় কৰিলে, তাৰ মূল্যাঙ্কণ কৰা প্ৰয়োজন। অৰ্থনীতিৰ সূত্ৰই যিদৰে মূলধনৰ ওপৰত গুৰুত্ব দিয়ে, সেইদৰে পৰম্পৰাক্ৰমে লাভকৰা সাংস্কৃতিক মূলধনৰ সুপ্ৰয়োগতে ভৱিষ্যত পুৰুষৰ শক্তি বৃদ্ধি হয়। স্থানীয় মূলধন আৰু কাৰিকৰী জ্ঞান যিমান প্ৰয়োজন, স্থানীয়

সাংস্কৃতিক মূলধনৰ সুপ্ৰয়োগ কৰি জাতিৰ শক্তি বৃদ্ধি কৰাও সিমান প্ৰয়োজন।

এই সাংস্কৃতিক মূলধনক লক্ষ্য কৰিয়েই মাধৱদেৱে কৈছে—

'হৰি ভকতিৰ পাতিলন্ত হাট
শঙ্কৰে জগত জুৰি।
ৰাম-নাম-ৰত্ন বেহায়া জগতে
চলয় বৈকুণ্ঠ পুৰী॥"
(নামঘোষা : পদ : ৩৭৪।)

মাধৱদেৱৰ এই উক্তিৰ মাজেদি প্ৰকাশ পোৱা মনোভাবৰ প্ৰতিধ্বনি ৰোমান্টিক যুগৰ আদিতে কাব্যৰ মাজেদি প্ৰকাশ পাইছে। শঙ্কৰে ভকতিৰ হাট পাতি 'ৰাম-নাম-ৰত্ন' বিক্ৰী কৰি যি আদৰ্শ সৃষ্টি কৰিলে, সেই আদৰ্শৰ পথ লোৱা ৰোমান্টিক কবিসকলে যি বৰঙণি আগবঢ়ালে, ৰোমান্টিক যুগৰ শেষ পৰ্য্যায়ৰ কবিসকলে 'ৰাম নাম-ৰত্ন' ভকতিৰ হাটত কিনিব নোৱাৰা বাবেই নিজেও ব্যৱসায় কৰিব নোৱাৰিলে আৰু নতুন মূলধন সৃষ্টি কৰিবও নোৱাৰিলে।

ৰোমান্টিক যুগৰ এই দুকুৰি ওঠৰ বছৰ কালত কাব্য সাহিত্যৰ আদি-মধ্য-অন্তৰ স্বৰূপ নিৰ্ধাৰণ কৰিহে স্বাধীনোত্তৰ কালৰ কাব্য-সাহিত্যৰ গতি-বিধি মূল্যাঙ্কণ কৰা সহজ। এই যুগৰ ভকতিৰ হাটৰ প্ৰধান সাউদ বেজবৰুৱাই প্ৰগতিবাদৰ বজাৰখন কেনেদৰে সৃষ্টি কৰিলে আৰু ব্যৱসায়ৰ লাভ-লোকচান কেনে হ'ল তাৰ বিচাৰ কৰিলেহে আধুনিক অসমীয়া কাব্য-সাহিত্য আৰু প্ৰগতিবাদী আদৰ্শৰ বিচাৰ কৰা হ'ব। জাতিৰ জীৱনৰ চিন্তা, কৰ্ম আৰু সৌন্দৰ্য্যবোধ কলাৰ মাজেৰে গভীৰভাৱে ৰূপ পালেহে জাতিৰ প্ৰাণ স্পন্দনশীল হয়।

কোচ-ৰাজ্যৰ প্ৰগতিশীল সাউদ চান্দই লঙ্কাৰ লগত বেহা-বেপাৰ কৰি, লঙ্কা অসমৰ যোগাযোগ সাধন কৰি জ্ঞান-কৰ্ম আৰু শিৱ ভক্তিৰ

পৰাকাষ্ঠা দেখুওৱাৰ দৰে ৰোমাণ্টিক যুগৰ সাউদ বেজবৰুৱাই অসম-বঙ্গ উৰিষ্যাৰ যোগসূত্ৰ সাধন কৰি ব্যৱহাৰিক জ্ঞানৰ হাট কাব্য-কলাৰ মাজেদি বহুৱাই কৃষ্ণ-ভক্তিৰ দেশ-ভক্তিৰ পাৰাকাষ্ঠা দেখুৱালে। সেয়ে দেখা যায় জাতিৰ আত্মপ্ৰতিষ্ঠাৰ তথা প্ৰগতিৰ বাবে এদল দুঃসাহসিক আদৰ্শপৰায়ণ সাউদৰ প্ৰয়োজন, যি সকলে সাহিত্য-সংস্কৃতিৰ পৃষ্ঠপোষকতা কৰে।

বেজবৰুৱাই 'বীণ-বৰাগী' কবিতাত ভাৰতীয় সংস্কৃতি, কামৰূপ-আহোম কোচ ৰাজ্যৰ সাংস্কৃতিক জীৱনৰ যিটো সমন্বয় সাধক চিন্তা প্ৰবাসী জীৱনত বৰাগীৰ সুৰেৰে ৰূপ দিলে, ইয়াতেই শিল্পী বেজবৰুৱাৰ সংশ্লেষাত্মক আত্মাৰ ৰূপ প্ৰকাশ পাইছে। 'বীণ-বৰাগী' কবিতাৰ সুৰৰ আদিতে যি বেদনাৰ ধ্বনি প্ৰকাশ পাইছে, তাৰ মাজেদি ভাৰতীয় অসমীয়া জাতিৰ আধ্যাত্মিক জীৱনৰ বেদনাহে প্ৰকাশ পাইছে। কবিৰ অন্তৰাত্মাত সৰ্বভাৰতীয় চিত্ৰ এনেদৰে আন কতো প্ৰকাশ পোৱা নাই।

**চন্দ্ৰকুমাৰ আগৰৱালা :**

কৰ্ম-জ্ঞান-ভক্তিৰ স্থিত প্ৰজ্ঞ চৰিত্ৰৰ আদৰ্শ চন্দ্ৰকুমাৰ আগৰৱালা, আনন্দচন্দ্ৰ আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামীৰ কাব্যৰ মাজেদিও প্ৰকাশ পাইছে। কিন্তু বেজবৰুৱাৰ দৰে ঐতিহাসিক জীৱনৰ সাংস্কৃতিক ৰূপ কাব্যৰ মাজেদি এওঁলোকে ৰূপ দিব পৰা নাই। প্ৰগতিবাদী কলাকাৰে জীৱনক পোনপটীয়াকৈ দৃঢ়চিত্তে দৃষ্টিপাত কৰে। জাতিৰ জীৱনত কৰ্ম-জ্ঞান-ভক্তিৰ মাজেদি দৃঢ়তাৰ আদৰ্শ প্ৰকাশ কৰি জাতিক প্ৰেৰণা যোগাব পৰাতেই প্ৰগতিবাদী কলাকাৰৰ সাৰ্থকতা। এই বিষয়ত চতুৰ্দশ শতিকাৰ কবি মাধৱ কন্দলিৰ দৃঢ়তা চন্দ্ৰকুমাৰৰ কাব্যৰ মাজেদি ধ্বনিত হৈছে। 'মুখত আনন্দ গীতা' লৈ জীৱন পথত অগ্ৰসৰ হোৱা বৰাগী কবিয়ে ব্ৰহ্মজ্ঞান লাভ কৰি 'অজেয়' হৈ নিয়তিৰ লগত

বিৰামহীন সংগ্ৰাম চলাই সৰ্বহাৰাক দেৱতাৰ আসনত স্থাপন কৰি দেখুৱাইছে যে সমাজবাদী চিন্তাধাৰাৰ লগত ব্ৰহ্মজ্ঞান বিৰোধী নহয়। প্ৰকৃততে সমাজবাদীয়েই হওক নাইবা কমিউনিষ্টেই হওক; স্বকীয় ঐতিহ্যৰ যোগেদি সৰ্বহাৰাৰ অন্তৰত কলাৰ মাজেদি 'নিৰঞ্জন' উপলব্ধিৰ ভাব জগাব পাৰিলেহে ৰাষ্ট্ৰৰ মঙ্গল সাধন সম্ভৱ।

অসমীয়া সাহিত্যৰ 'অপ্ৰমাদী' কবিয়ে 'সৰ্বজনবোধ' কাব্য-ৰচনাৰ যি প্ৰেৰণাৰ সৃষ্টি কৰিছিল, বিংশ শতিকাৰ ব্ৰহ্মজ্ঞান সম্পন্ন মানৱতাৰ পূজাৰী চন্দ্ৰকুমাৰৰ হৃদয়ত তাৰ স্পষ্ট ঢৌ লাগিছে। বিশ্বৰ আধুনিকতম চিন্তা আৰু ভাৰতীয় অসমীয়া আদৰ্শ এই যুগত কেৱল এইজন কলাকাৰৰ হৃদয়তহে ৰূপ পাইছে। চন্দ্ৰকুমাৰৰ সহযোগী আনকেইজন কবিয়ে বিশ্ব তথা সৰ্বভাৰতীয় আদৰ্শক কাব্যৰ মাজেদি ৰূপ দিলেও, অৰ্থনৈতিক বৈষম্যৰ বেদনা আন আন কাব্যকাৰসকলে তীব্ৰভাৱে উপলব্ধি কৰা নাই। অসমীয়া কাব্য-সাহিত্যৰ কলাকাৰসকলৰ দৃঢ় মনোভাবৰ ইতিহাসত আৰু শ্ৰেণীহীন সমাজ প্ৰতিষ্ঠাৰ আদৰ্শ ৰচনাকাৰীসকলৰ ভিতৰত চন্দ্ৰকুমাৰকেই প্ৰথম স্থান দিব লাগিব। চন্দ্ৰকুমাৰৰ কাব্য প্ৰতিভাই 'বিজ্ঞানজগতৰ ৰহস্য ভেদ কৰা চেষ্টাই নহয়; সীমা-অসীমৰ সৌন্দৰ্য্য সাধনৰ মাজেদি মানৱ মনৰ নিভৃততম স্থানত প্ৰৱেশ কৰি মানৱৰ কৰ্মশক্তি জাগ্ৰত কৰিছে। ব্যৱসায়ী লোকৰ বাস্তৱ অভিজ্ঞতাই কলাৰ দেৱীক ষোড়শ উপচাৰেৰে পূজা কৰিছে।

ৰাজতন্ত্ৰৰ যুগত ৰাজধানীৰ শাসক শ্ৰেণী আৰু কলাকাৰসকলৰ যোগসূত্ৰই যিদৰে সেই যুগৰ কলাৰ স্বৰূপ নিৰ্ণয় কৰিছিল, সেইদৰে বিদেশী শাসনৰ কালছোৱাত প্ৰগতিবাদী আলোচনীৰ সম্পাদকসকলে কলাকাৰসকলৰ আদৰ্শৰ সমন্বয় সাধন কৰে। প্ৰকৃততে ৰাজতন্ত্ৰৰ অৱসানৰ লগে লগে আলোচনী আৰু গোষ্ঠীভুক্ত লেখকসকলেহে জাতিৰ চিন্তাৰ সোঁত নিয়ন্ত্ৰণ কৰে। সেয়ে ৰোমাণ্টিক যুগৰ আলোচনী জোনাকী-বাঁহী'-উষা আদি বিভিন্ন আলোচনীয়ে জাতীয়তাবাদী

মনোভাব সৃষ্টি কৰাৰ লগতে ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক চেতনা জাগ্ৰত কৰে।

ইংৰাজী শিক্ষা প্ৰচলন হোৱাৰ লগে লগে কলিকতাৰ লগত অসমৰ যি যোগসূত্ৰ স্থাপন হয়, তাৰ যোগেদি একশ্ৰেণীৰ ব্যৱসায়ী লোক সৃষ্টি হোৱাৰ ফলতহে জাতিৰ ৰাজনৈতিক, অৰ্থনৈতিক স্থিৰতাই বিপ্লৱী মনোভাব জাগ্ৰত কৰি কাব্য কলাৰ অনুকুল পৰিবেশ সৃষ্টি কৰিছিল। উদাহৰণস্বৰূপে, কলিকতা বিশ্ববিদ্যালয়ে ভাষাসমূহ বিশ্ববিদ্যালয়ৰ পৰ্য্যায়ত স্থান দিয়াৰ ফলতহে অসমৰ বিখ্যাত সাউদ ভোলানাথ বৰুৱাৰ (১৮৫৩-১৯২৩) মহান দানৰ দ্বাৰাই 'অসমীয়া সাহিত্যৰ চানেকি' প্ৰকাশ সম্ভৱপৰ হৈছিল। কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰগতিবাদী সাহসী উপাচাৰ্য্য আশুতোষ মুখাৰ্জীয়ে দেশীয় ভাষাসমূহক স্বীকৃতি দি জাতীয়তাবাদৰ সুচনা কৰিলে। সেয়ে দেখা যায় যে এই যুগত কলিকতা চহৰত যি এদল কলামোদী অসমীয়া ব্যৱসায়ী লোক গোট খাইছিল তাৰদ্বাৰাই অসমীয়া জাতিৰ শক্তি বৃদ্ধি হয়।

এই কলিকতা চহৰতে ব্যৱসায় কৰা হৰিবিলাস আগৰৱালাই প্ৰাচীন অসমীয়া গ্ৰন্থসমূহ ছপা কৰি খৃষ্টান মিছনাৰীয়ে পুথি ছপাই অসমীয়া সংস্কৃতি গ্ৰাস কৰাৰ চেষ্টা কৰোঁতে তাৰ বিৰুদ্ধে যুঁজ দিয়ে। এই উদাৰ চিতীয়া সাউদসকলে নিজৰ ধন ভাণ্ডি জ্ঞানৰ দুৱাৰ মুকলি কৰি নিদিয়া হলে মিছনাৰীৰ শকত ধনৰ মোনাৰ লগতে অসমীয়া জাতীয়তাবাদী শক্তিয়ে ফেৰ মৰা টান আছিল। বিভিন্ন ঠাই ভ্ৰমণ কৰি বিবিধ অভিজ্ঞতা আৰ্জি লোৱা বণিক হৰিবিলাস আগৰৱালা আদিৰ জাতীয়তাবাদী মনোভাবে মিছনাৰীৰ কৰাল গ্ৰাসৰপৰা অসমীয়া সংস্কৃতি ৰক্ষা কৰি ৰোমাণ্টিক যুগৰ পথ মুকলি কৰে।

সেইদৰে গুণাভিৰাম বৰুৱা, বলিনাৰায়ণ বৰা আদি কলিকতা নিবাসী লোকসকলেও জোনাকীৰ পূৰ্ব কালছোৱাত খৃষ্টান মিছনাৰীৰ অপচেষ্টাৰ বিৰুদ্ধে যুঁজি কলিকতাৰপৰা অসমীয়া সংস্কৃতি শক্তিশালী

কৰাৰ চেষ্টা কৰে। এইদৰে দেখা যায়, কলিকতাৰ বিশ্ববিদ্যালয়, কলেজ, ব্যৱসায়-বাণিজ্য আৰু সৰ্বভাৰতীয় ৰাজনৈতিক চেতনাই ৰোমাণ্টিক যুগৰ কাব্যকাৰসকলৰ অন্তৰত সাহস আৰু প্ৰেৰণা যোগায়। সেয়েহে ৰোমাণ্টিক কবিসকলৰ বিশেষকৈ ৰোমাণ্টিক যুগৰ আদিছোৱাৰ কবিসকলৰ মনৰ দৃঢ়তা আৰু সুস্থ সমাজ চেতনা প্ৰকাশ পাইছে। অসমৰ জাতীয় জীৱনলৈ নতুন উৎসাহৰ ভাব অহা হেতুকে পুনঃ জনসাধাৰণৰ পৃষ্ঠপোষকতাত জাতীয় জীৱনৰ সৃজনী প্ৰতিভাই বিকাশ লাভ কৰে। কোচ ৰাজ্যৰ দৰে কাব্যৰ সোঁত পুনঃ ভাৰতৰ ৰাজধানীৰ পৰা অসমৰ লুইতৰ বুকুলৈ প্ৰবাহিত হয়।

চতুৰ্দশ শতিকাত 'অপ্ৰমাদী' আদি কবি মাধৱ কন্দলিয়ে সৰ্বজনৰ জ্ঞান বৃদ্ধি কৰা আৰু আধ্যাত্মিক শক্তি জাগ্ৰত কৰাই কলাৰ উদ্দেশ্য বুলি যি বাণী অসমীয়া জাতিক শুনালে, কোচৰাজ্যত তাৰ পূৰ্ণ প্ৰতিফলন হয়। কিন্তু সৰ্বজনে কলাৰ মাজেদি পৰৱৰ্তী যুগত তেনে প্ৰেৰণা নাপালে। সেয়ে দেশৰ নানান সংঘাতৰ মাজেদি কাব্য-সাহিত্যৰ প্ৰবাহ চলি থাকিল যদিও, সৰ্বজনক সাহসী নেতৃত্ব দিব পৰা কলাকাৰ আৰু চিন্তানায়ক কেৱল ৰোমাণ্টিক যুগতহে পুনঃ ওলায়।

ৰোমাণ্টিক যুগৰ পাতনিৰ কাব্যকাৰসকলৰ দৃঢ়তা স্পষ্টবাদী মনোভাবৰ আঁত বিচাৰি 'অৰুণোদয়' যুগলৈ যোৱা প্ৰয়োজন। প্ৰকৃততে সুসংবদ্ধ প্ৰগতিবাদী চিন্তাৰ প্ৰবাহে বিভিন্ন কলাকাৰৰ গুটীয়া আৰু যুটীয়া চেষ্টাৰ দ্বাৰাহে জাতিৰ জীৱন স্পৰ্শ কৰিব পাৰে। সাহসী, স্পষ্টবাদী, আদৰ্শাত্মক মনোভাবেৰে জাতিক উন্নতিৰ পথ দেখুৱাব লাগিলে সকলো কলাকাৰে জাতীয় স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখি কলাৰ মাজেদি এটা সুস্থ দাৰ্শনিক চিন্তাধাৰাৰ সোঁত বোৱাব লাগিব।

ভাৰতীয় জীৱনত স্বামীৰ মৰাশৰ লগতে সতী-সাধ্বী হিন্দু নাৰীয়ে চিতাত উঠি প্ৰাণ ত্যাগ কৰা প্ৰথা বহু কালৰেপৰা চলি আহিছে।

কিন্তু সেইবুলি এই প্ৰথাই আদিতে সামাজিক ব্যাধি হৈ সামাজিক প্ৰগতি ৰুদ্ধ কৰা নাছিল। উদাহৰণস্বৰূপে, স্বামীৰ মৃত্যুৰ লগতে মাদ্ৰীয়ে প্ৰাণ ত্যাগ কৰিলে, কিন্তু কুন্তীয়ে সতী-সাধ্বী নাৰীসকলৰ আসনত উঠাৰ বাবে আৰু গভীৰ আধ্যাত্মিক বিশ্বাসৰ বাবে, নিজৰ কৰ্তব্য সুঁৱৰি পুত্ৰসকলক আত্ম-প্ৰতিষ্ঠাৰ পথ দেখুৱাবৰ বাবে ঈশ্বৰ ভক্তিকে সাৰ কৰি জীয়াই থাকিল। পৰবৰ্তী যুগত বিশেষকৈ মুছলমানসকলৰ শাসনে ভাৰতীয় জাতিৰ জীৱনত যি আঘাত হানিলে তাৰ ফলতে একোটা প্ৰাচীন প্ৰথা ব্যাধি হৈ সমাজক পঙ্গু কৰিলে।

ৰাক্ষস ৰাৱণৰ পত্নী মন্দোদৰীক সতী-সাধ্বী আসনত বহুৱাই তাৰাক উচ্চ মৰ্যাদা দি, গৌতম মুনিৰ ভাৰ্য্যা অহল্যাৰ সমানে সন্মান দেখুৱাই হিন্দু-সংস্কৃতিয়ে যি মহান আদৰ্শ সৃষ্টি কৰিছিল, পৰবৰ্তী যুগত ব্যক্তিৰ জীৱনৰ আদৰ্শক সমাজে তথা কলাকাৰে গুৰুত্ব নিদিয়া বাবে ভাৰতীয় জীৱন অন্ধকাৰ ৰাজ্যত সোমাল। সেয়ে মুছলমানৰ যুগত হিন্দুৰ ওপৰত উৎপীড়ন হোৱাত হিন্দুৰ বিধৱা নাৰীৰ জীৱনত বিশেষ হতাশ ভাবে দেখা দিলে। হিন্দুৱে স্বশক্তিৰ ওপৰত বিশ্বাস হেৰুৱাৰ বিষম যন্ত্ৰণা ভোগ কৰিলে হিন্দুৰ বিধৱা নাৰীয়ে।

ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক সংঘাতে দেশত যেতিয়া ভয়ৰ সৃষ্টি কৰে তাৰ প্ৰথম আৰু প্ৰধান আঘাত পৰে নাৰীৰ ওপৰত। সেয়ে হিন্দুৰ বিধৱা নাৰীৰ অবহেলিত অৱস্থাই মুছলমানৰ আৰু ইংৰাজৰ শাসন কালত গভীৰ কাৰুণ্য সৃষ্টি কৰিলে। ৰাজনৈতিক শক্তি আৰু অৰ্থনৈতিক ক্ষমতাৰ যোগেদি মুছলমানে কিছুমান হিন্দু নাৰীক মুছলমান কৰিলে, সেইদৰে খৃষ্টান ধৰ্মপ্ৰচাৰকে ৰাজনৈতিক আৰু অৰ্থ-নৈতিক ক্ষমতাৰ যোগেদি খৃষ্টান ধৰ্মৰ শ্ৰেষ্ঠতা প্ৰতিপাদন কৰাৰ বাবে 'এলোকেশী বেশ্যাৰ কথা' (১৮৭৭) আৰু 'কামিনী কান্তৰ চৰিত্ৰ' (১৮৭৭) নামে গ্ৰন্থ ৰচনা কৰি সামাজিক দুৰ্বলতাৰ সুযোগ লৈ খৃষ্টান ধৰ্মৰ যোগেদি নাৰীৰ মুক্তিৰ পথ প্ৰদৰ্শকৰূপে অৱতীৰ্ণ হ'ল।

বঙ্গদেশত মুছলমান শাসনে হিন্দু নাৰীৰ অৱস্থা আৰু অধিক শোচনীয় কৰে ; সেয়ে ৰজা ৰামমোহন আদিয়ে নাৰীৰ সামাজিক মুক্তিৰ বাবে আন্দোলন চলাই। অসমৰ গুণাভিৰাম বৰুৱাৰ 'ৰাম নৱমী' নাটক প্ৰগতিবাদী চিন্তাৰ প্ৰথম পদক্ষেপ। নিজেই বিধৱা বিয়া কৰোৱাৰ লগতে নাৰীৰ মুক্তি আন্দোলনৰ প্ৰথম নেতাৰূপে যুদ্ধত অৱতীৰ্ণ হৈ, প্ৰকৃততে খৃষ্টান মিছনাৰীৰ বিৰুদ্ধেও যুজ কৰিছে।

কিন্তু হিন্দু লেখক গুণাভিৰামে নাটকৰ করুণ পৰিণতি দেখুওৱাৰ বাবে সাহসী আদৰ্শ দাঙি ধৰিব নোৱাৰিলে। খৃষ্টান মিছনাৰীয়ে নায়ক-নায়িকাক সুখে-সন্তোষে জীৱন কটোৱাৰ আদৰ্শ দেখুৱাইছে, কিন্তু হিন্দু কলাকাৰে নায়ক-নায়িকাক সামাজিক বিপৰ্য্যয়ৰ সম্মুখীন কৰাইছে। কলাৰ উদ্দেশ্য দুটা : বাস্তৱক যথাযথভাৱে ৰূপ দিয়া আৰু মানৱৰ জীৱন সংগ্ৰামত সামাজিক ব্যাধিৰ বিৰুদ্ধে যুজ দিবলৈ ব্যক্তিক অনু-প্ৰাণিত কৰা। আত্মবিশ্বাস থকা খৃষ্টান লেখকে সাহসী আদৰ্শ দাঙি ধৰিছে ; কিন্তু শঙ্কাকুল মনৰ হিন্দু লেখকে সামাজিক জীৱনৰ নিপীড়িত নায়ক নায়িকাক সুখী জীৱন-যাপনৰ পথ দেখুৱাব নোৱাৰিলে। ইয়াতে দেখা যায় যে অকল এজন লেখকে সমাজৰ অন্যায়ৰ বিৰুদ্ধে যুজ দি প্ৰগতিবাদী চিন্তাৰ সোঁত প্ৰৱাহিত কৰিব নোৱাৰে। কলাকাৰ, সমাজ-সেৱকৰ ৰাজনৈতিক, অৰ্থনৈতিক শক্তি আৰু গোষ্ঠী জীৱন প্ৰয়োজন।

গুণাভিৰাম বৰুৱাৰ সমসাময়িক লেখক হেমচন্দ্ৰ বৰুৱাই গুণাভিৰাম বৰুৱাৰ দৰে নিজৰ পত্নীৰ মৃত্যু হোৱাত সমাজৰ বিৰুদ্ধে থিয় দিব নোৱাৰি বিধৱা বিয়া নকৰালে ; নাইবা গুণাভিৰামে 'ৰাম-নৱমী' নাটকৰ যোগেদি যি চিন্তাৰ প্ৰৱাহ বোৱাবৰ চেষ্টা কৰিছিল, তাতো অংশ গ্ৰহণ কৰিলে। হেমচন্দ্ৰ বৰুৱাই প্ৰগতিবাদী দৃষ্টি-ভঙ্গী লৈ সমাজ সংস্কাৰৰ অন্যদিশ বাছি ললে। কিন্তু প্ৰকৃততে সামাজিক নাইবা ৰাষ্ট্ৰীয় সমস্যাৰ সমাধান হ'ব লাগিলে কলাকাৰসকলৰ একমুখী চিন্তাৰ প্ৰয়োজন। আনন্দৰাম বৰুৱাই অসমীয়া সমাজৰ ৰক্ষণশীলতাৰ বিৰুদ্ধে থিয় দিও,

নিঃসঙ্গ হৈ পৰা বাবে আদৰ্শৰ প্ৰভাৱ সম-সাময়িক সমাজত পেলাব নোৱাৰিলে। বৈষ্ণৱ কলাকাৰসকলে একমুখী সাধনাৰদ্বাৰা সমাজৰ উন্নতি সাধন কৰিছিল। সেয়ে চন্দ্ৰকুমাৰ আগৰৱালাৰ চিন্তা আৰু কৰ্মৰ নেতৃত্বই বেজবৰুৱাৰ যুগটো গতিশীল কৰিছে।

**ভোলানাথ দাস :**

আধুনিক কাব্য-সাহিত্যৰ পাতনি মেলা ভোলানাথ দাসে (১৮৫৮-১৯২৯) বঙ্গদেশৰ খৃষ্টান কবি মাইকেল মধুসূদন দত্তৰ আহিৰে ছন্দৰ প্ৰৱৰ্তন কৰিলে যদিও, নতুন ছন্দ প্ৰয়োগৰ বাবে মাইকেলৰ যি স্পষ্ট মনোভাব আৰু দৃঢ়তা আছিল, ভোলানাথ দাসৰ সেই শক্তিৰ অভাৱ হোৱা বাবে মাইকেলৰ দৰে কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিলে।

মাইকেল মধুসূদন দত্তৰ যি ব্যাপক ভ্ৰমণ আৰু ইংৰাজী সাহিত্যৰ তথা পাশ্চাত্য দৰ্শনৰ যি গভীৰ জ্ঞান আৰু স্বদেশ প্ৰেম আছিল, সেয়ে মাইকেলক প্ৰচুৰ শক্তি দিছিল। ভোলানাথ দাসৰ এই শক্তি নাই। সেয়ে কেৱল ছন্দৰ আহিয়ে কলাকাৰৰ অন্তৰত গভীৰ প্ৰেৰণা যোগাব নোৱাৰে। মধুসূদনে পাশ্চাত্য সাহিত্যৰ ভাব-আদৰ্শ আত্মসাৎ কৰি প্ৰগতিবাদী চিন্তাৰদ্বাৰা বঙালী সাহিত্য শক্তিশালী কৰে।

ভোলানাথ দাসৰ 'সীতাহৰণ কাব্য'ৰ মূল প্ৰেৰণা ক'ৰপৰা আহিল ? বাল্মীকি ৰামায়ণ সম্ভৱ তেওঁ অধ্যয়ন কৰা নাই। কন্দলিৰ ৰামায়ণৰ ভাষাৰ ওজস্বীতা নাইবা অলঙ্কাৰৰ বৈচিত্ৰ্য আয়ত্ব কৰি 'অপ্ৰমাদী' কবিৰ দ্বাৰা অনুপ্ৰাণিত হোৱা নাই। ভোলানাথে দুৰ্গাবৰী গীতি ৰামায়ণ অধ্যয়ন কৰিছে ; কিন্তু বঙালী, অসমীয়া আদৰ্শৰ মাজত কোন পথে যাব লাগিব ইয়াৰ স্পষ্ট আৰু দৃঢ় আদৰ্শ নথকা বাবে যুগৰ দুৰ্বল প্ৰভাৱে মুক্ত চিন্তাৰ প্ৰেৰণা নিদিলে। সম্ভৱতঃ এই যুগৰ

কৃতী পুৰুষ পণ্ডিত আনন্দৰাম বৰুৱাৰ আদৰ্শৰ দ্বাৰায়ো এওঁলোক অনুপ্ৰাণিত হোৱা নাছিল।

ভাৰতীয় সংস্কৃতিৰ সাধক আনন্দৰাম বৰুৱাই পাশ্চাত্য আৰু প্ৰাচ্যৰ আদৰ্শৰে আধুনিক অসম তথা ভাৰত গঢ়াৰ যি সপোন ৰচিছিল, অসমৰ কবিসকলে এই পণ্ডিত জনৰপৰা কোনো প্ৰেৰণা নাপালে। আনন্দৰাম আৰু মণিৰামৰ আদৰ্শ আৰু সাহসৰদ্বাৰা অনুপ্ৰাণিত হোৱা হ'লে প্ৰকৃততে অসমীয়া কলাকাৰসকলে জাতিৰ মহান উপকাৰ সাধন কৰিলেহেঁতেন। সংস্কৃত আৰু ইংৰাজী সাহিত্যৰ গভীৰ জ্ঞান নাইবা অনুৰাগ নথকা, নাইবা বিদেশ ভ্ৰমণ নকৰা, কৃতী ছাত্ৰৰূপে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ পোহৰ নোপোৱা কলাকাৰে জাতীয় প্ৰয়োজন বুজি সাহিত্য সৃষ্টি কৰি বলিষ্ঠ ভাবেৰে জাতিক উদ্বুদ্ধ কৰা টান।

## কমলাকান্ত ভট্টাচাৰ্য্য ঃ

কমলাকান্ত ভট্টাচাৰ্য্যই (১৮৫৩-১৯৩৬) বঙ্গৰ কবি মাইকেলৰ দৰে নাইবা অসমৰ আনন্দৰাম বৰুৱাৰ দৰে সাহসী মনোভাব প্ৰকাশ কৰিব পৰা নাই। কমলাকান্তই বুকুত জ্বলন্ত স্বদেশ অনুৰাগ লৈ ব্ৰহ্মপুত্ৰৰ দাঁতিত চকুলো টুকি কেৱল ভাৰতক 'আন্ধাৰ সিন্ধুৰ অতল তলত' পেলাই পলায়নবাদী মনোভাৱ ব্যক্ত কৰিছে। ভাৰতে যে ইংৰাজ শাসনৰপৰা মুক্ত হ'বৰ বাবে ১৮৫৭ চনত আন্দোলন কৰি সমগ্ৰ ভাৰতত তথা অসমৰ যোৰহাট চহৰত সুযোগ্য সন্তান মণিৰামক হেৰুৱালে, যি আনন্দৰামে বিশ্বত প্ৰাগ্‌জ্যোতিষপুৰৰ নাম প্ৰকাশ কৰিলে, তাৰ উল্লেখ নকৰিলে। 'চৌষষ্টি-পয়ষষ্টি বেলেগ জাত' ভাঙি দিবৰ চেষ্টা কৰে, জ্ঞানৰ পুজাৰী আনন্দৰামে। জ্ঞানৰ সাধনাইহে মানৱক জাত্ত-কুলৰ বিৰুদ্ধে যুজিবলৈ প্ৰেৰণা যোগায়। কলাকাৰে কেৱল চকুলো টুকি নাইবা তিৰস্কাৰ কৰি জন-জাগৰণ সৃষ্টি কৰিব

নোৱাৰে। জাতিৰ চৈতন্য জাগ্ৰত কৰাৰ বাবে জনগণৰ মাজত থিয় হৈ দৃঢ় ভাৱে নেতৃত্ব দিব লাগিব। জাতিৰ বেদনা উপলব্ধি কৰি তাৰ প্ৰতিকাৰৰ বাবে সুস্থ কাব্য ৰচনা কৰিব পাৰিলেহে জনগণৰ বৈপ্লৱিক ভাব জাগে। প্ৰকৃততে 'অৰুণোদয়' যুগৰ পৰা ৰোমাণ্টিক যুগ তথা বেজবৰুৱাৰ যুগৰ আৰম্ভণি লৈ কলাকাৰসকলে সাহসী মনোভাবেৰে জাতিক জগাব পৰা নাই।

ইয়াৰ মূল কাৰণ এয়ে যে বঙ্গদেশৰ সমাজখনত বহুকাল আগেয়ে মুছলমান আৰু ইউৰোপীয় বণিক্ শ্ৰেণীৰ আদৰ্শ প্ৰৱেশ কৰাৰ ফলস্বৰূপে ক্ৰমশঃ ৰক্ষণশীলতাৰ প্ৰভাৱ আঁতৰি পৰে। সেয়েহে মাইকেলে যথেষ্ট শক্তিৰে বঙালী সাহিত্য সৃষ্টিৰ প্ৰেৰণা পাইছিল। কিন্তু ১৮২৬ খৃষ্টাব্দৰ পৰা ১৮৮৯ খৃষ্টাব্দলৈ মাত্ৰ তিনিকুৰি বছৰ কালৰ ভিতৰতে অসমীয়া সমাজে পাশ্চাত্য আদৰ্শ গ্ৰহণৰ উপযোগী হৈছে। সেয়ে দেখা যায় ভৌগোলিক পৰিৱেশে বাধা জন্মোৱা সত্ত্বেও বঙ্গদেশৰ দীৰ্ঘকালৰ তুলনাত অসমে কম সময়তে প্ৰগতিৰ পথত পদক্ষেপ কৰিছে। বঙ্গদেশৰ কলাকৃষ্টি তথা শিল্পৰ উন্নতি অসমৰ লগত ৰিজালে এই ঐতিহাসিক কাৰণবোৰ মনত ৰখা প্ৰয়োজন। ১৮২৬ চনলৈ মধ্য যুগীয় আদৰ্শৰ মাজত থাকিও অসমৰ জাতীয় জীৱনে গতিশীলতা লাভ কৰি ৰোমাণ্টিক যুগত বিশ্বৰ ভাৱধাৰাৰ লগত নিজকে মিলাব পাৰিছে; ইয়াৰ মাজেদি জাতিৰ বৈপ্লৱিক প্ৰতিভাই প্ৰকাশ পাইছে।

**হেমচন্দ্ৰ গোস্বামী: আনন্দচন্দ্ৰ আগৰৱালা**

ৰোমাণ্টিক যুগৰ কলাকাৰসকলে কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰাদেশিক ভাষা বিকাশৰ আঁচনি ক্ৰমে যি প্ৰেৰণাত উদ্বুদ্ধ হ'ল, প্ৰকৃততে তাৰ দ্বাৰা অসমীয়া সাহিত্য-সংস্কৃতিৰ গৱেষণাৰ পথ ৰচিত হ'ল। কোচৰাজ্যত কাব্যৰ অনুশীলন তথা সৃষ্টিৰ লগতে যিদৰে গৱেষণামূলক দৃষ্টি-ভঙ্গীৰে তত্ত্ব-মূলক গ্ৰন্থসমূহ ৰচনা হৈছিল, সেইদৰে

কাব্য প্ৰবাহৰ লগতে গবেষণামূলক কাৰ্য্যই জাতিৰ জীৱনক নতুন পোহৰ দিছে। ব্যাপক সৃষ্টি আৰু অধ্যয়নৰ যোগেদিহে সমালোচনাৰ পথ মুকলি হয়। প্ৰকৃততে পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে গবেষণামূলক কাৰ্য্যৰ দ্বাৰা অসমীয়া জাতিক যি শক্তি যোগালে, আনন্দৰাম বৰুৱাই প্ৰাচীন আৰু মধ্য ভাৰতীয় আৰ্য্য-ভাষাৰ গৱেষণা কৰি সেই একে প্ৰগতিবাদী আদৰ্শ সৃষ্টি কৰি অনুৰূপ প্ৰেৰণা যোগায়।

কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য আশুতোষ মুখাৰ্জীৰ প্ৰেৰণাত আৰু দুই চাৰি মহানুভব ইংৰাজ শাসকৰ সাহায্যত গঢ়ি উঠা গৱেষণামূলক কাৰ্য্য আৰু প্ৰত্নতত্ত্বই হেমচন্দ্ৰ গোস্বামীক কাব্য ৰসৰ পৰা আঁতৰাই আনি অসমৰ লুপ্ত সংস্কৃতি উদ্ধাৰৰ বাবে ব্ৰতী কৰি সৰ্বভাৰতীয় জাতীয়তাবাদী চিন্তাৰ সোঁত বোৱায়। বিদেশী খৃষ্টান মিছনাৰীয়ে শিৱসাগৰৰপৰা 'অৰুণোদয়'ৰ যোগেদি গৱেষণামূলক কাৰ্য্য আৰম্ভ কৰিলেও; 'অৰুণোদয়' যুগৰ মিছনাৰীৰ ভাষা-বিজ্ঞান চৰ্চা তথা গবেষণামূলক কাৰ্য্যই জাতীয় শক্তি বৃদ্ধি নকৰিলে। কিন্তু ইংৰাজ চৰকাৰৰ বিশিষ্ট বিষয়া হেমচন্দ্ৰ গোস্বামী আৰু দেশৰ সংস্কৃতিৰ মূল্য বুজা জনৈক প্ৰগতিবাদী ইংৰাজ শাসকৰ প্ৰেৰণাইহে দেশীয় সংস্কৃতিৰ মূল্য দাঙি ধৰে। সেয়ে হেমচন্দ্ৰ গোস্বামী আৰু আনন্দচন্দ্ৰ আগৰৱালাৰ প্ৰত্নতত্ত্ব অনুশীলন প্ৰগতিৰ এটা প্ৰধান দিশ।

ৰোমাণ্টিক যুগত অসমীয়া সাহিত্য-সংস্কৃতি বিকাশৰ কেন্দ্ৰস্থান প্ৰধানকৈ কলিকতা আৰু গুৱাহাটী চহৰ। তদুপৰি ১৯১৭ চনত স্থাপিত অসম সাহিত্য সভায়ো যোৰহাটৰ পৰা কলাকাৰ সকলৰ চিন্তাৰ যোগসূত্ৰ ৰক্ষা কৰি আন এটি দিশ মুকলি কৰে। মুঠতে কলিকতা, গুৱাহাটী, যোৰহাটক কেন্দ্ৰ কৰি ১৯১৭ চনৰ পৰা অসমীয়া জাতীয় জীৱনলৈ যি সাহসী সৰ্বভাৰতীয় চিন্তাৰ সোঁত প্ৰবাহিত হ'ল সেয়ে অসমীয়া কাব্য-কলাৰ শক্তি বৃদ্ধি কৰিলে।

কোচৰজা নৰনাৰায়ণে তেওঁৰ সমসাময়িক মুছলমান সম্ৰাট আকবৰৰ (১৫৫৫—১৬০৫) সমানে প্ৰতিযোগিতা চলাই যিদৰে অসমৰ সাংস্কৃতিক

জীৱনক ৰূপ দিলে ; সেইদৰে ৰোমান্টিক যুগৰ আদি-ভাগৰ কলাকাৰ সকলে ব্যাপক অধ্যয়ন আৰু কঠোৰ শ্ৰমৰ দ্বাৰা 'বঙ্গীয় পৰিষদ'ৰ লগত যুঁজ দিব লগা হোৱা বাবেহে প্ৰচুৰ শক্তি আয়ত্ব কৰি কাব্য-কলাৰ সাধনাত ব্ৰতী হৈছিল। সেয়ে দেখা যায় যে অসমীয়া সংস্কৃতিয়ে এই সংঘাতৰ সম্মুখীন হোৱা বাবে ; জাতিৰ জীৱনৰ বিভিন্ন দিশত আত্ম-প্ৰতিষ্ঠাৰ বাবে দৃঢ়চিত্তে জাতিৰ সেৱা কৰি যি জাগৰণৰ সৃষ্টি কৰিলে ; সেই জাগৰণ বৈষ্ণৱ আন্দোলনৰ অনুৰূপ। বৈষ্ণৱ আন্দোলনৰ উদ্দেশ্য হিন্দু সংস্কৃতি উদ্ধাৰ কৰা আৰু ইছলামৰ গ্ৰাসৰ পৰা বৈদিক সংস্কৃতি ৰক্ষা কৰা ; সেইদৰে ৰোমান্টিক আন্দোলনৰ উদ্দেশ্য হল ; বিদেশী শাসনৰ পৰা মুক্ত হৈ স্বকীয় ঐতিহ্য ৰক্ষা কৰি প্ৰগতিৰ পথত যাত্ৰা আৰম্ভ কৰা।

প্ৰকৃততে সংঘাতৰ যোগেদিহে ন ন চিন্তাৰ সোঁত প্ৰবাহিত হৈ জাতিৰ কলা-কৃষ্টিৰ নৱৰূপ সাধন কৰে। সেয়ে জাতিক কল্পনামুখী কৰি অতীতৰ আধ্যাত্মিক শক্তিৰ যাদুমন্ত্ৰেৰে জনগণক স্পৰ্শ কৰি প্ৰগতিবাদী চিন্তাৰ আদৰ্শত উদ্বুদ্ধ কৰিব লাগিলে, কলাকাৰসকলৰ লগতে এদল নিস্বাৰ্থ সমাজ-সেৱকৰ প্ৰয়োজন। ভাৰতৰ স্বাধীনতা আন্দোলনে এনে এদল নিস্বাৰ্থ সমাজ-সেৱক আৰু কলাকাৰ সৃষ্টি কৰা বাবেহে জাতীয়তাবাদী চিন্তাই দেশৰ জনসাধাৰণৰ চৈতন্য জাগ্ৰত কৰিব পাৰিছিল। এনে পটভূমিত ব্যক্তিৰ জীৱনৰ ওপৰত গুৰুত্ব দি কৰ্ম-জ্ঞান-ভক্তি আৰু সৌন্দৰ্য্য সাধনাক কাব্যৰ মাজেদি ৰূপ দিয়া বাবেহে জাতিৰ জীৱনলৈ সুস্থ আশাবাদী সমাজ সচেতন মনোভাব আহিছিল।

বৈষ্ণৱ আন্দোলনত যিদৰে গৃহী উদাসীন ভক্তসকলে ধৰ্মৰ আদৰ্শত অনুপ্ৰাণিত হৈ সত্ৰ আৰু নামঘৰৰ যোগেদি সমাজক প্ৰগতিৰ পথ দেখুৱাইছিল ; সেইদৰে ভাৰতৰ স্বাধীনতা যুঁজত জীৱনৰ সকলো সুখ-স্বাচ্ছন্দ্য বিসৰ্জন দিয়া এদল নিৰ্ভীক যুঁজাৰুৰ দলে সাহসী মনোভাব জগাই দেশক প্ৰগতিৰ বাট দেখুৱাৰ বাবেহে কলাকাৰ সকলৰ

মনৰ পৰা হতাশ ভাব আঁতৰি গৈছিল। সেই কাৰণেহে ৰোমাণ্টিক যুগত কলাকাৰসকলে লুইতৰ পাৰত চকুলো টোকা নাছিল।

ৰোমাণ্টিক যুগৰ প্ৰথম পৰ্য্যায়ৰ কবিসকলৰ স্পষ্ট জীৱন বোধ আৰু দৃঢ় মনোভাৱে বিশ্বৰ ভাবধাৰাক ভাৰতীয় সংস্কৃতিৰ সাঁচত ঢালি জাতিৰ সৃজনী প্ৰতিভাক মুক্তি দিয়াৰ লগতে দেশৰ জনসাধাৰণৰ তথা লৌকিক জীৱনক কাব্যৰ বেদীলৈ আনি কবিতা কুঁৱৰীক যোড়শোপচাৰে পূজা কৰিলে। শক্তিশালী মনোভাবসম্পন্ন কবিসকলে এইদৰে লৌকিক জীৱনক পুনঃ কাব্য বেদীত প্ৰতিষ্ঠা কৰি কোচৰাজ্যৰ শাক্ত তথা লৌকিক কলাকাৰ সকলৰ আদৰ্শক নৱৰূপ দিলে। বৈষ্ণৱ শাক্ত কলাকাৰসকলে সৰ্বভাৰতীয় সংস্কৃতিক নতুন ৰূপ দিয়াৰ লগতে জনসাধাৰণৰ মাজত জীপ লৈ গজি উঠা সংস্কৃতিকো সমানে গুৰুত্ব দিছিল। সেইদৰে বিশ্ব সংস্কৃতিৰ সাধনা কৰা ৰোমাণ্টিক কলাকাৰসকলে বিদেশী শাসনৰ বিৰুদ্ধে যুঁজিবলৈ জনসাধাৰণকো জগাই তোলাৰ চেষ্টা কৰি প্ৰগতিবাদী জন সাহিত্য সৃষ্টি কৰিছিল।

জাতিৰ জীৱনত সাধাৰণতে প্ৰতিভাই দুটা দিশত বিকাশ লাভ কৰে, প্ৰথমটো বৰ্ণনাধৰ্মী তথা বস্তুধৰ্মী মহাকাব্য—কাব্য নাইবা খণ্ডকাব্য; আৰু আনটো গীতিধৰ্মী তথা মনোধৰ্মী নাইবা আত্ম-প্ৰকাশক। সেয়ে দেখা যায় কাব্যধৰ্মী আৰু দৃশ্যধৰ্মী কাব্য প্ৰবাহে অভিন্ন ভাৱে জাতিৰ আত্মাৰ নিৰুদ্ধ চৈতন্য জাগ্ৰত কৰি জাতীয় জীৱনক কল্পনাৰ মাধুৰ্য্য প্ৰদান কৰে। এই কল্পনাৰ স্ফূৰণে চিন্তা শক্তি আৰু সাহসী মনোভাব জগাই ব্যক্তি তথা ৰাষ্ট্ৰক শক্তিশালী কৰে। কাব্য-কলাই কল্পনাৰ মাধুৰ্য্য ৰাশিৰ দ্বাৰা জাতীয় জীৱনৰ জড়তা দূৰ কৰে।

কলাকাৰে কল্পনাপ্ৰসূত সৃজনী প্ৰতিভাক ৰূপ দিবলৈ বহিৰ্জগতক আশ্ৰয় কৰে। সেয়ে কবিৰ অন্তৰাত্মা আৰু বিশ্বজগৎ যেতিয়া ভেদাভেদশূন্য হয়, যেতিয়া কাব্য, খণ্ডকাব্য ৰচনা হয়; কিন্তু যেতিয়া কলাকাৰে বিশাল সৃষ্টি প্ৰতিভাৰ যোগেদি গভীৰ ভাৱে অন্তৰ্জগতত প্ৰৱেশ কৰে তেতিয়া অন্তৰাত্মাই সঙ্গীতৰ ৰূপ লয়। সেয়ে কলাকাৰ

তথা কাব্যকাৰে হৃদয়ৰাজ্যৰ সুন্দৰৰ ৰূপ আকোঁতে কেতিয়াবা বিশাল গভীৰ উপলব্ধিৰ মাজেদি ব্ৰহ্মাণ্ডক দেখা পায়। কেতিয়াবা সেই বিশাল উপলব্ধিৰ মাজৰ পৰা দুটি এটি ভাব গীতিধৰ্মী ৰূপ দি প্ৰকাশ কৰে।

জাতিৰ জীৱনত এই দুয়োটা প্ৰবাহ অভিন্নভাৱে ব্যক্ত হলেও কোনো কোনো কালত কাব্যই তথা গভীৰ সামগ্ৰিক জীৱনবোধে কলাকাৰসকলৰ অন্তৰাত্মা আলোড়িত কৰে, কিন্তু কোনো যুগত কাব্যকাৰৰ সৌন্দৰ্য্য সাধনাই সামগ্ৰিক জীৱনবোধৰ নিৰবচ্ছিন্ন ৰসাস্বাদনৰ ৰূপ প্ৰকাশ নকৰে। নানান নদ-নদী, জান-জুৰিয়ে সন্মিলিত ভাৱে হিমালয়ৰ বক্ষভেদি নিৰ্গত হোৱা মহাবাহু ব্ৰহ্মপুত্ৰক শক্তি যোগোৱাৰ দৰে চতুৰ্দশ শতিকাৰ অপ্ৰমাদী কবি মাধৱ কন্দলিৰ হৃদয়ৰ পৰা নিৰ্গত হোৱা কাব্য প্ৰবাহে শঙ্কৰ-মাধৱ আদি কলাকাৰ-সকলৰ অন্তৰত অমৃতৰ সন্ধান দি ৰোমাণ্টিক কাব্যকাৰসকলক ৰস-সমুদ্ৰত বুৰ মাৰিবলৈ প্ৰেৰণা যোগাই অসমীয়া জাতিৰ কল্পনা শক্তিক অনন্তমুখী কৰি তুলি যি জাতীয় চৈতন্য জগালে সেই পটভূমিতে কবি সূৰ্য্যকুমাৰ ভূঞাই কৈছে—

“বিশ্বৰ লগত যত ভাবৰ বন্ধন,
সেয়ে মোৰ জীৱনৰ ধৰ্ম সনাতন”
—আপোন সুৰ।

স্বাধীন ৰাজতন্ত্ৰৰ দিনৰ দৰবাৰী কাব্য-শিল্পৰ পৰা আৰম্ভ কৰি বৃটিছ ৰাজত্বৰ দিনলৈ কাব্যশিল্পৰ ইতিহাস তথা আকৃতি-প্ৰকৃতি আলোচনা কৰিলে দেখা যায় যে, কাব্য-শিল্পৰ দুয়োটা ধাৰা চলি আছে। আনকি কবিৰাজ কন্দলিয়ে বৰ্ণনাত্মক আৰু নাটকীয় কলাকৌশল প্ৰয়োগ কৰাৰ লগত পোনপটীয়াকৈ আত্মপ্ৰকাশ কৰাৰ মানসে হৃদয়ৰ পৰিতৃপ্তি সাধনৰ বাবে গীতিধৰ্মী তথা মনোধৰ্মী কৌশল অৱলম্বন কৰিছে। বিশেষকৈ ভণিতাসমূহ আৰু স্তুতিমূলক ৰচনাসমূহৰ মাজেদি কন্দলিয়ে

পোনপটীয়াকৈ আত্মপ্ৰকাশ কৰিছে। পৰৱৰ্তী কাব্যকাৰসকলে কাব্যৰ উপৰিও সঙ্গীত সমূহৰ তথা ভটিমাসমূহৰ মাজেদি আধুনিক যুগৰ কবিৰ পোনপটীয়া আত্ম প্ৰকাশৰ কৌশল অৱলম্বন কৰিছে।

ৰোমাণ্টিক কাব্যকাৰসকলে দুয়োটা ৰূপত কাব্য সাধনা কৰিছে। লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, আনন্দচন্দ্ৰ আগৰৱালা আদিয়ে সামগ্ৰিক নিৰবিচ্ছিন্ন গতিত কাব্য সাধনাক ৰূপায়িত কৰিব পৰা নাই। কিন্তু স্পষ্ট দাৰ্শনিক চিন্তাৰ প্ৰবাহৰদ্বাৰা ৰোমাণ্টিক কাব্যক বৈষ্ণৱ কাব্যৰ দৃঢ়তাৰ ভেঁটিত প্ৰতিষ্ঠিত কৰিছে।

**পদ্মনাথ গোহাঞি বৰুৱা : হিতেশ্বৰ বৰবৰুৱা**

ৰোমাণ্টিক যুগে এটা বিশিষ্ট অৱদান আগবঢ়ালে হিন্দু আহোম কলাকাৰ পদ্মনাথ গোহাঞি বৰুৱা আৰু হিতেশ্বৰ বৰবৰুৱাৰ যোগেদি। পূৰ্বৰ যুগসমূহত বৰ্ণ-হিন্দু কলাকাৰসকলে প্ৰধানকৈ কাব্য কলাৰ সাধনাত ব্ৰতী আছিল যদিও, বৃটিছৰ শাসন কালত আহোম কলাকাৰ-সকলে অসমৰ অন্যান্য অনাৰ্য্য তথা জনজাতীয় লোকসকলকো ভাষা জননীৰ চৰণত পুষ্পাঞ্জলি আগবঢ়াবলৈ প্ৰেৰণা যোগাই অসমীয়া কাব্য কুঁৱৰীৰ অৰ্চ্চনাৰ নতুন দিশ মুকলি কৰিলে।

আহোম কলাকাৰ হিতেশ্বৰ বৰবৰুৱাই বিশ্ব সংস্কৃতিৰ সাধনা কৰি প্ৰচুৰ সৌন্দৰ্য্য স্পৃহা লৈ 'সেউজী পাতৰ' মনোৰম ৰূপত মুগ্ধ হৈ থাকিও, আৰ্থিক অনাটনৰ আৰু পাৰিবাৰিক দুখ-দৈন্যৰ লগত যুজ দি, প্ৰাচীন কামৰূপ ৰাজ্যৰ পশ্চিম প্ৰান্তৰ কমতা ৰাজ্য ধ্বংসৰ কাহিনী কাব্য ৰূপ দি ঐতিহাসিক কাব্যৰ পাতনি মেলে। 'কমতাপুৰ ধ্বংস' কাব্য ৰচনাৰ অন্তৰালত কবিৰ মানস পটত ভাৰতত প্ৰথম মুছলমান ৰাজ্য স্থাপনৰ অৰ্থাৎ পৃথ্বীৰাজ-মহম্মদ ঘোৰীৰ ৰণৰ (১১৯২) স্মৃতি জাগ্ৰত হৈছে। কামৰূপ ৰাজ্য খণ্ড-বিখণ্ড হোৱাৰ

পাচত কমতা ৰাজ্যই অসমীয়া সাহিত্য-সংস্কৃতিৰ পতাকা মুছলমান ৰাজ্যৰ দাঁতিত উৰাই আছিল। সেয়ে জাতীয় সংস্কৃতিৰ সাধক বৰুৱাই পোন প্ৰথমে এই বিজাতীয় সংস্কৃতিৰ সৰ্বগ্ৰাসী ৰূপটো অসমীয়া কাব্য জগতলৈ আনে। গেইটৰ মতে ১৪৯৮ খৃষ্টাব্দত কমতাপুৰ ৰাজ্য পতন হয়। চতুৰ্দশ শতিকাৰ কমতাপুৰৰ কবিসকলে স্বাধীন ৰাজতন্ত্ৰৰ ৰাজসভাত বীৰ ৰসাত্মক কাব্য ৰচিছিল; বৃটিছৰ শাসন কালত ৰোমাণ্টিক কাব্যকাৰে সেই কমতাপুৰ ৰাজ্যৰ ধ্বংসৰ ছবি আঁকি ঐতিহাসিক সাংস্কৃতিক প্ৰবাহ সৃষ্টি কৰিলে।

ইতিহাস অনুশীলন আহোম যুগত হৈছিল সঁচা, কিন্তু ঐতিহাসিক কাহিনীক আশ্ৰয় কৰি কাব্য ৰচনাৰ পৰম্পৰা ৰোমাণ্টিক যুগে সৃষ্টি কৰিলে। আহোম যুগে সতী-সাধ্বী নাৰীৰ পতি-ভক্তি আৰু দেশ-প্ৰেমৰ আদৰ্শ নুবুজিলে। প্ৰতিক্ৰিয়াশীল আহোম ৰজাৰ শাসনে নাৰীৰ জীৱনৰ ওপৰত গুৰুত্ব নিদিয়া বাবে কোনো কলাকাৰে কাব্য ৰচনা নকৰিলে।

কিন্তু বিদেশী শাসনে আহোম কলাকাৰক অতীতৰ ভুল শুধৰাবলৈ প্ৰেৰণা যোগালে। যিদৰে লক্ষ্মীনাথ বেজবৰুৱা, গুণাভিৰাম বৰুৱা আদিয়ে হিন্দু বিধৱা নাৰীৰ জীৱনক সাহিত্যৰ মাজলৈ আনিলে, সেইদৰে এই প্ৰগতিবাদী চিন্তাৰ আলমতে হিতেশ্বৰ বৰবৰুৱায়ো নাৰীৰ মুক্তিৰ বাবে সমাজ সংস্কাৰ তথা দেশাত্মবোধ জাগৰণৰ বাবে নাৰীৰ কৰ্মশক্তিক স্বীকৃতি দি 'যুদ্ধ-ক্ষেত্ৰত আহোম ৰমণী', 'তিৰোতাৰ আত্মদান' আদি কাব্য ৰচনা কৰে। সেয়ে দেখা যায়, আহোম যুগত অৱহেলিত নাৰীয়ে আহোম কলাকাৰৰ হাতত মৰ্য্যাদা লাভ কৰিলে।

বিশ্ব তথা জাতিৰ জীৱনৰ প্ৰতিটো যুগতে বিভিন্ন সংস্পৰ্শত স্থানীয় সংস্কৃতিয়ে ন ন শক্তি লাভ কৰি বিশ্ব মানৱৰ সাংস্কৃতিক জীৱন সৃষ্টি কৰে। সেয়ে দেখা যায়, যুদ্ধ-বিগ্ৰহ নাইবা ব্যৱসায় বাণিজ্যৰ যোগে আৰু বিজ্ঞানৰ ন ন আৱিষ্কাৰে পৃথিৱীৰ জন সংযোগ ক্ৰমশঃ সুগম কৰি

তোলা বাবে সংস্কৃতিয়ে বিশ্বাভিমুখী গতি লাভ কৰিছে। কিন্তু সেইবুলি বিশ্বৰ সাংস্কৃতিক প্ৰৱাহৰ সোঁতত দেশীয় সাংস্কৃতিক প্ৰবাহমান কৰি তুলিব নোৱাৰিলে জাতিৰ শক্তি বৃদ্ধি নহয়। সেয়ে হিতেশ্বৰ বৰবৰুৱাই এই দুটা দিশত সমানে আত্ম প্ৰকাশ কৰি ৰোমাণ্টিক যুগৰ স্বকীয় সৃজনী-প্ৰতিভা মহাকাব্য-কাব্য গীতিধৰ্মী কবিতাৰ ৰূপ দিছে। কোচ ৰাজ্যৰ কলাকাৰসকলে সৰ্বভাৰতীয় সংস্কৃতিৰ সাধনা কৰি নাৰীৰ মুক্তিৰ পথ দেখুৱাইছিল ; কিন্তু ইংৰাজ ৰাজত্বৰ কলাকাৰে বিশ্ব সংস্কৃতিৰ সাধনা কৰি নাৰীৰ প্ৰগতিৰ পথ ৰচিলে।

অসমীয়া জাতীয় জীৱনত ইংৰাজী শিক্ষাৰ আৰু আধুনিক ব্যৱসায় বাণিজ্য, শিল্প-কলাৰ সংস্পৰ্শে ব্যাপক আৰু গভীৰ বাবে প্ৰৱেশ কৰাৰ লগে লগে সৰ্বভাৰতীয় লোক প্ৰব্ৰজনে জাতীয় জীৱনত নতুন সমস্যা সৃষ্টি কৰিলেও জাতিৰ কাব্য মানসত এটা শঙ্কাবিহীন ভাব জাগৰণ হৈছে। সেয়ে জাতীয় জীৱনৰ প্ৰাণ প্ৰাচুৰ্য্যই কাব্য প্ৰবাহৰ বিভিন্ন দিশ মুকলি কৰে।

এই পটভূমিতে আহোম কলাকাৰ পদ্মনাথ গোহাঞিবৰুৱাৰ 'লীলা' কাব্য ৰচনা মন কৰিব লগীয়া। পদ্মনাথ গোহাঞিবৰুৱাই পত্নীৰ মৃত্যুত ব্যথিত হৈ লীলা কাব্যত কাব্যগুণৰ জেউতি চৰাব নোৱাৰিলেও, কবিয়ে 'লীলা' কাব্যৰ আধ্যাত্মিক জগতখনত প্ৰবেশ কৰি সংসাৰৰ লীলাৰ ৰহস্য উদঘাটন কৰিবলৈ গৈ সৰ্বভাৰতীয় সংস্কৃতি সাধনাত ব্ৰতী হৈ ক্ৰমশঃ বিশ্বৰ ৰহস্য ভেদ কৰি সামগ্ৰিক দৃষ্টিৰে মুক্তিৰ আনন্দৰ মাজেদি প্ৰিয়া পত্নীৰ সোঁৱৰণীৰ দ্বাৰাই গীতা শাস্ত্ৰৰ মাজত আত্ম-বিলোপ কৰি আহোম সংস্কৃতিৰ মাজলৈ ভাৰতীয় সংস্কৃতিক শক্তিশালী ৰূপত প্ৰবাহিত কৰিলে। সেয়ে প্ৰগতিবাদী আদৰ্শৰ ৰূপ। 'লীলা' কাব্যত পদ্মনাথ গোহাঞিবৰুৱাই আত্মাৰ শান্তি লাভ কৰা নাই। 'মিলন মহত্ব' নামৰ কবিতাটোতহে গভীৰ দাৰ্শনিক চিন্তা আৰু দাম্পত্য জীৱনক কাব্য জগতৰ মাজলৈ আনি আহোম কলাকাৰজনে অসমীয়া নাৰীৰ প্ৰগতিৰ পথ ৰচনা কৰি সংসাৰৰ ৰহস্য প্ৰকাশ কৰিছে।

ৰোমাণ্টিক কাব্য-কলাই তথা এই যুগৰ প্ৰগতিবাদী আদৰ্শই কলাকাৰসকলক এটা আত্ম প্ৰত্যয়ৰ ভাবত উদ্বুদ্ধ কৰিছে। সেয়ে তেওঁলোকে বিদেশী শাসনৰ কালতো হীনমন্যতাৰ পৰিচয় দিয়া নাই।

এই যুগৰ কলাকাৰসকলৰ এটা সামগ্ৰিক, সমূহীয়া, ৰাজনৈতিক, অৰ্থ নৈতিক আৰু সাংস্কৃতিক গভীৰ জীৱনবোধ আছিল বাবেই, তেওঁলোকে আত্মসচেতন হৈ সামাজিক জীৱন ৰূপ দিয়াৰ চেষ্টা কৰিছিল। এই দুয়োজন আহোম কলাকাৰে গভীৰ দাৰ্শনিক চিন্তাৰ দ্বাৰা অসমীয়া কাব্য জগতলৈ এটা নতুন শক্তি আনি আহোম সকলক নতুন চেতনাত উদ্বুদ্ধ কৰাৰ লগতে আহোম যুগত প্ৰায় বিচ্ছিন্ন হোৱা সৰ্বভাৰতীয় যোগ সূত্ৰ পুনঃ অসমীয়া সাহিত্য আৰু আহোমৰ মাজত প্ৰতিষ্ঠা কৰিলে।

পাৰিবাৰিক জীৱনৰ শোকেই সৌন্দৰ্য্য সাধনা আৰু ঐতিহাসিক গৱেষণাৰ মাজেদি আহোম কলাকাৰ দুজনক কৰ্মজ্ঞান ভক্তিত উদ্বুদ্ধ কৰি হৃদয়ৰ কাৰুণ্য আঁতৰাই, যি জাতীয় শক্তি সৃষ্টি কৰিলে সেয়ে ছশ বছৰীয়া আহোম শাসনৰ যোগেদি পূৰাব নোৱাৰা সাংস্কৃতিক শক্তিৰ স্থান পূৰ্ণ কৰিলে। পাৰিবাৰিক জীৱনক ৰোমাণ্টিক কাব্যত পূৰ্ণ ৰূপ দি অসমীয়া কাব্যত নতুন শক্তিৰ সৃষ্টি কৰা আহোম কলাকাৰ দুজনে বিশ্ব তথা সৰ্বভাৰতীয় আদৰ্শৰ সোঁত অসমীয়া জাতীয় জীৱনলৈ প্ৰবাহিত কৰি হাঁহি আৰু কান্দোনৰ ৰূপ আঁকি হাস্য-কৰুণ ৰসৰ মাজতো যুঁজ মাৰিলে।

আহোম যুগৰ শাসকশ্ৰেণী আৰু বিষয়াসকলৰ পৃষ্ঠপোষকতাত সৃষ্টি হোৱা বুৰঞ্জীসমূহৰ সংগ্ৰাহক সকলৰ ভিতৰত কিমান সংখ্যক আহোম সংগ্ৰাহক তথা বুৰঞ্জীবিদ আছিল সঠিককৈ জনা নাযায়। সেয়ে আহোমবংশীয় কলাকাৰে ৰোমাণ্টিক যুগত উদাৰ চিত্তে তাৰ জননীৰ সেৱা কৰা কাৰ্য্য বিশেষ গুৰুত্বপূৰ্ণ। আহোম যুগত বুৰঞ্জীসমূহ বিষয়াসকলৰ মাজতে আবদ্ধ আছিল। এই বুৰঞ্জীসমূহ প্ৰধানকৈ

আহোমবংশীয় লোকসকলৰ বীৰত্ব আৰু দেশৰ শাসন-প্ৰণালী তথা ৰাজনীতি আৰু শাসন-নীতিৰ জ্ঞান লাভৰ কাৰণে ৰচনা কৰা হৈছিল।

কিন্তু ৰোমাণ্টিক যুগত আহোম তথা অনা-আহোম কলাকাৰে বুৰঞ্জী জনসাধাৰণৰ সম্পদ কৰি তুলিলে। সেয়ে এই যুগটোৱে উত্তৰাধিকাৰ সুত্ৰে লাভ কৰা সম্পদ সমূহৰ প্ৰয়োগ সাধন কৰি জাতীয় সংস্কৃতিক শক্তিশালী কৰি ৰাজনৈতিক, অৰ্থনৈতিক ক্ষেত্ৰত সাহসেৰে অগ্ৰসৰ হবলৈ প্ৰেৰণা যোগায়। এই যুগে আহোম যুগক নকৈ আৱিষ্কাৰ কৰিলে।

আহোম যুগত ঐতিহাসিক ঘটনা আৰু ইতিহাস প্ৰসিদ্ধ ব্যক্তিসকলৰ কাৰ্য্যাৱলীৰ অন্তৰালত নিহিত হৈ থকা আধ্যাত্মিক আৰু সাংস্কৃতিক ৰূপ ৰমণীয়কৈ অঙ্কন কৰি, ৰোমাণ্টিক কলাকাৰ সকলে সাহিত্য তথা জাতীয় জীৱনক গতিশীলতা প্ৰদান কৰি, সৰ্বভাৰতীয় আদৰ্শৰ পথ লবলৈ সক্ষম কৰি তুলিলে। চতুৰ্দশ শতিকাৰ কবিৰাজ কন্দলিৰ দিনৰ পৰা যি আধ্যাত্মিক শক্তিৰ প্ৰবাহ অসমীয়া কাব্য জগতত প্ৰৱেশ কৰিলে, সেই আধ্যাত্মিক শক্তিৰ প্ৰবাহ পৰৱৰ্তী বিভিন্ন আদৰ্শই শক্তিশালী কৰিলে।

**চন্দ্ৰধৰ বৰুৱা—**

ৰোমাণ্টিক কাব্যকাৰ সকলৰ স্বাধীনতা-স্পৃহাৰ আৰু সৌন্দৰ্য্য সাধনাৰ প্ৰাবল্য হেতুকে প্ৰায়েই ইংৰাজ চৰকাৰৰ চাকৰিৰ প্ৰতি আগ্ৰহ নাছিল। সেয়ে দেখা যায় চৰকাৰী চাকৰিয়াল আৰু ব্যৱসায়ী শ্ৰেণীৰ লোকৰ দ্বাৰা কাব্যকলাৰ সাধনা হোৱা বাবে বিভিন্ন চিন্তাধাৰাই যি বৰঙণি আগবঢ়ালে, সেয়ে এটা মহান আদৰ্শক বাস্তৱ জীৱনৰ মাজেদি প্ৰকাশ কৰাৰ চেষ্টাহে বুজাইছে।

যোৰহটীয়া কবি চন্দ্ৰধৰ বৰুৱাই স্বাধীন ভাৱে জীৱিকা নিৰ্বাহ কৰি, কাব্য সাধনাৰ মাজেদি যি শক্তিশালী চিন্তাধাৰা আৰু সৌন্দৰ্য্য

সাধনাত ব্ৰতী হ'ল, তাৰ মাজেদি প্ৰাচীন কামৰূপ ৰাজ্যৰ সৌৰৱণী আৰু ভাৰতীয় সংস্কৃতিৰ শক্তিশালী ৰূপটোৰ প্ৰভাৱ অসমীয়া কাব্য জগতত প্ৰৱেশ কৰিছে। লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞি বৰুৱাৰ দৰে হাস্যৰসৰ সোঁতটো কাব্য-জগতৰ মাজেদি প্ৰবাহিত কৰি কোচৰাজ্যৰ লৌকিক কলাকাৰসকলৰ সৰ্বোৎকৃষ্ট সৃষ্টি বেউলাক ৰোমাণ্টিক যুগত পুনঃ কাব্য-জগতৰ মাজলৈ আনি ঐতিহাসিক পৰম্পৰা ৰক্ষা কৰিছে। বৈষ্ণৱ কলাকাৰসকলে যুদ্ধ-বিগ্ৰহৰ বৰ্ণনাযুক্ত কাব্য সৃষ্টি কৰি অসমীয়া জাতিক বীৰ-ৰসৰ আস্বাদ দিয়াৰ দৰে, চন্দ্ৰধৰ বৰুৱায়ো 'বিদ্যুত বিকাশ' কাব্যত অসমীয়া কাব্য জগতৰ মাজেদি বিদ্যুৎশক্তি প্ৰবাহিত কৰি ৰোমাণ্টিক কাব্যৰ এটি শক্তিশালী দিশ মুকলি কৰিলে।

ৰঘুনাথ চৌধাৰী—

ৰোমাণ্টিক কাব্যকলা আৰু জাতীয় জীৱনৰ প্ৰগতিবাদী চিন্তাৰ ৰূপায়ণ বিচাৰ কৰিলে দেখা যায় যে, লক্ষ্মীনাথ বেজবৰুৱা আদিয়ে যি স্পষ্ট জীৱনবোধ আৰু সাহসী মনোভাব লৈ ধৰ্ম-অৰ্থ কাম-মোক্ষ বিধায়ক প্ৰেৰণা সৃষ্টি কৰাৰ সঙ্কল্প লৈ আগবাঢ়িছিল; ৰঘুনাথ চৌধাৰীয়ে এই চিন্তা প্ৰবাহৰপৰা কিছু পৰিমাণে আঁতৰি পৰে। সেইদৰে লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, আনন্দচন্দ্ৰ আগৰৱালাৰ যিদৰে লৌকিক সাহিত্যৰ লগত গভীৰ পৰিচয় আছিল; পদ্মনাথ গোহাঞি বৰুৱা, হিতেশ্বৰ বৰবৰুৱা, চন্দ্ৰধৰ বৰুৱা আদিৰ কাব্য জগতত লৌকিক সাহিত্যৰ প্ৰভাৱ ক্ষীণ হৈ পৰে।

ৰোমাণ্টিক কাব্যৰ 'ত্ৰিমূৰ্তি' আৰু আনন্দচন্দ্ৰ আগৰৱালাৰ যি আদৰ্শ আৰু ধ্যান-ধাৰণাৰ যোগসূত্ৰ আছিল, সেই আদৰ্শৰ ঐক্য ক্ৰমশঃ শিথিল হৈ যায়। সেয়ে দেখা যায়, ৰঘুনাথ চৌধাৰীৰ কাব্য জগতত চিন্তাতকৈ আবেগৰ প্ৰাধান্য অধিক হৈ পৰে। জ্ঞান-কৰ্ম-

ভক্তি আদর্শৰ প্ৰেৰণাদায়ক অনুভূতি আৰু গভীৰ সামগ্রিক জীৱন ৰসসিক্ত নাইবা তত্ত্বান্বেষী মনোভাবে বিহগী কবিৰ কবিমানস আলোড়িত কৰা নাই। 'সাদৰী' কাব্যৰ 'ভিক্ষা' নামৰ কবিতাৰপৰা আৰম্ভ কৰি 'দহিকতৰা' কাব্যৰ শেষৰ 'মধুলিহ' কবিতালৈ কবিৰ আধ্যাত্মিক চিন্তাৰ বিচাৰ কৰিলে সমসাময়িক চিন্তাৰ প্ৰবাহ নাইবা ভাৰতীয় সংস্কৃতিৰ মূল চিৰন্তন সত্য উপলব্ধিৰ সুসংবদ্ধ, সুস্পষ্ট ৰূপ দেখা নাযায়।

কলাকাৰে ব্যাপক অধ্যয়নপুষ্ট মন লৈ জনগণৰ জীৱনৰ ৰূপ নিৰীক্ষণ কৰি, জন-মানসৰ আশা আকাঙ্ক্ষাৰ লগত একীভূত হৈ পৌৰাণিক, ঐতিহাসিক, প্ৰাকৃতিক নাইবা আন যি কোনো কাব্য সাধনাৰ মাজত প্ৰবেশ কৰিলেহে কাব্য শিল্প-সাধনাৰ যোগেদি ন ন চমকপ্ৰদ ৰূপ সৃষ্টি হোৱা সম্ভৱ। জনগণৰ জীৱনৰ স্পৰ্শ হেৰাই আত্মকেন্দ্ৰিক হৈ বিলাসৰ সামগ্ৰীৰূপে কাব্য চৰ্চা কৰিলে বৈপ্লৱিক মনোভাবে কলাকাৰক অনুপ্ৰাণিত নকৰে। সেয়ে দেখা যায় যে বেজবৰুৱা আৰু তেওঁৰ সক্ৰিয় সহযোগীসকলে ভাৰতীয় জীৱনৰ এই প্ৰয়োজন গভীৰভাৱে উপলব্ধি কৰা বাবে ৰোমাণ্টিক কাব্যই নৱজাগৰণৰ সূত্ৰপাত কৰে।

অসমীয়া ৰোমাণ্টিক কাব্য-কলাই পদ্মনাথ গোহাঞি বৰুৱা আৰু হিতেশ্বৰ বৰবৰুৱাৰ যোগেদি লক্ষ্মীনাথ আৰু তেওঁৰ সক্ৰিয় সহযোগী-সকলৰ কাব্য-সাধনাৰ সুৰৰ পৰা কিছু ফালৰি কাটি গলেও, ভাৱৰ গভীৰতা হেৰুওৱা নাই। কিন্তু ৰঘুনাথ চৌধাৰীয়ে এওঁলোকৰ চিন্তাধাৰাৰ লগত যোগসূত্ৰ ৰক্ষা কৰিব নোৱৰা বাবে বিহগী কবিৰ কাব্য-সাধনাৰ মাজেদি গভীৰতা ৰক্ষা নহ'ল। হিতেশ্বৰ বৰবৰুৱাৰ 'চকুলো'ৰে কুহেলিকাৰূপে কলাকাৰৰ প্ৰয়োজনীয় চিত্তৰ সমভাৱ আৰু হৃদয়ৰ পৰমানন্দৰ উপলব্ধিত বাধা জন্মাব পৰা নাই। সেয়ে ব্যক্তিগত জীৱনৰ দুখ শিল্প-সাধনাৰ মাজেদি দূৰীভূত হৈছে।

ৰঘুনাথ চৌধাৰীয়ে 'দৰিদ্ৰৰ কাওলোটা ভিক্ষাৰ অঁজুলি' লৈ বশিষ্ঠাশ্ৰমত উপস্থিত হলেও, বশিষ্ঠ মুনিৰ আশ্ৰমত সমাধিৰ যোগেদি

পৰমানন্দ উপলব্ধি কৰি সংসাৰী মানৱক আশ্ৰমৰপৰা অমৃত বিলাব নোৱাৰিলে। 'বশিষ্ঠাশ্ৰম' কবিতাত এটা ধ্যানী মনোভাব আছিল সঁচা, কিন্তু 'কেতেকী', 'দহিকতৰা' আদিৰ পাচে পাচে উদভ্ৰান্ত হৈ বনে বনে ভ্ৰমি ফুৰোতে আনন্দ উপলব্ধি নকৰিলে। সেয়ে কবিয়ে সংশয়াত্মক দৃষ্টিৰে দহিকতৰাৰ মাতত 'অমৃত গৰল' দুয়োটাৰে ৰূপ দেখিলে। গতিকে 'মধুলিহ্'ৰ ৰূপত ফুলে ফুলে ঘূৰি সৌন্দৰ্য্য পিপাসা দূৰ কৰাৰ কামনা-বাসনা দূৰ নহ'ল। কবিৰ ব্যক্তিগত জীৱনৰ দুখ স্থায়ীভাবে জাতীয় জীৱনৰ দুখলৈ উন্নীত নহল।

বিহগী কবিয়ে ইছলামৰ বাস্তৱবাদী জগতখনত আৰু ভাৰতৰ অধ্যাত্মবাদী জগতত প্ৰবেশ কৰিলে; কিন্তু ইছলামী সংস্কৃতি আৰু ভাৰতীয় সংস্কৃতিৰ সমন্বয়ৰ সাধনাৰ মাজেদি মনৰ সজ্ঞাত আঁতৰাব নোৱাৰিলে। কবিৰ দুৰ্বল মনোভাবৰ হেতুকে ভাৰতীয় জীৱনৰ আদৰ্শ তথা গীতাৰ অনাসক্ত কৰ্মযোগৰ বাণীৰপৰা প্ৰেৰণা লাভ কৰি চিত্তৰ অৱসাদ দূৰ কৰিব নোৱাৰিলে। সেয়ে সাময়িকভাৱে 'বিশ্বৰূপ' দৰ্শন কৰাৰ প্ৰয়াস কৰিলেও, আত্মাৰ প্ৰশান্তিৰ অভাৱৰ বাবে পৰম পুৰুষৰ বিশ্বৰূপ দৰ্শনৰ আনন্দত অভিভূত হ'ব নোৱাৰিলে। সেয়ে চৌধাৰীৰ দহিকতৰাই অসমীয়া জাতিক কাব্যৰ প্ৰয়োজনীয় অমৃতপান কৰাই জীৱন যুদ্ধত অৱতীৰ্ণ হোৱাৰ বাবে সাহসী প্ৰেৰণা যোগাব নোৱাৰিলে।

কিন্তু ৰঘুনাথ চৌধাৰীয়ে ইছলাম সংস্কৃতিৰ প্ৰবাহ 'কাৰবালা' কাব্যৰ যোগেদি অসমীয়া কাব্য জগতলৈ প্ৰবাহিত কৰি যি প্ৰগতিবাদী আদৰ্শ দাঙি ধৰিলে, সেই আদৰ্শই অন্যান্য অধিক সংখ্যক কলাকাৰক অনুপ্ৰেৰণা যোগোৱা হ'লে অসমৰ জাতীয় জীৱনত হিন্দু-মুছলমান সংস্কৃতিৰ মিলনৰ পথ ৰচিত হ'লহেঁতেন। কলাকাৰসকলে মহান আদৰ্শ লৈ ঐক্যবদ্ধভাৱে অসমৰ জাতীয় জীৱনৰ গুৰুত্ব উপলব্ধি কৰি হিন্দু-মুছলমানৰ সাংস্কৃতিক চেতনা কাব্য-কলাৰ মাজেদি প্ৰবাহিত কৰাহেঁতেন, খৃষ্টান আদৰ্শই সৃষ্টি কৰা বিভেদকামী মনোভাবৰ প্ৰতিক্ৰিয়াই জাতীয় জীৱনৰ ক্ষতি সাধন কৰিব নোৱাৰিলেহেঁতেন।

মুছলমান কলাকাৰ মফিজুদ্দিন আহমদ হাজৰিকাই বাস্তব দৃষ্টি-ভঙ্গীৰে সংসাৰৰ চিত্ৰ আঁকি হিন্দু দাৰ্শনিক চিন্তাধাৰা আৰু 'হাফেজ ফুলনিৰ' সৌন্দৰ্য্য কাব্যৰ মাজেদি প্ৰবাহিত কৰিলে, সেইদৰে হিন্দু কলাকাৰ ৰঘুনাথ চৌধাৰীয়ে মুছলমান সংস্কৃতিক অসমীয়া কাব্য-জগতৰ মাজলৈ আনি অসমীয়া জাতিৰ জীৱনলৈ নতুন শক্তি আনিলে। মুঠতে 'জ্ঞানমালিনী' আৰু 'কাৰবালা' কাব্য দুখন প্ৰগতিবাদী চিন্তাৰ এটা প্ৰধান ফাল।

কিন্তু দুৰ্ভাগ্যৰ বিষয় এয়ে যে এই দুয়োজন কলাকাৰৰ আদৰ্শক পৰৱৰ্তী কাব্যকাৰৰ সংখ্যা তেনেই কম। এওঁলোকৰ আদৰ্শ গ্ৰহণ কৰি ভাৰতৰ উত্তৰ-পূৱ অঞ্চলত হিন্দু-মুছলমান ঐক্য সাধন কৰি ৰাজনৈতিক, অৰ্থ নৈতিক আৰু সাংস্কৃতিক দিশত অসমক শক্তিশালী কৰিবলৈ পৰৱৰ্তী কলাকাৰসকলে বিশেষ চেষ্টা কৰা নাই। দুখৰ বিষয় এয়ে যে ঊনবিংশ শতিকাৰ শেষ ভাগত (১৮৯৬) মাত্ৰ এজন মুছলমান কবি আবিৰ্ভাৱ হ'ল ; কিন্তু বিংশ শতিকাৰ প্ৰথমাৰ্ধত অৰ্থাৎ ১৯৪৭ চনলৈ মুছলমানসকলৰ সৃজনী প্ৰতিভা কাব্য-কলাৰ মাজেদি সম্যকৰূপে বিকশিত নহ'ল।

বঙ্গদেশত ইংৰাজ-শাসন প্ৰতিষ্ঠা হোৱাৰ লগে লগে মুছলমানসকলে পোনতে ইংৰাজী শিক্ষা-দীক্ষা লাভ কৰি আধুনিক জীৱনৰ লগত খাপ খাই পৰাত টান পালে ; কিন্তু হিন্দুসকলে ইংৰাজ শাসনৰ সুযোগ লৈ আধুনিকতাৰ পথত অগ্ৰসৰ হৈ সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰ অধিকাৰ কৰিলে। সেইদৰে হিন্দু-মুছলমানৰ ভেদাভেদ ক্ৰমশঃ বঙ্গদেশত আৰু ভাৰতৰ অন্যান্য অঞ্চলত গভীৰ হৈ যোৱা বাবে, অসমৰ মুছলিম লীগ মন্ত্ৰীসভাই পূব বঙ্গৰপৰা অধিক সংখ্যক মুছলমান লোক অসমলৈ আনি মুছলমানৰ সংখ্যাধিক্য কৰাৰ চেষ্টা কৰাৰ ফল স্বৰূপে অসমৰ জাতীয় জীৱনত যি সঙ্ঘাত সৃষ্টি হ'ল, তাৰ ফলত মুছলমান কবি-মানসৰ অধিক ক্ষতি সাধন হ'ল।

বঙ্গদেশ তথা ভাৰতৰ অন্যান্য ঠাইত মুছলমানৰ শাসন আছিল ;

সেয়ে ইংৰাজ শাসন সুপ্ৰতিষ্ঠিত নোহোৱা কালছোৱাত মুছলমানৰ কিছু অৰ্থনৈতিক আৰু সাংস্কৃতিক স্থিৰতা থাকিলেও ক্ৰমশঃ মুছলিম লীগ আৰু ভাৰতীয় কংগ্ৰেছ মহাসভাৰ আদৰ্শৰ প্ৰতিদ্বন্দ্বিতাৰ ফলস্বৰূপে মুছলমানসকলৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক ক্ষেত্ৰত নিৰাপত্তাৰ অভাৱ হয়। সেয়ে অসমৰ সম্ভ্ৰান্ত মুছলমানসকলৰ জীৱনত কল্পনাৰ মাধুৰ্য্য লোপ পায়। সেই কাৰণে 'পাকিস্থান'ৰ ধ্বনিয়ে ৰাজনৈতিক জীৱন কলুষিত কৰা বাবে বিংশ শতিকাৰ প্ৰথমাৰ্ধত কোনো প্ৰসিদ্ধ মুছলমান কাব্যকাৰ নোলাল।

**মফিজুদ্দিন আহমদ হাজৰিকা ঃ**

ৰোমাণ্টিক যুগৰ কাব্যৰ মাজেদি প্ৰবাহিত হোৱা জীৱন-তত্ত্ব তথা বিশ্বৰ ৰহস্যৰ বিভিন্ন দিশ আলোচনা কৰি 'জ্ঞান মালিনী' কাব্যৰ দাৰ্শনিক চিন্তা আৰু বাস্তৱ জীৱনৰ উপলব্ধিৰ মাজেদি মফিজুদ্দিন আহমদ হাজৰিকাৰ আত্মপ্ৰকাশ বিচাৰ কৰিলে ইছলাম সংস্কৃতিৰ বাস্তৱবাদী আৰু হিন্দু অধ্যাত্মবাদী চিন্তাৰ সমন্বয় দেখা যায়।

বেজবৰুৱা আৰু তেওঁৰ অন্যান্য সহযোগীসকলে আধ্যাত্মিকতাৰ সুস্থ-সৱল ভেঁটিত আত্ম প্ৰতিষ্ঠা লাভ নকৰাৰ পূৰ্বেই মফিজুদ্দিন আহমদে সুস্থ-সৱল চিন্তাধাৰা কাব্য জগতলৈ প্ৰৱাহিত কৰি, একুৰি ছয় বছৰ বয়সতে (১৮৯৬) 'জ্ঞান মালিনী' ৰচনা কৰি ৰোমাণ্টিক কাব্যৰ প্ৰগতিবাদী চিন্তা পূৰঠ কৰে। কিন্তু মফিজুদ্দিন আহমদ ৰোমাণ্টিক কাব্যকাৰ নহয়।

মুছলমান কলাকাৰ আহমদৰ দাৰ্শনিক চিন্তা আৰু 'জ্ঞান-মালিনী'ৰ 'জ্ঞান-যোগ'ৰ মাজেদি চিন্তাৰ পৰিচয় আছে যদিও কাব্যৰ উপযোগী আবেগ আৰু কল্পনা মাধুৰ্য্যৰ সবলতা নাই। সেয়ে আহমদৰ কবি-প্ৰতিভা মুছলমানৰ কবি মানসৰ প্ৰতিভূ হিচাবে বিচাৰ কৰিলে, প্ৰবাহমান আবেগ আৰু কল্পনাৰাশিৰ গতিশীলতা তথা বিৰাট সৌন্দৰ্য্য-

স্পৃহাৰ অভাৱ দেখা যায়। সম্ভৱতঃ মুছলমান কবি মানসে ৰোমাণ্টিক যুগৰ কাব্য প্ৰবাহত নিজকে বিলীন কৰিব নোৱাৰা তথা কাব্যত সৃষ্টি ধৰ্মী ৰহগুণি আগবঢ়াব নোৱাৰাৰ ইয়ো অন্যতম কাৰণ। কিন্তু ভিবৰূপৰীয়া কবিয়ে অনাড়ম্বৰ ভাৱে দেশমাতৃকাৰ সেৱাত ব্ৰতী হৈ অসমীয়া কাব্য বেদীলৈ যি ধাৰ জ্ঞানৰ মালা আগবঢ়ালে সাংস্কৃতিক ইতিহাসত ই গুৰুত্বপূৰ্ণ।

আহোম যুগত মুছলমান গীতিকাৰ সকলে অসমীয়া কাব্য জগতলৈ ইছলাম সংস্কৃতিৰ সোঁত প্ৰবাহিত কৰিবলৈ যি চেষ্টা কৰিছিল ৰোমাণ্টিক যুগত সেই প্ৰবাহ শক্তিশালী হৈ নুঠিল। কাৰণ আহোম যুগৰ পাচত ইংৰাজ শাসন প্ৰতিষ্ঠা হোৱাৰ সময়ত অসমৰ মুষ্টিমেয় সম্ভ্ৰান্ত মুছলমান পৰিয়ালবোৰ মানসিক সংঘাতৰ সম্মুখীন হোৱা বাবে দেশৰ জাতীয়তা-বাদী আন্দোলনৰ প্ৰেৰণা উপলব্ধি নকৰিলে। সেয়ে এই পৰম্পৰা ৰক্ষা নোহোৱাৰ বাবে অসমৰ কাব্য সাহিত্যই ইছলাম সংস্কৃতিৰ প্ৰবাহ হেৰুৱালে।

দেশত যি কোনো বংশ নাইবা সম্প্ৰদায়ৰে নহওক, কলাকাৰে শিল্পসাধনা কৰিব লাগিলে নিজা বংশৰ এক শ্ৰেণীৰ কলামোদী লোকৰ উৎসাহ উদ্দীপনা প্ৰয়োজন। উদাহৰণ স্বৰূপে, বৈষ্ণৱ কলাকাৰ শঙ্কৰদেৱে তেওঁৰ নাট ৰচনা আৰু অভিনয় কাৰ্য্যত ৰামৰায়ৰ কথা উল্লেখ কৰি গৈছে। সেইদৰে কামৰূপ-কমতা-কোচ-আহোম ৰাজ্যত হিন্দু ৰজাসকলে নাইবা কলামোদী লোকসকলে হিন্দু কলাকাৰ সকলক প্ৰেৰণা যোগাইছে। কিন্তু মুছলমান কলাকাৰসকলে অসমত সেই সুবিধা পোৱা নাই। তদুপৰি পূৰ্ববঙ্গৰ পৰা অহা মুছলমান সকলৰ নাইবা অসমৰ নিম্নশ্ৰেণীৰ হিন্দুসকলে মুছলমান ধৰ্ম গ্ৰহণ কৰিলে যদিও এই শ্ৰেণীৰ লোকৰ সাংস্কৃতিক জীৱনৰ প্ৰতি আকৰ্ষণ নাই। সেয়ে ৰোমাণ্টিক যুগত মুছলমান কলামোদী লোক শ্ৰেণীৰ অভাবেও মুছলমান কাব্যকাৰৰ বিকাশত বাধা দিছে।

তদুপৰি, অন্য এটা কথা এই যে, অসমীয়া ভাষাত প্ৰাচীন সংস্কৃত

শাস্ত্ৰবোৰ ভাঙনি হোৱা কালৰ পৰা ধৰ্মৰ যোগেদি নাইবা আন আন অনুষ্ঠানৰ যোগেদি হিন্দুসকলে যি সাংস্কৃতিক শিক্ষা লাভ কৰিছিল, মুছলমান সকলৰ সেই সাংস্কৃতিক জীৱন নাই। হিন্দুৰ ধৰ্ম গ্ৰন্থবোৰৰ অসমীয়া সংস্কৰণ ওলোৱাৰ লগে লগে সৰ্বসাধাৰণ লোকে জ্ঞান লাভৰ সুযোগ পালে।

কিন্তু মুছলমান সকলৰ ধৰ্মগ্ৰন্থবোৰ আৰবী নাইবা উৰ্দ্দু আদি ভাষাৰ পৰা এই যুগত অসমীয়া ভাষালৈ অনুবাদ হোৱা নাই। মুছলমান শাসকে ফাৰ্চী ভাষাত শাসন কাৰ্য্য পৰিচালনা কৰা বাবে গোৱালপাৰা আৰু কামৰূপৰ কিছু অংশ মুছলমানৰ দখলাধীন হৈ থকা সত্ত্বেও, নাইবা হাজোত পঞ্চদশ শতিকাতে মুছলমান বসতি আৰু পোৱামক্কা মছজিদ স্থাপন হ'ল যদিও ভাষা বিভ্ৰাটৰ কাৰণে লৌকিক পৰ্য্যায়ৰ মুছলমান কবিও নোলাল।

আকৌ পূৱ বঙ্গৰ পৰা অহা অধিক সংখ্যক মুছলমান লোক অসমীয়া জাতীয় জীৱনৰ পৰা আঁতৰি চৰ অঞ্চল নাইবা চৰকাৰী পতিত মাটিত কেৱল সংস্থান বিচাৰি থাকিব লগা হোৱা বাবেই, ধৰ্মীয় নাইবা সাংস্কৃতিক আদৰ্শক কেন্দ্ৰ কৰি অসমীয়া জাতীয় জীৱনৰ সোঁতত মিলিব নোৱাৰিলে। বঙ্গালী ভাষা-ভাষী পূব বঙ্গৰ লোকসকলে নিগাজী ভাৱে অসমত বাস কৰি অসমৰ স্বাৰ্থৰ লগত মিলাৰ প্ৰয়াস নকৰাৰ বাবে নাইবা নতুন জীৱন যাপনৰ উপযোগী হোৱাত পলম হোৱা বাবেও এটা কলামোদী শ্ৰেণী নহ'ল।

দুৰ্গেশ্বৰ শৰ্মা—

ৰোমাণ্টিক যুগৰ কাব্যকাৰ সকলৰ বাস্তৱবাদী, সাহসী আৰু মানৱ কেন্দ্ৰিক চিন্তাধাৰাৰ আঁত বিচাৰি যোৰহটীয়া কবি দুৰ্গেশ্বৰ শৰ্মাৰ কাব্যৰ আলোচনা কৰিলে বেজবৰুৱা আদিৰ লগত গভীৰ যোগসূত্ৰ দেখা যায়। দুৰ্গেশ্বৰ শৰ্মাই প্ৰধানকৈ তত্ত্বজ্ঞানলব্ধ আনন্দত অভিভূত

হৈ থাকিলেও পাৰ্থিব সৌন্দৰ্য্য আৰু সংসাৰী লোকৰ দুখ-বেদনাৰ লগত একাত্মবোধৰ ভাব লৈ ভাৰতীয় দাৰ্শনিক চিন্তাৰ প্ৰবাহ কাব্যত ৰূপ দিছে। এওঁৰ কাব্যসাধনা অন্তৰ্মুখী হলেও, মানসিক বিষাদ নাই।

পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ 'পুৱা' নামৰ কবিতাটো অসমীয়া ৰোমাণ্টিক কাব্যৰ 'প্ৰাতঃ' 'সন্ধ্যা' উপাসনা বুলিলে দুৰ্গেশ্বৰ শৰ্মাৰ 'কিবা যেন নাই নাই,' 'সন্ধ্যাদেৱী' কবিতা দুটা সন্ধিয়াৰ 'সন্ধ্যা' উপাসনা বুলি কব পাৰি। গোস্বামীৰ কবিতাত উষা সময়ৰ সৌন্দৰ্য্যই যি ধ্যানী মনোভাব সৃষ্টি কৰি কবিক ব্যৱহাৰিক পাৰমাৰ্থিক জগতৰ ৰহস্যৰ প্ৰতি অন্তৰ্দৃষ্টি দিছে, শৰ্মাৰ কবিতাত সন্ধিয়াৰ গহীন পৰিবেশে সমাধিমগ্ন কবিক বিৰাটৰ উপলব্ধিৰ মাজেদি অন্তৰ্দৃষ্টি লাভত সহায় কৰি নিৰ্বাণৰ আনন্দ প্ৰদান কৰিছেঃ

বেজবৰুৱাৰ ৰতনীয়ে হিয়া ধাকুৰি কান্দি অন্তৰৰ শোক দূৰ কৰি শান্ত হৈছে; সেইদৰে শৰ্মাৰ ৰঙ্গিলা কবিতাৰ ৰঙ্গিলাৰ মাকে হিয়া ধুনি কান্দিহে মনৰ বিষাদ দূৰ কৰি শান্ত হৈছে। মুঠতে আত্মাৰ পৰিতৃপ্ত অৱস্থা ৰূপায়ণ কৰাই বেজবৰুৱা-শৰ্মা কলাকাৰ সকলৰ লক্ষ্য।

কবি দুৰ্গেশ্বৰ শৰ্মাই পৰমপুৰুষৰ চৰণত কবিতাৰ পুষ্পাঞ্জলি আগবঢ়াই, শ্ৰব্য কাব্য আৰু দৃশ্য কাব্যৰ উপচাৰেৰে পূজাৰ কাৰ্য্য সমাপন কৰিছে আত্ম 'নিবেদন' কৰি। কলাকাৰ শৰ্মাই ১৯১০-১৯২০ চনলৈ কাব্য কলা সাধনা কৰি জীৱনৰ পূৰ্ণতা লাভ কৰাৰ লগতে স্বকীয় অভিজ্ঞতাৰাজি যিদৰে কাব্যত সঞ্চিত কৰিছে; তাৰ মাজেদি কবি শৰ্মাই গতিশীল কৰ্মময় জীৱনৰ এটা প্ৰাণস্পৰ্শী চিত্ৰ আঁকিছে।

জ্ঞান-কৰ্ম ভক্তিৰ সমতাৰ আদৰ্শ পৰিতৃপ্ত চিত্তেৰে ৰূপ দি কলাকাৰ শৰ্মাই 'নিবেদন' কাব্যৰ শেষত কাব্য-কলাৰ বিসৰ্জন দি পৰমপুৰুষক প্ৰাৰ্থনা কৰিলে—

"শক্তি দিয়া প্ৰভু মোক
কৰিম প্ৰেমৰ কাম,

ভক্তি দিয়া প্ৰভু মোক
জপিম তোমাৰ নাম।
মুক্তি দিয়া প্ৰভু মোক
শোধাম তোমাৰ ধন।
যিবা তুমি দিবা পুনু
তোমাতেই নিবেদন।"
—দিয়া—

দুৰ্গেশ্বৰ শৰ্মাৰ মানসিক পৰিপুষ্টি সাধনত বৈষ্ণৱ সাহিত্যই তথা ভাৰতীয়ে সংস্কৃতিয়ে এনেদৰে ক্ৰিয়া কৰিছে যে, পাশ্চাত্য সাহিত্যৰ প্ৰভাৱ সম্পূৰ্ণৰূপে ভাৰতীয় চিন্তাত বিলীন হৈছে। সেয়ে ৰোমাণ্টিক আন্দোলনত শৰ্মাই উপযুক্ত বৰঙণি আগবঢ়াইছে।

কলাকাৰে যেতিয়া প্ৰধানকৈ আত্মতৃপ্তিৰ উদ্দেশ্যে কলাৰ সাধনা কৰে তেতিয়া কলাকাৰে মানসিক অৱসাদ ভোগ কৰে; কিন্তু সমাজ সচেতন শিল্পীয়ে ঐতিহাসিক পৰম্পৰা আৰু যুগৰ গতি-বিধি নিৰীক্ষণ কৰি লোক জীৱনক কেন্দ্ৰ কৰি আত্ম প্ৰকাশ কৰিলে শিল্পীয়ে অতীত-বৰ্ত্তমান-ভৱিষ্যতৰ যোগসূত্ৰ সাধন কৰে; লগতে সুস্থ-সবল চিন্তাধাৰাৰ প্ৰবৰ্ত্তনে নাগৰিক জীৱনত প্ৰভাৱ বিস্তাৰ কৰে।

কবি শৰ্মাই আধ্যাত্মিক জগতখনৰ মাজেদি বেজবৰুৱা আৰু তেওঁৰ সহযোগীসকলৰ লগত একাত্মবোধ স্থাপন কৰাৰ উপৰিও লৌকিক জীৱনৰ নানান চিত্ৰ আঁকি সমাজ জীৱনক প্ৰগতিৰ পথত আগবঢ়াই নিয়াৰ চেষ্টা কৰিও পূৰ্ববৰ্তী কবিসকলৰ আন্দোলনত সক্ৰিয়ভাৱে সহায় কৰিছে।

'যাখিনী', 'জলকুঁৱৰী', 'কালিকা', 'ৰাধালৈ', 'কৃষ্ণলৈ', 'পেপা', 'বিহু', 'চাপৰি', 'বসন্ত' আদি কবিতাত বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, আনন্দচন্দ্ৰ আগৰৱালা আদি পূৰ্ব ৰোমাণ্টিক কবিসকলৰ ভাবৰ পূৰ্ণ প্ৰতিফলনে ৰোমাণ্টিক আন্দোলনৰ শক্তি প্ৰবাহিত কৰি

গতিশীল জীৱনাদৰ্শৰ মাজেদি জাতিক আত্ম-প্ৰতিষ্ঠাৰ পথত আগুৱাই নিছে।

বেজবৰুৱাই বিধবা নাৰীৰ দুখত চকুলো টোকাৰ দৰে শৰ্মাই বঙ্গিলা আৰু তেওঁৰ মাতৃৰ দুখত চকুলো টুকিছে। সেইদৰে বেজবৰুৱাই সমাজৰ অৱহেলিত জীৱনক কাব্যৰ মাজলৈ অনাৰ দৰে শৰ্মায়ো 'কণা ল'ৰাৰ জীৱনক কাব্যৰ মাজলৈ আনি সমাজৰ পদদলিত শ্ৰেণীটোৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিছে'। শৰ্মাই ভাৰতীয় তথা অসমীয়া জাতীয় জীৱন আৰু সংস্কৃতিৰ সাধনা কৰিয়েই ক্ষান্ত থকা নাই; বেজবৰুৱা আৰু তেওঁৰ সহযোগী সকলৰ দৰে বিশ্বৰ লগত অসমীয়া সমাজক মিলোৱাৰ প্ৰয়াসো কৰিছে। আত্মশক্তিত দৃঢ় বিশ্বাস থকা কবি শৰ্মাই অসমীয়া জাতিক জাগ্ৰত জীৱন প্ৰাপ্ত কৰিব বাবে জীৱন যুদ্ধত উদ্ভৱ হোৱা বিভিন্ন সমস্যা সমাধানৰ উপায়ো নিৰ্দেশ কৰিছে।

অসমীয়া জাতীয় জীৱনে বিশ্বৰ সাংস্কৃতিক জীৱনলৈ অৱদান আগবঢ়াব লাগিলে নিজেই বিশ্ব সংস্কৃতিৰ প্ৰগতিবাদী চিন্তাত অনুপ্ৰাণিত হব লাগিব। এই লক্ষ্য স্থিৰ ৰাখি কৰি শৰ্মাই 'বিশ্বভাৱনা' 'বিশ্বৰ নিয়ম' 'বিশ্বৰাজ্য' 'বিশ্বৰ শক্তি' আদি কবিতা ৰচনা কৰি বিশ্বৰ লগত একাত্মবোধ স্থাপন কৰাৰ প্ৰেৰণা যোগাইছে।

শৰ্মাৰ পূৰ্ববৰ্তী কবি চন্দ্ৰকুমাৰ আগৰৱালাই কৈছে—

"বিশ্বৰ প্ৰেমত বিভোৰ মগন
উছৰ্গি ভকতি ফুল।
মোৰেই মুখেদি মানৱ প্ৰাণৰ
ফুটক আকুল মাত,
মোৰ চিন্তাতেই গূঢ় ৰহস্যৰ
সত্য হুক প্ৰতিভাত।"

আগৰৱালাৰ বিশ্বমানৱৰ ভাব কবি শৰ্মাই কাব্যৰ মাজেদি প্ৰবাহিত কৰি পূৰ্বৰ কলাকাৰ সকলৰ আদৰ্শ অব্যাহত ৰাখিছে। ১৯১০ চনত

ৰঘুনাথ চৌধাৰীয়ে 'সাদৰী' কাব্য ৰচনা কৰি কাব্য জগতত প্ৰবেশ কৰে আৰু এই চনতে দুৰ্গেশ্বৰ শৰ্মাই 'অঞ্জলি' কাব্য ৰচনা কৰি কাব্য সাধনাৰ পাতনি মেলে। ১৯২০ চনত দুৰ্গেশ্বৰ শৰ্মাই কাব্য জগতৰ পৰা বিদায় লয় যদিও কবি চৌধাৰীয়ে 'দহিকতৰা' (১৯৩৯) ৰচনা কৰা সময়লৈ কাব্য চৰ্চা কৰে। চৌধাৰীয়ে প্ৰায় ডেৰকুৰি বছৰ কাব্য চৰ্চাত মনোনিবেশ কৰি থাকিলেও কোনো সুসংবদ্ধ চিন্তা কাব্যৰ মাজেদি ৰূপ দিব নোৱাৰিলে; আনহাতে শৰ্মাই মাত্ৰ দহবছৰ কালৰ কাব্য সাধনাৰ মাজেদি পৰিপক্ক প্ৰগতিবাদী যুগোপযোগী চিন্তাৰ ধাৰা কাব্যৰ মাজেদি প্ৰবাহিত কৰিছে। সেয়েহে, দেখা যায় যে কলাকাৰে শান্ত সমাহিত ভাব লৈ কাব্য সাধনা নকৰিলে সুস্পষ্ট জীৱনবোধে কলাকাৰক অনুপ্ৰাণিত নকৰে।

ৰঘুনাথ চৌধাৰীয়ে পোন প্ৰথমে ৰোমাণ্টিক কাব্যত এটি সংশয়বাদী মনোভাব সৃষ্টি কৰে। জীৱনৰ সমস্যাসমূহত প্ৰত্যক্ষভাৱে দৃষ্টিপাত কৰিব নোৱাৰা বাবে আৰু সংশয়াত্মক দৃষ্টিৰে প্ৰকৃতিৰ সৌন্দৰ্য্যৰাজিৰ ওচৰ চপা বাবে পৰম পুৰুষক উপলব্ধি কৰি নিস্পৃহভাৱে শান্তিলাভ কৰাত কবিক প্ৰকৃতিয়ে সহায় নকৰিলে! সেয়ে ভগবৎ গীতাৰ কথা উদ্ধৃত কৰি কবলৈ গ'লে—

"উদ্ধৰেদাত্মনাত্মানং নাত্মানমৱসাদয়েৎ।
আত্মৈৱ হ্যাত্মনো বন্ধুৰাত্মৈৱ ৰিপুৰাত্মনঃ" ॥

দুৰ্গেশ্বৰ শৰ্মা আৰু ৰঘুনাথ চৌধাৰীয়ে ঐতিহাসিক জগতখনৰপৰা প্ৰেৰণা লাভ কৰি আহোম যুগৰ সম্পদৰাজিক কাব্যৰ মাজলৈ অনাৰ চেষ্টা কৰা নাই। সেয়ে পদ্মনাথ গোহাঞি বৰুৱা, হিতেশ্বৰ বৰবৰুৱা, চন্দ্ৰধৰ বৰুৱা আদিৰ দৰে বীৰ ৰসাত্মক কাহিনী ৰূপায়ণৰ মাজেদি জাতীয় সংস্কৃতিৰ অন্য এটি প্ৰবাহ ৰূপ দিয়া নাই।

লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা আৰু আনন্দচন্দ্ৰ আগৰৱালাৰ দৰে এওঁলোকে কাব্যৰ মাজত হাস্যৰসৰ অৱতাৰণা কৰি; জীৱনৰ হাঁহি-কান্দোনৰ সামগ্ৰিক ৰূপেৰে কাব্য সমৃদ্ধ কৰি তুলিব পৰা

নাই। সেইদৰে পূৰ্বৰ ৰোমাণ্টিক কবিসকলে মালিতাসমূহৰ মাজেদি যিঁ নাৰী চৰিত্ৰ সৃষ্টি কৰি সামাজিক জীৱনত নাৰীক উচ্চ আসন দিয়াৰ চেষ্টা কৰিছিল ; শৰ্মা আৰু চৌধাৰীয়ে সেই আদৰ্শ ৰক্ষা কৰা নাই। বেজবৰুৱাৰ নিমাতী, মালতী, চন্দ্ৰকুমাৰ আগৰৱালাৰ তেজীমলা, আনন্দচন্দ্ৰ আগৰৱালাৰ মালিনী, পাঁচতুলীৰ লেখীয়া নাৰী চৰিত্ৰ সৃষ্টিৰ প্ৰেৰণা ক্ৰমশঃ পৰৱৰ্তী কাব্যত লোপ পায়। পৰবৰ্তী কাব্যকাৰসকলে ক্ৰমশঃ জীৱনৰ সংঘাতময় ৰূপটো চিত্ৰিত কৰা আদৰ্শৰপৰা আঁতৰি গৈছে।

অম্বিকাগিৰী ৰায়চৌধুৰী—

'জোনাকী' আলোচনীৰ পোহৰত পদক্ষেপ কৰা কাব্যকাৰ সকলে স্পষ্ট জীৱনবোধ আৰু সুসংহত চিন্তাৰ মাজেদি যি প্ৰগতিবাদী ভাবধাৰা প্ৰবাহিত কৰিলে, তেওঁলোকৰ ভিতৰত বিশেষকৈ লক্ষ্মীনাথ বেজবৰুৱা আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ চিন্তাই ত্ৰিবেণী সঙ্গম লাভ কৰিলে অম্বিকাগিৰীৰ কাব্যত।

লক্ষ্মীনাথ বেজবৰুৱাৰ 'কদমকলি' (১৯১৩), চন্দ্ৰকুমাৰ আগৰৱালাৰ 'প্ৰতিমা' (১৯১৩', হেমচন্দ্ৰ গোস্বামীৰ 'ফুলৰ চাকি' (১৯০৭), দুৰ্গেশ্বৰ শৰ্মাৰ 'অঞ্জলি' (১৯১০) ওচৰা-ওচৰিকৈ কবিতাৰ পুথি ৰূপে প্ৰকাশ পাই যদিও ১৮৮৯ চনৰ পৰা বিশেষকৈ 'জোনাকী' আলোচনী জন্মৰ সময়ৰপৰা অসমীয়া কাব্য-সাহিত্যই বিকাশ লাভ কৰে। সেয়ে দেখা যায় অম্বিকাগিৰীৰ প্ৰথম কাব্য 'তুমি' প্ৰকাশৰ সময়ত (১৯১৫) তেওঁৰ পূৰ্বৰ কবিসকলৰ চিন্তাধাৰাৰ লগত ৰচনাৰ সময়ৰপৰা সংস্পৰ্শ আছে।

বেজবৰুৱাৰ 'কদমকলি'ৰ 'সখীৰ প্ৰতি' কবিতাৰ পৰা আৰম্ভ কৰি 'প্ৰবসুৱাৰ চিঠি' নামৰ প্ৰেমৰ কবিতাকেইটাৰ যোগেদি বিচ্ছিন্নভাৱে আত্মোপলব্ধিৰ মাজেদি ৰোমাণ্টিক প্ৰেমৰ কুহেলিকা ভেদ কৰি যি

আধ্যাত্মিক শক্তি লাভৰ ইতিহাস ৰচিত হৈছে, সেই ঐতিহাসিক ক্ৰমৰ নিৰবচ্ছিন্ন চিন্তা আৰু প্ৰেম সৌন্দৰ্য সাধনাৰ মাজেদি অম্বিকাগিৰীয়ে দ্বিজত্ব লাভ কৰিছে। সেইদৰে চন্দ্ৰকুমাৰৰ কাব্যত জীৱনৰ সৰ্বাঙ্গীণ চিন্তাৰ বিকাশ থাকিলেও নিৰবচ্ছিন্ন সোঁত নাই।

অম্বিকাগিৰীয়ে কাব্য-ফুলনিত প্ৰবেশ কৰাৰ পূৰ্বতে যি কেইজন কলাকাৰে কাব্য সাধনা কৰিছে তেওঁলোকে প্ৰকৃততে খণ্ড-কাব্য ৰচনা কৰা নাই। 'জোনাকী' যুগৰ ৰোমাণ্টিক কাব্যকাৰসকলে প্ৰধানকৈ কোষ কাব্যৰ মাজেদিহে জীৱনৰ সম্যক্ ৰূপ অঙ্কন কৰিছে। তেওঁলোকে সুদীৰ্ঘকাল কাব্য সাধনাত ব্ৰতী হৈহে একোখন কোষ কাব্য ৰচনা কৰিছে।

কিন্তু অম্বিকাগিৰীৰ 'তুমি' কাব্যত বৈদিক ঋষিৰ দৰে স্বয়ংসম্পূৰ্ণ ৰূপৰ স্বতঃস্ফূৰ্ত আত্মপ্ৰকাশ আছে। হিমালয়ৰ বক্ষভেদি অহা মহাবাহু ব্ৰহ্মপুত্ৰই যিদৰে প্ৰবল গতিৰে অসমৰ মাজেদি বৈ গৈ সাগৰত লীন হৈ অসীমত মিলি গৈছে, সেইদৰে অম্বিকাগিৰীৰ হৃদয় সৰোবৰৰপৰা ব্ৰহ্মপুত্ৰ সদৃশ কাব্য প্ৰবাহে আনন্দ সিন্ধুত মিলি কবিক যি শক্তি প্ৰদান কৰিলে, সেই শক্তিৰ বলতে কবিয়ে আনকো শক্তি বিলাবলৈ ব্যাকুল হৈছে। প্ৰেমময় ভগৱানৰ বিৰাট প্ৰেৰণা লাভ কৰি জ্ঞান-কৰ্ম-ভক্তিৰ সাধনাৰ যোগেদি জীৱন অতিবাহিত কৰিবলৈ কবিয়ে যি শক্তি লাভ কৰিলে, সেই পৰম শক্তিৰ বলতে বলীয়ান হোৱা কবিয়ে নিৰ্ভীক চিত্তে কৈছে—

"কোন আছা পথিক অনন্ত,
হেৰুৱাই শান্তিৰ বসন্ত,
শান্তিময় মলয়া শ্ৰীমন্ত
লাগে কাষ চাপাহি।"

সমাজ সচেতন প্ৰগতিবাদী কলাকাৰসকলৰ হৃদয়ত সততে সমাজ জীৱনৰ ৰুগ্ন ফালটোহে প্ৰধানকৈ আঁকা থাকে। সমাজৰ প্ৰগতি তথা ব্যক্তিৰ জীৱন নিৰাময় কৰিবৰ বাবে আৰু নাগৰিক জীৱন সুস্থ-সবলভাৱে

গঢ় দিবৰ বাবে কাব্যকাৰে শ্ৰোতা-পাঠকৰ মনৰপৰা বিষাদ দূৰ কৰি শক্তিৰ সঞ্চাৰ কৰিব লাগিব। এই আদৰ্শ বেজবৰুৱা, চন্দ্ৰকুমাৰ আদি কবিসকলৰপৰা দুৰ্গেশ্বৰ শৰ্মাৰ 'শক্তি দিয়া প্ৰভু মোক' আদৰ্শৰ মাজেদি অম্বিকাগিৰীৰ 'এনে মহাশক্তিমান হই আনন্দেৰে হাঁহিছোঁ' ভাবত মিলিছে। সেয়ে অম্বিকাগিৰীয়ে নাৰীৰ প্ৰেমৰ মাজেদি জগদীশ্বৰী শক্তিক উপাসনা কৰি ধ্যানৰ শেহত 'হিয়াৰ শুকান পথাৰত ভক্তি-পানী সিঁচি,' 'বজোৱা বাঁহীটি' বুলি পৰম পুৰুষ কৃষ্ণকে উপাসনা কৰিছে।

কবি বেজবৰুৱাই নাৰীক উচ্চ মৰ্য্যাদা প্ৰদান কৰি দেৱীৰ আসনত বহুৱাই পূজা কৰা নাই, কিন্তু বঙালী নাৰীৰ প্ৰেমৰ মাজেদি কবিত্ব শক্তি লাভ কৰা অসমীয়া কবিয়ে সাংস্কৃতিক সঙ্গম ৰচনা কৰি, তেওঁৰ প্ৰেমিকাক হৃদয়ত আসন দি নাৰীৰ ঋণ পৰিশোধ কৰিলে। সেয়ে দেখা যায় নাৰীৰ ৰূপৰ যোগেদি চণ্ডীক ধ্যান কৰি কবিয়ে শেহত শক্তিৰ অনুগ্ৰহতহে দিব্য দৃষ্টি লাভ কৰিলে। অম্বিকাগিৰীৰ 'তুমি-বীণা' কাব্যত শাক্ত বৈষ্ণৱ সুৰ মিশ্ৰিত হৈ বৰপেটাৰ বৈষ্ণৱ সত্ৰৰ ধ্বনি গুৱাহাটীৰ শক্তি অৰ্চনাত মাৰ গৈছে।

অম্বিকাগিৰীয়ে কৈছে যে ইং ১৯০৭ চনত বৰপেটাতে সাহিত্য চৰ্চাৰ প্ৰথম ফল স্বৰূপে 'তুমি' কাব্য সৃষ্টি, মাত্ৰ ১৯১৫ চনত ডিব্ৰুগড় চহৰত পুথিৰূপে প্ৰকাশ হয়। সেয়ে দেখা যায় ১৯০৭ চনত মাত্ৰ 'ফুলৰ চাকি'খনহে অসমীয়া ৰোমাণ্টিক কাব্যৰূপে প্ৰথম প্ৰকাশ পাইছে। গতিকে ৰায়চৌধুৰীয়ে 'তুমি' কাব্য ৰচনা কৰা সময়ত ৰোমাণ্টিক কবিতাসমূহ কেৱল আলোচনীসমূহতে প্ৰকাশ পাইছে। সেয়ে 'জোনাকী' আলোচনীৰ প্ৰেৰণা আৰু ৰাজনৈতিক সংঘাতৰ ফল 'তুমি' কাব্যত বহিঃসংঘাত আৰু কবিৰ স্বীকৃত নাৰী গৰাকীৰ প্ৰেম অন্তঃসংঘাত ৰূপে ক্ৰিয়া কৰিছে।

বুদ্ধই জন্ম-মৃত্যু জৰা-ব্যাধিৰ কাৰণ আৰু প্ৰতিকাৰ বিচাৰি গীতাৰ 'অশ্বথঃ সৰ্ব্ববৃক্ষাণাম্' এই বাক্য সুঁৱৰি আঁহতৰ তলত ১২ বছৰ কাল

তপস্যা কৰিহে সিদ্ধি লাভ কৰিলে। কিন্তু অম্বিকাগিৰীয়ে সংসাৰী জীৱন ত্যাগ নকৰাকৈয়ে সমাধিস্থ হৈ দৈনন্দিন জীৱনৰ অভিজ্ঞতাৰ মাজেদি ব্ৰহ্মাণ্ডৰ স্বৰূপ উদ্ঘাটন কৰি আনন্দত আত্মহাৰা হৈছে। সেই কাৰণে সংসাৰৰ পথভ্ৰষ্ট লোকসকলক আহ্বান কৰি সমাজৰ দুঃখ নিবাৰণৰ বাবে দৃঢ় প্ৰতিজ্ঞ হৈছে।

কবি বেজবৰুৱাই 'মহাপ্ৰয়াণৰ যাত্ৰী' নামৰ কবিতাত 'প্ৰভুৰ' সান্নিধ্যলৈ যাবৰ বাবেহে ভক্তসকলক বিচাৰিছে, চন্দ্ৰকুমাৰ আগৰৱালাই সমাজত সত্য প্ৰতিষ্ঠা কৰি শোষণহীন ৰাষ্ট্ৰ স্থাপনৰ বাবে মানৱক আহ্বান কৰিছে, অম্বিকাগিৰীয়ে ১৯০৭ চনত 'তুমি' কাব্যৰ মাজেদি পৰমজনৰ কৃপাত সংসাৰক বুজাৰ জ্ঞান লাভ কৰি 'সুৰী দৌত্য' (১৯১০) কবিতাৰপৰা আৰম্ভ কৰি 'জাগ ডেকা তেজ জাগ' (১৯৪০) কবিতা ৰচনা কৰাৰ কালছোৱালৈ প্ৰকৃততে চন্দ্ৰকুমাৰ আগৰৱালাৰ বিপ্লৱৰ বাণী সিংহৰ শক্তিৰে প্ৰচাৰ কৰিছে। চন্দ্ৰকুমাৰ আগৰৱালাই বীণধ্বনি বাই বাই যি বিপ্লৱৰ সুচনা কৰিলে, অম্বিকাগিৰীয়ে সক্ৰিয়ভাৱে সেই বিপ্লৱক অসমৰ ৰাজ আলিত প্ৰতিষ্ঠা কৰি, 'গীত' নামৰ কবিতাত সংশ্লেষাত্মক দৃষ্টিৰে সৰ্বভাৰতীয় সংস্কৃতিৰ সৰ্বাঙ্গীণ চিত্ৰ আঁকি কবি বেজবৰুৱাৰ 'বীণ বৰাগী' কবিতাৰ কলা-কৌশল প্ৰয়োগ কৰিলে।

ডক্টৰ বাণীকান্ত কাকতিয়ে অম্বিকাগিৰীৰ 'তুমি কাব্যক ভগৱদ্গীতাৰ অৰ্জ্জুনৰ বিশ্বৰূপ দৰ্শনৰ লগত তুলনা কৰিছে। কিন্তু প্ৰকৃততে এই মন্তব্য শুদ্ধ নহয়। যি মানসিক সংঘাত দূৰ কৰিবৰ বাবে বিশ্বৰ ভয়াবহ ৰূপ দেখুৱাই কৃষ্ণই ৰণ যজ্ঞৰ বাবে অৰ্জ্জুনক প্ৰস্তুত কৰিছিল, সেই ঘোৰ ৰূপ অম্বিকাগিৰীয়ে দৰ্শন কৰা নাই। অৰ্জ্জুনে কৃষ্ণৰ ঘোৰ ৰূপ দেখি ব্যথিত হৈ সৌম্য ৰূপ দৰ্শন কৰি শান্তি লাভৰ বাবে কাতৰ হৈছিল। প্ৰেমিকা-মাতৃ ভনী প্ৰাকৃতিক সৌন্দৰ্য্য ৰাজিৰ মাজেদি দৰ্শন দিয়া ভগৱানে কবিক প্ৰেমৰ ৰূপটোহে দেখুৱাইছে। প্ৰেমিকাৰ ৰূপৰ মাজেদি পৰমেশ্বৰৰ ৰূপ সাধনা কৰিয়ে তেওঁৰ পূৰ্ব-ৰোমান্টিক কবিসকলৰ দৰে ঈশ্বৰ প্ৰেম, 'মানৱ প্ৰেম,' দেশভক্তি আৰু কৰ্তব্য নিষ্ঠাৰ মাজেদি

সৃষ্টিৰ প্ৰেৰণা লাভ কৰিছে। ভগৱানে অৰ্জ্জুনৰ হৃদয়ৰ দুৰ্বলতা দূৰ কৰি সংহাৰ কাৰ্য্যত প্ৰবৃত্ত কৰাইছে, কিন্তু অম্বিকাগিৰীক সৃষ্টি কাৰ্য্যত প্ৰেৰণা যোগাইছে। সেয়ে গীতাৰ বিশ্বৰূপ দৰ্শনৰ লগত অম্বিকাগিৰীৰ বিশ্বৰূপ দৰ্শনৰ প্ৰভেদ আছে।

'তুমি' কাব্যৰ সমাধি ভঙ্গ হোৱাৰ পাচত কবিয়ে যি শক্তি লাভ কৰিলে সেই শক্তিৰ বলতে 'অনুভূতি' কাব্যত ভগৱানক পুনঃ প্ৰেমিকা ৰূপত পাবলৈ সাধনা কৰিলে। 'তুমি' কাব্যত শেহৰ ফালে কবিয়ে কৈছে—

"মোক এৰি প্ৰাণ নাথ !
লাভ একো নাইকিয়া
আনন্দেৰে হাঁহি।"

কবিৰ এই উক্তিত মানৱীয় দুৰ্বলতাৰ ভাব আছে যদিও, 'অনুভূতি'ৰ কবিতাসমূহত এই দুৰ্বলতাৰ ভাব নাই। কিন্তু কবিৰ সৌন্দৰ্য্য সাধনাৰ আঁত ছিঙি গ'ল। ১৯১০—১৯৪০ চনলৈ বিশেষকৈ প্ৰাক্ স্বাধীনতা কালত কবিৰ চিন্তা-কৰ্ম-জ্ঞানৰ প্ৰবাহে মন্ত্ৰদ্ৰষ্টা ঋষিৰ সাধনাৰ ঐক্যত আউল লগালে যদিও; সুস্পষ্ট জীৱনবোধ প্ৰতিটো শব্দৰ মাজেদি ধ্বনিত হৈ পুৰুষ সিংহৰ শক্তি প্ৰকাশ কৰিছে।

ৰোমাণ্টিক আন্দোলনৰ গুৰি ধৰোঁতা 'ত্ৰি-মূৰ্ত্তি' আৰু আনন্দচন্দ্ৰ আগৰৱালা আদি কাব্যকাৰসকল অসমৰ কাব্য ফুলনিৰপৰা আঁতৰি গৈ; অসমৰ ডেকা শক্তিক জাগ্ৰত কৰিবলৈ পুৰুষ সিংহ অম্বিকাগিৰীক যি প্ৰেৰণা যোগালে তাৰেই গৰ্জন 'জাগ ডেকা তেজ জাগ।' ১৯৪০ চনত ৰোমাণ্টিক কাব্য ফুলনিত মাত্ৰ অম্বিকাগিৰীৰ হে শক্তিশালী ৰণৰ আহ্বান শুনা যায়। ১৯৩৯ চনত আনন্দচন্দ্ৰ আগৰৱালাৰ মৃত্যুৰ লগে লগে জাতীয় জীৱনলৈ এটা বিষাদৰ ভাব আহিল; অৰ্থাৎ নতুন জীৱনৰ পূজাৰীসকলে হাঁহি মুখে অসম ভূমিৰপৰা মেলানি মাগি যি হতাশা সৃষ্টি কৰিলে; তাৰেই প্ৰতিক্ৰিয়া-ৰূপে হুকুৰি পোৰুৰ বছৰীয়া পুৰুষ সিংহই গৰ্জন মাৰিলে।

**পদ্মধৰ চলিহা—**

অসমৰ পুৰুষসিংহ অম্বিকাগিৰীয়ে 'তুমি' কাব্য ( ১৯০৭-১৯১৫ ) ৰচনা প্ৰকাশ কৰা সময়তে পদ্মধৰ চলিহাই 'ফুলনি' নামৰ গীতিকাব্য প্ৰকাশ কৰি কাব্য ফুলনিত প্ৰবেশ কৰে। 'ফুলনি' (১৯১৫) প্ৰকাশ পোৱাৰ লগে লগে অসমৰ কাব্য ফুলনিত এপ্ৰাহ নতুন ফুল ফুলিল। সেয়ে ৰোমাণ্টিক কলাকাৰসকলে কাব্য-সঙ্গীতৰ মাজেদি প্ৰগতিবাদী চিন্তাধাৰাৰ প্ৰবাহৰ দ্বাৰা অসমৰ জাতীয় জীৱনক কেন্দ্ৰ কৰি কিদৰে জাতিৰ শক্তি বৃদ্ধি কৰিলে তাৰ মূল্যাঙ্কন কৰাতেই যুগোপযোগী চিন্তাৰ সোঁত বুজা যাব।

চলিহাই কৈছে যে 'ফুলনি'ৰ চতুৰ্থ তাঙ্গৰণত (১৯৫৩ পৰৱৰ্তী জীৱনত ৰচনা কৰা ভালেমান গীত-মাত সংযোগ কৰা হৈছে। সেয়ে দেখা যায় যে কলাকাৰ চলিহাৰ চিন্তাৰ বিভিন্ন দিশ এই কাব্যৰ মাজেদি প্ৰকাশ পাইছে। ডেৰকুৰি বছৰত 'ফুলনি'ত প্ৰবেশ কৰি প্ৰায় তিনিকুৰি বছৰলৈ 'ফুলনি'ত থকাত (১৯১৫-১৯৫৩) কি কি ফুলেৰে কেনেদৰে হৃদয় শোভিত হৈছিল ; আৰু চিন্তাৰ ঐক্যই কিদৰে প্ৰগতিবাদী ভাবধাৰা সৃষ্টি কৰিছে বিচাৰ্য্য।

'ফুলনি' কাব্যৰ ফুলবোৰক মালীয়ে পাঁচটা শ্ৰেণীত বিভক্ত কৰিছে। 'ভক্তিফুল', 'জাতিফুল', 'শোকফুল', 'প্ৰণয়ফুল' আৰু 'ৰগৰফুল'। ফুলনিৰ মাজৰ উপ-ফুলনিত ফুলবোৰৰ বৰ্ণ আৰু সৌৰভ বিচাৰ কৰিলে ধৰ্ম, অৰ্থ, কাম. মোক্ষ সাধনৰ বিধি-বিধান আৰু কৰ্ম-জ্ঞান ভক্তি-সাধনাৰ মাজেদি লাভ কৰা বিবিধ অভিজ্ঞতাৰে পৰিপূৰ্ণ কাব্য এখনৰহে ৰসাস্বাদন কৰা যায়। কলাকাৰৰ অভিজ্ঞতাৰ বিশাল ক্ষেত্ৰই ঐকান্তিক সাধনাই আৰু চিত্তৰ সমাহিতৰূপে মানৱ আত্মাৰ বিভিন্ন ৰূপ প্ৰকাশ কৰাৰ উপৰিও স্বাধীনতা সংগ্ৰামৰ বাণী প্ৰচাৰ কৰিছে। ভাৰতীয় তথা বিশ্ব-সংস্কৃতিৰ সমল আহৰণ কৰি ফুলনিলৈ আনি, অসমীয়া সংস্কৃতিক নতুন শক্তি প্ৰদান কৰি কলাকাৰ চলিহাই বহুমুখী চিন্তাৰ দ্বাৰা জাতীয় শক্তি বৃদ্ধি কৰিছে।

কবি বেজবৰুৱাই যিদৰে 'বীণ ববাগী' কবিতাত আৰু অম্বিকাগিৰীয়ে 'গীত' নামৰ কবিতাত ঐতিহাসিক পটভূমিত ভাৰতীয় অসমীয়া সংস্কৃতিৰ সঙ্গম ৰচনা কৰিছে সেইদৰে কলাকাৰ চলিহাই ঐতিহাসিক দৃষ্টিভঙ্গীৰে বিষয়বস্তু আৰু ভাবৰ ঐক্য ৰক্ষা কৰি সুসংবদ্ধ সুস্থ জীৱন বোধৰ দাৰ্শনিক ভাবধাৰা সৃষ্টি কৰিছে।

অসমীয়া ৰোমাণ্টিক কাব্যৰ ধাৰাটো এইদৰে শক্তিশালীভাবে অগ্ৰসৰ হোৱাৰ মূলতে হৈছে সমাজ সচেতন কলাকাৰসকলৰ গতিশীল জীৱনৰ প্ৰতি আগ্ৰহ আৰু গভীৰ ঈশ্বৰ বিশ্বাস। প্ৰাচীন সংস্কৃতিৰ সাধনাৰ মাজেদি পৰিপুষ্ট হোৱা কলাকাৰসকলৰ অন্তৰাত্মাই বিশ্ব সংস্কৃতিৰ বজাৰৰপৰা কঢ়িয়াই অনা ৰত্নবোৰে এনেদৰে অসমীয়া ভাষা জননীৰ কণ্ঠৰ শোভা বৰ্দ্ধন কৰিছে যে পুত্ৰসকলৰ সাধনাৰ দ্বাৰা পৰিতৃপ্ত জননীয়ে সসম্মানে ভাৰত জননীৰ আত্মাৰ লগত একাত্মবোধ উপলব্ধি কৰিবৰ বাবে শক্তি লাভ কৰিছে। প্ৰকৃততে কলাকাৰসকলৰ যুটীয়া প্ৰচেষ্টাইহে সমাজ আৰু ৰাষ্ট্ৰক নিৰাময় কৰি ৰাখিব পাৰে।

**যতীন্দ্ৰনাথ দুৱৰা—**

প্ৰাচীন কালত ৰাজতন্ত্ৰৰ দিনত কামৰূপ-অসমৰ কলাকাৰে সংস্কৃত সাহিত্যৰ পৰা সমল সংগ্ৰহ কৰি অসমীয়া সংস্কৃতি গঢ় দিছিল। কিন্তু ইংৰাজ শাসনে আৰু ইংৰাজী শিক্ষাই অসমীয়া সংস্কৃতিক পাশ্চাত্য জগতৰ সংস্পৰ্শলৈ তথা বিশ্ব সংস্কৃতিৰ দ্বাৰলৈ আনিলে। ৰোমাণ্টিক কলাকাৰসকলে অসমীয়া জাতিৰ শক্তি বৃদ্ধি কৰাৰ বাবে বিভিন্ন দেশত সংস্কৃতিৰ সমল বিচাৰিলে।

সেয়ে ইছলাম সংস্কৃতিৰ প্ৰাচীন প্ৰবাহ জাৰি-জিকিৰ আদিৰ সোঁতত শক্তি সঞ্চাৰ কৰা 'হাফেজৰ ফুলনিৰ' 'জ্ঞানমালিনী', 'কাৰবালা' আদিৰ পাচতে যতীন্দ্ৰনাথ দুৱৰাৰ 'ওমৰ তীৰ্থ' (১৯২৫-১৯২৬) কাব্যৰ স্থান। কৱি দুৱৰাই এই গ্ৰন্থখন লক্ষ্মীনাথ বেজবৰুৱাৰ নামত উচৰ্গা

কৰি বেজবৰুৱাৰ ব্যক্তিত্বক সন্মান দৰ্শাই ৰোমাণ্টিক যুগ বেজবৰুৱাৰ যুগ বুলি প্ৰতিপাদন কৰিছে।

ৰোমাণ্টিক যুগৰ প্ৰগতিবাদী চিন্তাৰ সোঁত বিচাৰি ওমৰ আৰু দুৰৱাৰ ভাব জগতত প্ৰবেশ কৰিলে ভাৰতীয় ঋষিৰ ভাবকে পোৱা যায়। সত্যৰ সাধনাত অনন্তৰ যাত্ৰী হোৱাৰ প্ৰয়াস আৰু পাৰ্থিব ভোগৰ প্ৰতি বীতস্পৃহ মনোভাব আৰু দানবীয় শক্তিক উপহাস কৰাই ওমৰৰ লক্ষ্য। চন্দ্ৰকুমাৰ আগৰৱালাই দানবীয় শক্তিক 'পশুবল' আখ্যা দি তামসিক শক্তিৰ পতন কামনা কৰাৰ দৰে, কবি দুৰৱাৰো অন্তৰাত্মাত তেনে এটি মনোভাবে ক্ৰিয়া কৰিছে। সেয়ে অন্তৰ জগতত সংঘাত আৰু বহিৰ্জগতৰ দানবীয় শাসনৰ ফলস্বৰূপে ওমৰৰ বৈপ্লৱিক ভাবৰ মাজেদি দুৰৱাই আত্ম-প্ৰকাশ কৰি ৰোমাণ্টিক আন্দোলন শক্তিশালী কৰিলে।

যি সময়ত ওমৰৰ জন্ম সেই সময়ত ইছলামৰ বিজৰ পতাকা পৃথিবীৰ বিভিন্ন দেশত উৰিছে। একাদশ শতিকাত গজনিৰ চুলতান মামুদে সোতৰবাৰ ভাৰত আক্ৰমণ কৰি ধন-সোণ লুট-পাত কৰে। দুৰৱাই উল্লেখ কৰা মতে ওমৰৰ জন্ম একাদশ শতিকাৰ শেষ ভাগত আৰু মৃত্যু ১১২৩ খৃষ্টাব্দত। তদুপৰি ১০৩০ খৃষ্টাব্দত চুলতান মামুদৰ মৃত্যুৰ পাচত গজনিৰ ৰাজশক্তিৰ পতন হয়, এই ৰাজ্যৰ লোকে ভাৰতত ৰাজ্য প্ৰতিষ্ঠা কৰে। মুঠতে ইছলাম সংস্কৃতিৰ অভ্যুদয়ৰ যুগতে ওমৰৰ জন্ম।

কিন্তু দাৰ্শনিক বৈজ্ঞানিক ওমৰে গজনিৰ ৰাজসভাৰ বিখ্যাত পণ্ডিত ঐতিহাসিক আলবেৰুনিৰ গ্ৰন্থৰাজিৰপৰা ভাৰতীয় দৰ্শন সংস্কৃতিৰ সম্যক পৰিচয় পাইছিল। আলবেৰুনিয়ে গজনিৰ চুলতান সকলৰ লুণ্ঠন কাৰ্য্য নিশ্চয় অন্তৰেৰে ভালপোৱা নাছিল। ভাৰতীয় সংস্কৃতিৰ সাধক আলবেৰুনিয়ে ( খৃঃ ৯৭৩-১০৪৮ ) হিন্দু-দৰ্শনৰ প্ৰভাব আৰু মুছলমান চুলতান সকলৰ ধ্বংস লীলাৰ ধনেৰে গঢ়ি উঠা গজনিৰ ৰাজকাৰেং আক

ফুলনি বাৰীৰ প্ৰতি যি বিৰূপ মনোভাব প্ৰকাশ কৰিছিল ওমৰে কাব্যৰ মাজেদি তাকেই ৰূপ দিছে।

হিন্দু কলাকাৰ তুৰৱাই ইংৰাজৰ বণিয়া শাসনৰ অন্তৰালত গজনিৰ চুলতানৰ লুণ্ঠন কাৰ্য্যৰ ছাঁ দেখিছিল। ওমৰে বিজ্ঞান দৰ্শনৰ সাধনা কৰি অশান্তভাৱে ৰাজধানীৰ তামসিক সভ্যতাৰ মাজৰ পৰা আঁতৰি গৈ 'মৰুৰ দাঁতিৰ এখনি পাম' 'সেয়ে মোৰ চিৰ পবিত্ৰ ধাম' বুলি আৰব ৰাজ্যৰ মক্কা মদিনাত প্ৰাণ ত্যাগ কৰি তাতেই সমাধিস্থ হ'ব বিচাৰিছে। প্ৰকৃততে ওমৰে ৰাজধানীৰ বিজ্ঞান সাধনাৰ মাজত শোষণ আৰু ধ্বংসৰ প্ৰেত দেখিছিল।

চুলতান সকলৰ ৰাজকাৰেং আৰু দানবীয় সভ্যতা নিয়তিৰ বুকুত লয় পালে। কিন্তু মৰুৰ দাঁতিত শেষ নিশ্বাস পেলোৱাৰ প্ৰয়াসী কলাকাৰ ওমৰে বিশ্বক শাসন কৰিছে। প্ৰেয়সীৰ হৃদয়ৰ পৰশত মক্কা মদিনাৰপৰা কাব্যকলাৰ বিজয়ৰ নিচান উৰাই বিশ্বজয় কৰা ওমৰে সত্য প্ৰতিষ্ঠা কৰি মানৱতাৰ বাণী বিশ্বক জনালে। ওমৰৰ অন্তৰৰ বেদনা প্ৰকৃততে চুলতান সকলৰ দানৱীয় কাৰ্য্যৰ সোঁৱৰণৰ পৰা উদ্ভুত। বিজ্ঞান দৰ্শনৰ সাধনাৰ মাজেদি লাভ কৰা জ্ঞানৰাজি কাব্য-কলাৰ মাজেদি প্ৰবাহিত কৰি আত্মাৰ প্ৰশান্তি লাভ কৰাই ওমৰৰ প্ৰধান লক্ষ্য। অনন্তৰ সাধনাই কলাৰ মাজেদি জনগণক স্পৰ্শ কৰিলেহে প্ৰকৃত শান্তি সম্ভৱ। ওমৰৰ এই মহান বাণী অসমবাসীক দান দি কবি তুৰৱাই বেজবৰুৱা আৰু তেওঁৰ সহযোগী সকলৰ আন্দোলন শক্তিশালী কৰিছে।

পৃথিবীত ৰাজতন্ত্ৰৰ অসীম ক্ষমতা থকা কালত একাদশ দ্বাদশ শতিকাৰ গজনিৰ কলাকাৰ ওমৰে যি বাণী তেওঁৰ দেশবাসীক তথা বিশ্বক শুনাইছিল, বিংশ শতিকাৰ স্বাধীন ভাৰত তথা বিজ্ঞানৰ শক্তিৰ বলত মতলীয়া হোৱা বিশ্বৰ দানবীয় সভ্যতাৰ পূজাৰীসকলৰ চৈতন্য জাগ্ৰত কৰিবৰ কাৰণে ওমৰ-তুৰৱাৰ সূক্ষ্ম কৰুণ অনুভূতি সম্পন্ন কাব্যই যুগৰ প্ৰয়োজন সাধন কৰা টান যদিও বিজ্ঞান, দৰ্শন আদি বিভিন্ন

চিন্তাধাৰাৰে পৰিপুষ্ট প্ৰকৃতিস্থ কলাকাৰৰ হৃদয়-সম্ভুত কাব্যই সমাজক প্ৰগতিৰ পথ দেখুৱাব। সেয়ে ওমৰ-ত্বুৰবাৰ কাব্য সাধনা জ্ঞান জেউতিৰ ইঙ্গিত।

কবি ত্বুৰবাই গজনিৰ কলাকাৰ ওমৰৰ লগতে গজনিৰ ৰাজ-কাৰেঙৰ বিলাস প্ৰাচুৰ্য্যৰ মাজৰপৰা 'মৰুৰ দাঁতিৰ সেউজীয়া চিৰ শান্তি ধামলৈ' বিচৰণ কৰি পাশ্চাত্য জগতৰ দৰ্শন কলা জ্ঞানৰে পৰিতৃপ্ত হৈ; মৰুভূমিৰ মাজৰ তীৰ্থ ভ্ৰমণৰ অভিজ্ঞতাৰাজি সামৰি লৈ বাটৰুৱা নাৱৰীয়া ৰূপে গীতাৰ 'সৰসামস্মি সাগৰঃ' বাণী সাৰোগত কৰি, সাগৰৰ উত্তাল তৰঙ্গ-মালাৰ মাজেদি 'আপোন সুৰ' কাব্যৰ 'মিলন' কবিতাত 'চিৰ সুখ চিৰ শান্তি' বিচাৰি পাইছে।

ত্বুৰবাৰ 'আপোন সুৰ' কাব্য প্ৰকাশ হয় ১৯৩৮ চনত। সেয়ে স্বাধীনতাৰ পূৰ্ব কালছোৱাত কলাকাৰসকলৰ মুক্ত জীৱন স্পৃহা তথা অসীম-প্ৰীতি সুগভীৰ। লোক-জীৱনৰ বিভিন্ন দিশ অধ্যয়ন কৰি প্ৰেম সৌন্দৰ্য্যৰ পূজাৰী কবিয়ে 'আপোন সুৰ' নামৰ কবিতাৰপৰা 'অৱসান' নামৰ কবিতালৈ, অৰ্থাৎ আদিৰ পৰা অন্তলৈ সুসংবদ্ধ ভাৱে একেটা ব্ৰতকে ধিয়াই আছে। সৃষ্টিৰ প্ৰতিটো অণু-পৰমাণুৰ মাজেদি এটা শক্তিয়েই ক্ৰিয়া কৰি থকাৰ দৰে, কলাকাৰ ত্বুৰবাই মানৱৰ অন্তৰত সৌন্দৰ্য্যবোধ জাগ্ৰত কৰিবৰ বাবে চিত্ত বিগলিত কৰি সুৰ সাধনা কৰিছে। কবি হৃদয়ৰ ধ্বনিত সুৰ ব্যক্তিগত জীৱনৰ হতাশাৰ সুৰ নহয়। কবি ওমৰে ভোগবিলাস ত্যাগ কৰি যিদৰে মৰুৰ বুকুত সমাধিৰ যোগেদি শান্তি বিচাৰিছিল, কবি ত্বুৰবাই সেইদৰে চিৰ সুন্দৰৰ বিৰহত আধ্যাত্মিক বেদনা উপলব্ধি কৰিছে।

ত্বুৰবাই বেজবৰুৱাক আহ্বান কৰি কৈছে—"কবি তেন্তে উঠি আহা মুখত বাঁহীটি লৈ, নতুন সুৰেৰে জগত জগোৱা।"

ত্বুৰবাই বেজবৰুৱাক কেৱল অসমৰে কবি কৰি ৰাখিব খোজা নাই; ওমৰে বিশ্ব কবিৰ আসন পোৱাৰ দৰে, ৰবীন্দ্ৰনাথে বিশ্বকবিৰ মৰ্য্যাদা পোৱাৰ দৰে, ত্বুৰবাই আশা কৰে বেজবৰুৱা জগতৰে কবি হ'ব।

সেইদৰে 'প্ৰতিমাৰ খনিকৰৰ' 'সৌন্দৰ্য্য', 'সুন্দৰ' নামৰ কবিতা দুটাৰ 'সুন্দৰৰ আৰাধনা জীৱনৰ খেল', 'আৰাধি সুন্দৰ হায় হ'মনে সুন্দৰ' ভাবধাৰাক ধিয়াই দুৱৰাই কৈছে—

"আজীৱন ধৰি মই বিচাৰি ফুৰিছোঁ সেই
সৌন্দৰ্য্যৰ অনন্ত নিজৰা,
এটি বুৰ মাৰি তাতে হওঁ চিৰ কাললৈ
তোমাতেই আপোন পাহৰা।"

জীৱন্মুক্ত কবিয়ে পুৰুষ সিংহ অম্বিকাগিৰীৰ দৰে বাস্তৱ জীৱনৰ মাজতে অন্তৰাত্মাত সুন্দৰক উপলব্ধি কৰি পৰমানন্দ উপভোগ কৰিছে। সেয়ে দেখা যায় জ্ঞান ভক্তিৰ মাজেৰে সগুণ নিৰ্গুণ ভগবানৰ উপাসক কবিয়ে 'বীণ বৰাগী' আগৰৱালাৰ দৰে বিচাৰি ফুৰিছে এটি সত্যৰ জ্যোতি। সেয়ে কবিয়ে কৈছে—

"কি এটি হেৰাল মোৰ বিচাৰিছোঁ অকাতৰে,
পৰ্ব্বতে ভৈয়ামে নামি মানুহৰ ঘৰে ঘৰে।
—পাহৰা সুৰ

মুঠতে বেজবৰুৱা আৰু তেওঁৰ সহযোগীসকলৰ ধ্যান-ধাৰণাত চিৰকুমাৰ কবি-জনে অক্লান্তভাৱে যোগদান কৰিছে; কেৱল কৰ্মৰ স্পষ্ট আহ্বান বেজবৰুৱা-আগৰৱালাৰ দৰে দুৱৰাৰ কাব্যত প্ৰকাশ পোৱা নাই।

ৰাজধানীৰ কৰ্মময় জীৱনৰ পৰা ওমৰে কৰ্ম ত্যাগ কৰি সন্ন্যাস ব্ৰত অৱলম্বন কৰা আদৰ্শই দুৱৰাক গভীৰভাৱে অনুপ্ৰাণিত কৰা বাবে আৰু শিক্ষকৰ জীৱন কোনো বিশেষ সংঘাতৰ সন্মুখীন নোহোৱা বাবে; সেই কালৰ ৰাজনীতি-অৰ্থনীতিৰ সমস্যাবোৰে কবিক প্ৰত্যক্ষভাৱে স্পৰ্শ নকৰা বাবে, কৰ্মময় জীৱনৰ আদৰ্শ দুৱৰাই কাব্যত ৰূপায়ণ কৰিব নোৱাৰিলে। সেয়ে দেখা যায়, দুৱৰাই জীৱনৰ বিভিন্ন দিশৰ অভিজ্ঞতা লাভ কৰা নাই। পদ্মনাথ গোহাঞি বৰুৱা, হিতেশ্বৰ

বৰবৰুৱা আদিৰ দৰে ঐতিহাসিক জগত খনতো দুৰবাই প্ৰবেশ কৰা নাই; নাইবা হাস্যৰসৰ যোগেদি অন্তৰ্মুখী সাধনাজনিত বেদনা দূৰ কৰি সৌন্দৰ্য্য শক্তি সাধনাৰ সমন্বয় ঘটাব নোৱাৰিলে।

অসমীয়া ৰোমাণ্টিক কাব্য সাহিত্যলৈ যি অৱসাদৰ সুৰ আহিল ইয়াৰ মূলতে বঙালী কাব্য সাহিত্য। মাইকেল মধুসুদন দত্তই খৃষ্টান ধৰ্ম গ্ৰহণ কৰি বঙালী সাহিত্য তথা ভাৰতীয় সংস্কৃতিক বৈৰীভাৱে সাধনা কৰি যি শক্তি প্ৰদান কৰিলে; এই শক্তিৰ প্ৰবাহ ৰবীন্দ্ৰনাথৰ যুগতে এক প্ৰকাৰ নিঃশেষ হয়। পোন প্ৰথমে পাশ্চাত্য সাহিত্যৰ সংস্পৰ্শই বঙালী সাহিত্যত যি শক্তি জাগ্ৰত কৰিলে, ৰবীন্দ্ৰনাথৰ কাব্য প্ৰতিভাই পাশ্চাত্য ইছলাম সংস্কৃতিৰ সমন্বয় সাধন কৰাৰ লগে লগে বঙালী সাহিত্যৰ সেই বৈপ্লৱিক শক্তিৰ উষ্মা ক্ৰমশঃ ম্লান হয়। সেয়ে অসমীয়া কাব্য সাহিত্যও এই অৱসাদৰ কবলত পৰে। ৰোমাণ্টিক যুগৰ প্ৰথম পৰ্য্যায়ৰ কবিসকলে অৱসাদ উপলব্ধি কৰা নাছিল বৰং চন্দ্ৰকুমাৰৰ মানৱ দেৱতাৰ পূজাৰ প্ৰতিমাত অম্বিকাগীৰিয়ে নতুন ৰং সানিছিল।

**ৰত্নকান্ত বৰকাকতী—**

প্ৰাক স্বাধীনতা যুগৰ ৰোমাণ্টিক কাব্য প্ৰবাহৰ গতি বিধি নিৰীক্ষণ কৰি; শেৱালি কবি ৰত্নকান্ত বৰকাকতীৰ চিন্তা জগতত (১৯১১-৩২) প্ৰবেশ কৰিলে; বৰকাকতীৰ কবি-মানসৰ চিন্তাৰ ৰূপ শেষৰ ফালে অৱসাদগ্ৰস্ত হোৱা দেখা যায়। বিহগী কবি ৰঘুনাথ চৌধাৰীৰ কাব্যৰপৰা প্ৰবাহিত হোৱা এই অৱসাদ ৰোগে কিন্তু ৰোমাণ্টিক যুগৰ কাব্যকাৰসকলৰ সকলোকে স্পৰ্শ কৰিব পৰা নাই।

বৰকাকতীয়ে পূৰ্ব ৰোমাণ্টিক কাব্যকাৰসকলৰ দৰে 'সুন্দৰ' কবিতাত সমাধিৰ যোগেদি সুন্দৰক উপলব্ধি কৰি কাব্যৰ মাজেদি চিন্তাৰ ঐক্য ৰক্ষা কৰিছে। ৰোমাণ্টিক প্ৰেমক ভগবৎ প্ৰেমলৈ উন্নত কৰি; 'ঘৰ জেউতি' কবিতাত দাম্পত্য জীৱনৰ আদৰ্শ আৰু পূৰ্ণতাৰ

স্বৰূপ প্ৰকাশ কৰি, নাৰীক উচ্চ মৰ্য্যাদা প্ৰদান কৰাৰ লগতে কবিয়ে ব্যৱহাৰিক জীৱনৰ সুখ-স্বাচ্ছন্দ্যৰ ওপৰতো গুৰুত্ব আৰোপ কৰিছে।

পদ্মনাথ গোহাঞি বৰুৱাই 'লীলা' কাব্যৰ যোগেদি নাৰীক উচ্চ মৰ্য্যাদা প্ৰদান কৰি গাৰ্হস্থ্য জীৱনক কাব্যৰ মাজলৈ অনাৰ দৰে; বৰকাকতীয়েও তেওঁৰ পত্নীৰ অনুপ্ৰেৰণাক স্বীকৃতি দি অসমীয়া নাৰী সমাজক প্ৰগতিৰ পথ দেখুৱাইছে।

কিন্তু ১৯৩০ চনৰপৰা ১৯৩২ চনলৈ বৰকাকতীৰ কবি মানসত চিন্তাৰ ঐক্য ব্যাহত হৈছে; সেয়ে কবিয়ে আধ্যাত্মিক জীৱনৰ শীৰ্ষস্থান পালেও ক্ৰমশঃ এটা নিঃসঙ্গ বেদনাই বৰকাকতীক কাতৰ কৰিছে। অম্বিকাগিৰী, চন্দ্ৰকুমাৰ আগৰৱালা আদি কৰিসকলে আত্মজ্ঞান লাভ কৰাৰ পাচত মানসিক বিষাদ ভোগা নাই। তাৰ কাৰণ তেওঁলোকে সাধনালব্ধ জ্ঞানৰাজিৰে 'মানৱ-দেৱতাক' পূজা কৰিছে। কিন্তু বৰকাকতীয়ে 'মানৱ দেৱতা'ক নাইবা বহিৰ্জগতখনক অন্তৰাত্মাৰ আনন্দৰ লগত একীভূত কৰি তুলিব নোৱাৰিলে।

বৰকাকতীৰ বিষাদযুক্ত মনৰ প্ৰথম পৰিচয় 'মোৰ পূজা' (১৯১৮) কবিতাত। ঈশ্বৰ উপলব্ধিৰ কাৰণে বাহ্যিক আড়ম্বৰৰ প্ৰয়োজন নাই যদিও; বৈষ্ণৱ কবিসকলে সাধু-সঙ্গৰ প্ৰয়োজনীয়তাৰ কথা উল্লেখ কৰিছে। আনকি গীতাত ভগৱান কৃষ্ণই সাধাৰণ মানুহক অক্ষৰ ব্ৰহ্মৰ সাধনাত ব্ৰতী নহবলৈ উপদেশ দিছে। নিঃসঙ্গ সাধনাই কলাকাৰৰ আত্মা বিষাদযুক্ত কৰে। সেয়ে ব্যক্তিকেন্দ্ৰিক কলাকাৰসকলৰ মানসিক দৃঢ়তা স্থায়ী নহয়। তেওঁলোকে অৱসাদ ভোগ কৰে।

বৰকাকতীয়ে ব্যক্তি জীৱনৰ বিকাশৰ তথা সমাজ জীৱনৰ প্ৰগতিৰ প্ৰতি দৃষ্টিপাত কৰি; 'মহাত্মা' কবিতাত মহামানৱ মহাত্মা গান্ধীক দেৱতাৰ আসনত প্ৰতিষ্ঠিত কৰিলেও; ভাৱ, অনুভূতিৰ স্পষ্টতা নাইবা দৃঢ়তা নাই। গান্ধীৰ আদৰ্শই বৰকাকতীৰ অন্তৰাত্মাত গভীৰভাৱে আলোড়ন নকৰা যাবেই; আৰু বাস্তৱ আদৰ্শৰ সংঘাতে কবিক বেদনা

দিয়া বাবে ভাব জগতৰপৰা নামি আহি বাস্তৱত দৃঢ় পদক্ষেপ কৰা নাই।

সেয়ে দেখা যায়, বেজবৰুৱা আদিয়ে যি সামগ্ৰিক জীৱনবোধৰ আদৰ্শ কাব্যৰ মাজেদি ৰূপ দি নগৰ-গাঁও, বাল-বৃদ্ধ, যুৱক-যুৱতী সকলোকে সামৰি লৈ ভাৰতীয় তথা অসমীয়া সংস্কৃতিৰ গতিশীল ৰূপ আঁকিছিল বৰকাকতীয়ে সংস্কৃতিৰ সেই সৰ্বাত্মক ৰূপটো আঁকিব পৰা নাই। এক প্ৰকাৰে কবলৈ গ'লে স্বাধীনোত্তৰ যুগৰ দুৰ্বোধ্য কবিতাৰ ধাৰা বৰকাকতীয়ে আৰম্ভ কৰে; কিন্তু বৰকাকতীৰ দুৰ্বোধ্য কবিতা সম্পূৰ্ণ ভাৰতীয় আত্মা-পৰাত্মা বিচাৰসম্ভূত। সাধাৰণ জীৱনৰপৰা আঁতৰি গলেও; বৰকাকতীয়ে ভাৰতীয় দৰ্শনৰ চিন্তাক ঐক্যবদ্ধভাৱে কাব্যিক ৰূপ দি চিন্তাৰ সোঁত আৰু সৌন্দৰ্য্য সাধনাৰ সমন্বয় সাধন কৰিছে।

উপনিষদৰ ব্ৰহ্ম, জীৱ, ঈশ্বৰ তত্ত্বৰ মাজতে নিমগ্ন হৈ থকা কবিয়ে; বেজবৰুৱা, আগৰৱালা, পদ্মনাথ গোহাঞি বৰুৱা আদিৰ দৰে ভগৱদ্‌গীতা অধ্যয়ন কৰি কৰ্ম যোগৰ আনন্দ উপলব্ধি কৰি; জ্ঞান-কৰ্ম-ভক্তি-সৌন্দৰ্য্য সাধনাৰ সমন্বয়ৰ কাব্যিক ৰূপ সৃষ্টি কৰিব নোৱাৰিলে। সেইদৰে বেজবৰুৱা আদিৰ কাব্যৰ মাজেদি প্ৰবাহিত হোৱা হাস্যৰসৰ ধাৰাটোও বৰকাকতীয়ে প্ৰবাহিত কৰা নাই। কিন্তু আত্মাৰ প্ৰশান্তিয়ে কবিক চিৰ শাশ্বত জগতখনলৈ বেদনাৰ মাজেদিয়ে লৈ গৈছে। সেয়ে কবি বেজবৰুৱাৰ 'মহাপ্ৰয়াণৰ যাত্ৰী' হোৱাৰ যোগ্য।

**নীলমণি ফুকন—**

ৰোমাণ্টিক কাব্যৰ দাৰ্শনিক প্ৰগতিবাদী চিন্তাৰ বিভিন্ন ৰূপ বিচাৰি নীলমণি ফুকনৰ 'জ্যোতিকণা' (১৯৩৯) আৰু 'মানসী' (১৯৪২) কাব্য জগতত প্ৰবেশ কৰিলে; 'জোনাকী'ৰ যোগেদি পোহৰ বিলাবলৈ

মনস্থ কৰা ৰোমাণ্টিক যুগৰ 'ত্ৰিমূৰ্তিৰ' 'জ্যোতিৰ্ময়ী জোনাকী সবিতাৰ' পোহৰ বিচাৰি পোৱা যায়।

ধ্যানমগ্ন যোগীয়ে 'যোগাভ্যাস' কৰি গভীৰ 'তপস্যা'ৰ মাজেদি 'চিত্তশুদ্ধি' কৰি 'জ্যোতিকণা'ৰ পৰশত বিশ্বৰ সংস্কৃতি সমুদ্ৰৰপৰা অমৃত উদ্ধাৰ কৰি আনি; অগ্নি মন্ত্ৰ জপি; অসম জননীৰ কাব্য বেদীত যি 'অষ্টোত্তৰ শত' 'নীলোৎপল' 'অষ্টোত্তৰ ৰুদ্ৰাক্ষ মালা' জপি প্ৰদান কৰিলে; সেয়ে যৌৱন উকলি যোৱা কবিৰ ৰোমাণ্টিক কাব্যকলাৰ বিজয় স্তম্ভ।

'জ্যোতি-কণা' কাব্যৰ মাজেদি যি নিৰৱচ্ছিন্ন গতিত অনন্ত জ্ঞানৰ জ্যোতিয়ে স্বয়ং প্ৰকাশিত হৈ 'নিৰ্বাপিত' হৈছে, সেই জ্যোতিয়ে সমগ্ৰ ভগৱদ্‌গীতাৰ সাৰ ভাগ আলোকিত কৰি; প্ৰকৃতিৰ বিবিধ ৰহস্য উদ্ঘাটন কৰি; মানৱ হৃদয়ৰ ক্ষুদ্ৰ দুৰ্বলতা দূৰীভূত কৰি; ৰাজনৈতিক, অৰ্থনৈতিক আৰু আধ্যাত্মিক মুক্তি লাভৰ বাবে মানৱক প্ৰেৰণা যোগাইছে। কালে 'জ্যোতি কণা'ৰ জ্যোতি ম্লান কৰিব নোৱাৰে।

স্বাধীনতাৰ পূৰ্বকালৰ 'মানসী'ৰ ৰূপ সৃষ্টিৰ সমল বিচাৰি ফুৰা অনন্ত জ্যোতিৰ এটি কণা লাভ কৰা তপস্বী কলাকাৰ বিশেষকৈ সৌন্দৰ্য্য সাধক। যিটি জ্যোতি 'নিৰ্বাপিত' হোৱাত যোগীয়ে সৰ্বাঙ্গতে ভস্মসানি; প্ৰকৃতিৰ মাজতে 'সেউজীয়া' পাতৰ পৰিবৰ্তে শুকান ডাল দেখা পালে; সেই যোগীবৰে বহিৰ্জগত, অন্তৰ্জগতৰ সীমা-অসীমৰ ৰহস্য বিচাৰি পুনঃ বেদনাযুক্ত হৈ পৰম পুৰুষৰ পৰিবৰ্তে অনাদি প্ৰকৃতিৰ ৰূপ ধ্যান কৰিলে।

কিন্তু 'জ্যোতি কণা'ৰ পৰশে যিদৰে বিশ্বৰ আৰু ব্যক্তি তথা সমাজৰ সত্যবোৰ আলোকিত কৰি কলাকাৰক অসীম সাহস যোগাইছিল; 'মানসী'ৰ ৰূপ সাধনাই সেই শক্তি যোগোৱা নাই। 'জ্যোতি কণা'ৰ জগতৰ চিন্তাশক্তি জাগ্ৰত হৈছে পৰম পুৰুষৰ ৰূপ দৰ্শনত; কিন্তু প্ৰকৃতিৰ অনাদি ৰূপে যোগীবৰক সেইদৰে অনুপ্ৰাণিত কৰা নাই।

যেন অন্তৰাত্মাৰ এটা বেদনাৰ ধ্বনি মনোমন্দিৰত প্ৰতিধ্বনিত হৈ কলাকাৰক কৈছে—

'খনিকৰ ক'ত মোৰ ?
ক্ষণ যাই চাৰি প্ৰাণ প্ৰতিষ্ঠাৰ,
নহ'ল জুমুধি বন্ধা প্ৰতিমাৰ,
মিছা হ'ল ৰংবোৰ,
হেঙ্গুল হাইতাল আছিল যিখিনি,
থই দিছো বৰ আস্তিকেৰে আনি,
শুকাল লেখনী মোৰ।"

—মানস প্ৰতিমা—

'জ্যোতি কণা'ৰ জ্যোতি 'মানসী'ৰ যোগেদি লুপ্ত হল। প্ৰাক্-স্বাধীনতা যুগত মাত্ৰ তিনিবছৰ কাল জ্যোতিৰ আলোক মালাই শিল্পীৰ হৃদয় পোহৰাই অন্তৰ্হিত হ'ল। সেয়ে সুদীৰ্ঘ আঠ বছৰৰ মূৰত স্বাধীনতাৰ পাচতহে 'গুটিমালী' (১৯৫০) কাব্যত জ্যোতিৰ পুনঃ আগমন।

যুগোপযোগী চিন্তা আৰু সমধৰ্মী প্ৰেৰণাই বেজবৰুৱা আদি কাব্যকাৰসকলৰ শাৰীত ফুকনক প্ৰতিষ্ঠা কৰিছে। চিন্তাৰ ঐক্য, সুস্পষ্ট ভাব আৰু অনুভূতি, সুস্থ-সবল সমাজ, ৰাষ্ট্ৰ তথা বিশ্ব সৃষ্টিৰ প্ৰয়াস আৰু সত্য অন্বেষণৰ বিৰাট প্ৰচেষ্টাই চন্দ্ৰকুমাৰ অম্বিকাগিৰীৰ আদৰ্শত ফুকনক প্ৰকাশ কৰিছে। কিন্তু 'ফুলনি'ৰ কবি পদ্মধৰ চলিহাৰ দৰে হাঁহি-কান্দোন চিন্তাৰ আৰু সৌন্দৰ্য্য স্পৃহাৰ বৈচিত্ৰ্য ফুকনৰ কাব্যত নাই। বেজবৰুৱাই প্ৰবাহিত কৰা হাস্যৰসৰ ধাৰাটো স্বাধীনতাৰ পূৰ্বকালৰ কাব্যত ফুকনে অৱতাৰণা কৰা নাই।

গদ্যৰ মাজেদি সৌন্দৰ্য্য সাধনা আৰম্ভ কৰি কবিতা কুঁৱৰীৰ পুজাত শুদ্ধচিত্তে 'নীলোৎপল' ষোড়শোপচাৰ আগবঢ়াই, শিল্পী ফুকনে পৰাধীন ভাৰতত পূৰ্ণ স্বাধীনতাৰ আস্বাদ উপভোগ কৰি; আধ্যাত্মিক

জীৱনৰ শীৰ্ষস্থানত উপনীত হৈ অম্বিকাগিৰীৰ সুৰতে সুৰ মিলাই কৈছে—

"যিমান বেদনা পাম তাতেই ভৰাম।
জুলিতেই পূৰ্ণ হ্ব মোৰ নমস্কাৰ॥"

ফুকনৰ এই উক্তিৰ লগত ৰঘুনাথ চৌধাৰীৰ বেদনা-কাতৰ উক্তি—

'আৰু নো কিমান দিয়া বেদনাৰ বোজা,
হে মোৰ হৃদয় দেৱতা ?
করুণ ৰোদন তুলি ভাঙি দিলা কিয়
প্ৰাণৰ নিবিড় নীৰৱতা।'

—ফুলশয্যা—

ৰিজালে বিসদৃশ যেন লাগে। আধ্যাত্মিক শক্তিত বলীয়ান লোকে জীৱনৰ দুঃখ কষ্টৰ লগত যুঁজ দিহে আত্মপ্ৰকাশ কৰে।

ভাৰতৰ মুক্তি সংগ্ৰামৰ যোদ্ধাসকলে গণআন্দোলন সৃষ্টি কৰি সমাজৰ বিভিন্ন স্তৰত সত্য প্ৰতিষ্ঠা কৰাৰ বাবে দৃঢ়প্ৰতিজ্ঞ হোৱা বাবে ; সমাজত মহান আদৰ্শ দাঙি ধৰিব পাৰিছিল। সেয়ে শিল্পীসকলে বিৰাট প্ৰেৰণা লৈ ঐকান্তিকতাৰে সামগ্ৰিক দৃষ্টিভঙ্গীৰে শিল্পসাধনা কৰি ; জাতিৰ আত্মা বিগলিত কৰি জাতিৰ প্ৰাণত জাগৰণ আনিব পাৰিছিল। সেয়েহে এই আন্দোলনৰ পৰিসমাপ্তি স্বাধীনতা লাভ।

ৰাষ্ট্ৰীয় জীৱনৰ স্বাধীনতা লাভৰ স্পৃহা কেনেদৰে জাগ্ৰত হৈছিল ; তাৰ প্ৰমাণ ফুকনৰ 'স্বাধীনতা' কবিতা। 'জোনাকী' আলোচনীয়ে যি পোহৰ বিলালে তাৰেই জ্যোতি পৰৱৰ্ত্তী আলোচনী সমূহে প্ৰবাহিত কৰি আনি কাব্যকাৰসকলৰ হৃদয়ত প্ৰতিধ্বনি তুলি দেশাত্মবোধৰ প্লাবন সৃষ্টি কৰিলে।

ফুকনৰ কাব্যত সমাজত একশ্ৰেণী শক্তিশালী পুৰুষ নাৰীৰ সৃষ্টি কৰাৰ চেষ্টা আছে যদিও ; চন্দ্ৰকুমাৰ আগৰৱালাৰ দৰে অৱহেলিত পদদলিত শ্ৰেণীৰ দুঃখ নিবাৰণ কৰি সাম্যবাদ প্ৰতিষ্ঠা কৰাৰ আদৰ্শ নাই। নাইবা অম্বিকাগিৰীৰ দৰে 'সুখী, দুখী, শোকী, ৰোগী, ভোগী,

সুভাগা নাইবা হীনভাগা।' সকলক জাগ্রত কৰি সামাজিক পৰিবৰ্তনৰ লক্ষ্য স্থিৰ কৰা নাই।

পূৰ্ব-ৰোমাণ্টিক কাব্যকাৰ সকলে অসমীয়া জন জীৱনৰ বিভিন্ন দিশ অধ্যয়ন কৰি মালিতা সমূহ সৃষ্টি কৰাৰ দৰে ফুকনে স্বাধীনতাৰ পূৰ্ব কালত লৌকিক জীৱনৰ লগত নিবিড় সম্বন্ধ স্থাপন কৰা নাই। তাৰ কাৰণ এয়ে যে, ফুকনৰ ধ্যান-ধাৰণা আৰু দাৰ্শনিক চিন্তাৰ প্ৰবাহ ইমান শক্তিশালী হৈ হৃদয় আলোড়িত কৰিলে যে, সেই কালত লৌকিক জীৱনৰ মাজেদি উচ্চ দাৰ্শনিক চিন্তা ৰূপ দিয়া সম্ভৱ নহয়।

সমুদ্ৰত যেতিয়া ধুমুহাৰ আঘাত লাগে তেতিয়া শক্তিশালী ঢৌ সৃষ্টি হয় কিন্তু যেতিয়া ধুমুহাৰ আঘাত হ্ৰাস হয় তেতিয়া ক্ষুদ্ৰ ক্ষুদ্ৰ ঢৌ সৃষ্টি হয়। সেইদৰে গভীৰ আৰু ব্যাপক অধ্যয়নেৰে পৰিপুষ্ট ফুকনৰ হৃদয় সমুদ্ৰত যেতিয়া স্বাধীনতা সংগ্ৰামৰ ধুমুহাৰ ঢৌ লাগিল ; তেতিয়া প্ৰথম আঘাতত বিৰাট ভাবে প্ৰবল গতিত যি ভাবৰ ঢৌ তুলিলে সেই ভাবে বিশ্ব সংস্কৃতিৰ ৰূপটোহে প্ৰকাশ কৰিলে।

**নলিনীবালা দেৱী—**

চতুৰ্দশ শতিকাৰ পৰা বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধলৈ অসমীয়া কাব্য সাহিত্যৰ ইতিহাস আলোচনা কৰি দেখা যায় যে নাৰীয়ে বিভিন্ন সতীত্বৰ আদৰ্শৰ দ্বাৰা কাব্য জগতৰ শোভা বৰ্দ্ধন কৰিলেও ; নাইবা যুদ্ধ-বিগ্ৰহাদিত, দেশৰ শাসন নীতিত নাৰীয়ে অংশ গ্ৰহণ কৰিলেও ; নাইবা সাহিত্য সংস্কৃতিৰ অনুশীলনত পৃষ্ঠপোষকতা কৰিলেও কাব্য ৰচনা কৰি অসমীয়া কাব্যৰ শোভা বৰ্দ্ধন কৰা নাছিল। সেয়ে অসমীয়া কাব্য সাহিত্যৰ ইতিহাস তথা প্ৰগতিবাদী চিন্তাধাৰাৰ প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত নলিনীবালা দেৱী, ধৰ্মেশ্বৰী দেৱী বৰুৱানী আৰু যমুনেশ্বৰী খাটনিয়াৰ আদিৰ অৱদান বিশেষ উল্লেখযোগ্য।

ৰোমাণ্টিক কাব্যৰ মাজেদি বিভিন্ন কলাকাৰে নাৰীৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰিলেও ; নাইবা সমাজ জীৱনৰ বিকাশত নাৰীৰ গুৰুত্ব

উপলব্ধি কৰি নাৰীক সাহসী প্ৰেৰণা যোগালেও প্ৰকৃততে নাৰীয়ে নিজকে সমাজত শক্তিমতী হৈ প্ৰতিষ্ঠা নকৰিলে প্ৰকৃত স্বীকৃতি পোৱা টান। সেয়ে মহিলা কবি কেইগৰাকীৰ বিশিষ্ট বৰঙণি কাব্যকলা তথা সমাজৰ প্ৰগতিৰ প্ৰতিও অধিক গুৰুত্বপূৰ্ণ।

ভাৰতৰ স্বাধীনতা সংগ্ৰামত পুৰুষৰ লগত সমানে অংশ গ্ৰহণ কৰা নাৰীয়ে, প্ৰাক্‌স্বাধীনতাৰ কালছোৱাত কাব্যৰ মাজেদি প্ৰগতিবাদী চিন্তা প্ৰকাশ কৰি; ৰোমাণ্টিক যুগৰ কাব্য শক্তিশালী কৰি নতুন আদৰ্শ সৃষ্টি কৰিলে।

লক্ষ্মীনাথ বেজবৰুৱাই বিধবাৰ দুখ দেখি চকুলো টুকিছিল; কিন্তু বৈধব্য যন্ত্ৰণা ভোগ কৰা নলিনীবালা দেৱীয়ে বেদনাৰ আতিশয্যৰ মাজেদি জীৱন আৰু জগতৰ তত্ত্ব অৱগত হৈ সত্য অন্বেষণ কৰি আনন্দত অধীৰ হৈ কলে—

"পিছলৈ ঘূৰি
নেচাবা উলটি
যোৱা আগবাঢ়ি সমুখলৈ।"

—সত্য পথিক—

এয়ে প্ৰগতিৰ পথ। দুৰ্গেশ্বৰ শৰ্মাৰ 'ৰঙ্গিলা' কবিতাৰ পুত্ৰ-হাৰা মাতৃয়ে কান্দি অস্থিৰ হৈছিল; কিন্তু সন্তানৰ মৃত্যুত ব্যথিত হোৱা নলিনীৰ হৃদয়ে কৈ উঠিল—

"অনন্ত দহনে মোৰ শুদ্ধ হোক প্ৰাণ
প্ৰেমে মোৰ হিয়া পোহৰাব,
ছিগি যাব জীৱনৰ শতেক বান্ধোন
মূৰ্ত প্ৰেমে এন্ধাৰ নাশিব।"

—পুতুলী—

চন্দ্ৰকুমাৰ আগৰৱালাই পুত্ৰ-কন্যাৰ মৃত্যুত চকুলো টুকি 'অজেয়' হৈ নিয়তিৰ লগত বিৰামবিহীন সংগ্ৰাম কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হোৱাৰ দৰে; সন্তানহাৰা মাতৃয়ে সন্তানৰ মৃত্যুৰ যোগেদি পোহৰৰ অন্বেষণ

কৰিছে। দুখ-যন্ত্ৰণাৰে পৰিপূৰ্ণ সংসাৰ সমুদ্ৰত গভীৰভাবে বুৰ মৰা জ্ঞানীয়ে জ্ঞান-মাণিক উদ্ধাৰ কৰি জগতক দান দিয়ে; তাকেই মূলধন হিচাপে লৈ সংসাৰী লোকে নিজ কৰ্তব্য চিনে।

সংস্কৃত আলঙ্কাৰিকসকলৰ মতে কাব্যই সংসাৰী লোকক ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ সাধনৰ উপায় দিয়াৰ উপৰিও; কাব্য সাধকৰ জীৱন সকলো প্ৰকাৰে নিৰাময় কৰিব লাগিব। সেয়ে দেখা যায় ভাৰতবৰ্ষৰ কলাকাৰ সকল বাস্তৱ বিমুখ নাছিল। বৰং আধ্যাত্মিক শক্তিত বলীয়ান হোৱা লোকেহে বাস্তৱক ভালকৈ উপলব্ধি কৰিব পাৰে।

সেয়ে দেখা যায় নলিনীবালা দেৱীয়ে সংসাৰ জীৱনৰ দুখ-কষ্টৰ পৰা মুক্তি লাভৰ বাবে সমাধিৰ যোগে ব্ৰহ্ম সাক্ষাৎকাৰ হৈ কৈছে—

"তুমি জ্যোতি মই ৰেণু
হে অৰূপ ৰূপৰ আলয়;
অণুৰূপে অনাদিত
তোমাতেই লীন হ'মগৈ।"

—সমাধি—

সংসাৰী জীৱন যাপন কৰি দৈনন্দিন জীৱনৰ ব্যস্ততাৰ মাজত যি কলাকাৰে মুহূৰ্ততে সমাধিত ব্ৰহ্মক লাভ কৰিব পাৰে সেই কলাকাৰে প্ৰকৃততে জীৱনৰ পথ দেখুৱাব পাৰে! নলিনী কাব্যত বিশেষকৈ 'সন্ধিয়াৰ সুৰ'ৰ মাজেদি কবিৰ ব্ৰহ্ম জ্যোতি লাভ কৰাৰ বিৰাট প্ৰচেষ্টাই আৰু এই জ্যোতি লাভৰ পৰমানন্দই সহৃদয় পাঠকক জীৱনৰ ব্যৰ্থতা আঁতৰাই, অমৃত আস্বাদন কৰি, জীৱন সংগ্ৰামত জপিয়াই পৰাৰ ক্ষমতা দিয়ে।

নলিনী কাব্যত 'সন্ধিয়াৰ সুৰ'ৰ (১৯৩৪) 'সমাধি' কবিতাত যি এটি 'তুমি'ৰ জ্যোতি উদ্ভাসিত হ'ল; সেই জ্যোতিয়েই নীলমণি ফুকনৰ 'জ্যোতি কন্যা' (১৯৩৭)ৰ যোগেদি নলিনী কাব্যৰ তথা ৰোমাণ্টিক কাব্যকাৰসকলৰ বেদ স্বৰূপ ভগবদ্গীতাৰ কৰ্ম-জ্ঞান-ভক্তিৰ আদৰ্শ প্ৰকাশ কৰিলে।

'সন্ধিয়াৰ সুৰ' সাধনাত কবিৰ হৃদয়ত এটা গভীৰ বেদনাৰ সুৰ প্ৰবাহিত হৈ আছিল; কিন্তু 'সপোনৰ সুৰ' (১৯৩৮) সাধনাত সেই বেদনা সম্পূৰ্ণৰূপে আঁতৰি গৈছে। কবিৰ আত্মাই বিৰাট প্ৰশান্তিৰ মাজেদি 'সপোন দিঠক' 'বাস্তৱ কল্পনাৰ' মাজেদি জীৱন আৰু জগতৰ বিবিধ সমস্যা ধ্যান কৰি; সংশ্লেষাত্মক দৃষ্টিৰে বিষয় বস্তুৰ বৈচিত্ৰৰ কৰ্ম-জ্ঞান-ভক্তিৰ আদৰ্শত অনুপ্ৰাণিত হৈ ধীৰে ধীৰে বিশাল ব্ৰহ্মাণ্ডত আত্ম প্ৰকাশ কৰি; ভাৰতৰ মুক্তি যুদ্ধত যোগদান কৰিছে। সেয়ে দেখা যায় যে, শিল্পীৰ জীৱনৰ দুখ বিধাতাৰ আশীৰ্বাদ স্বৰূপ।

ভাৰতৰ স্বাধীনতা সংগ্ৰামত যি সৰ্ব্বভাৰতীয় সংস্কৃতিয়ে দেশক একত্ৰিত কৰি ভাৰতীয় জাতীয়তাবাদক সবল কৰিছিল; তাৰ প্ৰবাহ নলিনী কাব্যৰ ছন্দে ছন্দে ধ্বনিত হৈ আছে। বৰং সুযোগ্য পিতৃ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ 'মোৰ জন্মভূমি' প্ৰীতিয়ে সুযোগ্যা জীয়াৰীৰ হৃদয়ত ছন্দৰ মাজেদি ধ্বনিত হৈ সমগ্ৰ ভাৰতক সাৱটি লৈছে। নবীন বৰদলৈৰ জন্মভূমি-প্ৰীতি প্ৰধানকৈ অসমকেন্দ্ৰিক; কিন্তু নলিনীৰ স্বদেশ-প্ৰীতিৰ নিদৰ্শন 'জন্মভূমি'ত ভাৰত-অসমৰ অতীত-বৰ্তমান-ভৱিষ্যৎ সোমাই আছে। সেয়েহে অসমীয়া জাতিৰ উক্তি 'মাকতকৈ জীয়েক কাজী'। প্ৰাক্ স্বাধীনতাৰ যুগত পিতাতকৈ পুত্ৰ শক্তিশালী আছিল; কাৰণ তেওঁলোক আছিল বিপ্লৱৰ সন্তান।

'জোনাকী' আলোচনীয়ে যি শক্তিৰে পোহৰ বিতৰণ কৰিছিল; স্বাধীনতা লাভৰ আগ মুহূৰ্ত পৰ্য্যন্ত 'জোনাকী'ৰ সেই শক্তিক বিশ্ব-সংস্কৃতিয়ে ম্লান কৰিব পৰা নাই; বৰং 'জোনাকী'ৰ সম্মিলিত শক্তিয়ে মধ্যাহ্ন সূৰ্য্যৰ পোহৰ বিলাব নোৱাৰিলেও; অসমৰ কাব্য জগতত আধ্যাত্মিক শক্তিক পূৰ্ণভাৱে প্ৰতিষ্ঠা কৰিছে।

নলিনী কাব্যত ধ্বনিত হোৱা 'হিমালয় পৰ্বতৰ শুকুলা টিং, মানসী বিল, প্ৰভাস তীৰ্থ, সবল প্ৰাণৰ ভাষা, দুখীয়াৰ ভঙা পজা' আদি উক্তিসমূহে ভাৰত অসম এনেদৰে একত্ৰিত কৰি ৰাখিছে যে সঁচাকৈয়ে কৰ্মবীৰৰ অমৰ আত্মাই জীয়াৰীৰ হৃদয় আকাশৰ যোগেদিহে যেন

পৰমানন্দ লাভ কৰি মুক্তিকো নেওচা দিছে। নলিনী কাব্যৰ সুৰৰ মাজেদি পৃথিবীৰ ধূলি বালিৰপৰা আৰম্ভ কৰি ব্ৰহ্মাণ্ডৰ সিপাৰৰ পোহৰ আৰু ধ্বনি প্ৰতিধ্বনিত হৈছে।

**ধৰ্মেশ্বৰী দেৱী বৰুৱানী :**

সাধৰণতে ভবা হয় যে শৰীৰ আৰু মনৰ সমন্বয়মূলক সুস্থতাইহে কলাকাৰক সুস্থচিন্তাৰে অনুপ্ৰাণিত কৰে। কিন্তু কোনো ক্ষেত্ৰত দেখা যায় শাৰীৰিক অসুস্থতাই সুস্থ সবল চিন্তাত বাধা জন্মাব নোৱাৰে। ধৰ্মেশ্বৰী দেৱীবৰুৱানীৰ প্ৰগতিবাদী জীৱন স্পৃহাই আৰু সমাজ সচেতন মনটোৱে ৰোগাক্ৰান্ত ব্যক্তিক চিৰকাল প্ৰেৰণা যোগাব। এই গৰাকী মহিলা কবিয়ে ভগৱানৰ ওচৰত আত্মসমৰ্পণ কৰি যি মানসিক প্ৰশান্তি লাভ কৰিলে; তাৰ বলতেই মনটো চিৰ সেউজীয়া কৰি ৰাখি ব্যক্তিক জীৱন যুদ্ধত অগ্ৰসৰ হোৱাৰ আদৰ্শ দেখুৱাইছে।

কবিৰ আত্মাই ভগৱৎ চিন্তাৰ যোগেদি যি পৰিতৃপ্তি লাভ কৰিলে; সেই তৃপ্তিৰ জ্যোতিয়ে আলোকিত কৰি ৰখা কবিৰ চিন্তাই অসমীয়া কাব্য সাধনাৰ যোগেদি পৃথিৱীতে স্বৰ্গীয় শান্তি লাভ কৰি কৈছে—

"বুকুৰেদি বৈ যায় শীতল নিজৰা
জীৱনত শান্তি লভে; তৃপ্ত হয় প্ৰাণ,
সাহিত্যৰ হলে লাভ উজ্জ্বল পোহৰ
যদিহে মানবে লভে সাহিত্যৰ দান।"

—সাহিত্য সম্পদ—

এই গৰাকী মহীয়সী নাৰীয়ে যিদৰে শাৰীৰিক বেদনা মনৰপৰা দূৰ কৰি; ঐকান্তিকতাৰে কলাৰ সেৱা কৰি; মানৱক পৰিতৃপ্ত মন লৈ কৰ্তব্য পথত অগ্ৰসৰ হবলৈ আহ্বান জনাইছে, তাৰ দ্বাৰা যুগোপযোগী চিন্তা প্ৰকাশ পাইছে।

**যমুনেশ্বৰী খাটনিয়াৰ :**

প্ৰাক্ স্বাধীনতা যুগৰ মহিলা কবি যমুনেশ্বৰী খাটনিয়াৰৰ ভাবধাৰা বিচাৰ কৰিলেও স্পষ্ট ভাৱ, আত্মাৰ প্ৰশান্তি আৰু 'সংসাৰ চক্ৰত' যুঁজ দি, জীৱন উপভোগ কৰি মোক্ষ লাভৰ ঐকান্তিক আদৰ্শ দেখা যায়। গতিশীল জীৱনৰ ৰূপ যমুনেশ্বৰীৰ কবিতাত প্ৰকাশ পাইছে।

১৮২৬-১৯৪৭ চনলৈ ইংৰাজ শাসনৰ কালছোৱাৰ সাহিত্যত নাৰীৰ অৱদানৰ কথা আলোচনা কৰিলে দেখা যায় যে, যদিও প্ৰাক্ অৰুণোদয় নাইবা অৰুণোদয় যুগত খৃষ্টান ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে বিদেশী নাৰীয়ে সাহিত্য চৰ্চা কৰিছিল; তথাপিও বিদেশী নাৰীৰ বিদেশী আদৰ্শ প্ৰচাৰমুখী সাহিত্যই অসমীয়া জাতীয় জীৱনত কোনো আশাৰ সঞ্চাৰ কৰা নাই। সেয়ে হিন্দু নাৰী-হৃদয়ৰ কোমল অনুভূতিয়ে হতাশা, দুৰ্বলতাৰ মাজতো জাতীয় জীৱনক শক্তিৰ আৰাধনা কৰিবলৈ প্ৰেৰণা যোগাই, মুক্তি যুদ্ধত যোগদান কৰিবলৈ দেশবাসীক উদ্বুদ্ধ কৰিছে।

বেজবৰুৱা আৰু তেওঁৰ সহযোগীসকলৰ পাৰমাৰ্থিক চিন্তা জগতৰ গভীৰতাৰ মাজত মহিলা কবিসকলে প্ৰবেশ কৰি সাংস্কৃতিক ধাৰাটো প্ৰবাহিত কৰিলেও; সৰ্বাত্মক দৃষ্টিত ৰাজনৈতিক, অৰ্থনৈতিক, ঐতিহাসিক আৰু লৌকিক জগতখনৰ সমস্যাসমূহৰ সংশ্লেষাত্মক ৰূপৰ প্ৰতিফলন নাৰীৰ হৃদয়ত পৰা নাই। সেয়ে ৰোমাণ্টিক কাব্য আন্দোলনৰ শেষ পৰ্য্যায়ৰ কোনো কোনো কবিয়ে পূৰ্ব ৰোমাণ্টিক কাব্যকাৰসকলৰ শ্ৰেণীহীন সমাজ গঢ়াৰ আদৰ্শৰপৰা আঁতৰি গৈছে।

**বিনন্দ বৰুৱা :**

ৰোমাণ্টিক কাব্যকাৰসকলৰ সংস্কৃতি-সাধনাৰ আৰু চিন্তাৰ বিশিষ্ট ৰূপ বিচাৰ কৰি ধ্বনি কবি বিনন্দ বৰুৱাৰ প্ৰগতিবাদী চিন্তাৰ সোঁতত প্ৰবেশ কৰিলে ব্ৰহ্মাণ্ডৰ ধ্বনি কবিৰ অন্তৰাত্মাৰ যোগেদি ভাৰতীয়-অসমীয়া জাতীয় জীৱনৰ প্ৰতিটো অণু পৰমাণুৰ মাজেদি 'প্ৰতিধ্বনি'ত হোৱা দেখা যায়।

ব্ৰহ্মাণ্ডৰ পতিয়ে কুৰুক্ষেত্ৰৰ ৰণক্ষেত্ৰত পাঞ্চজন্য শঙ্খৰ ধ্বনি কৰি, অৰ্জ্জুনৰ মনৰ বিষাদ দূৰ কৰি ; সত্য প্ৰতিষ্ঠাৰ বাবে শ্বহীদ হ'বলৈ আহ্বান জনোৱাৰ দৰে ; ধ্বনি কবিয়ে হৃদয়ত এই আহ্বান সুঁৱৰি 'শঙ্খধ্বনি', 'পাৰ্থ-সাৰথি', 'শৰাইঘাট' আদিৰ মাজেদি শৰাইঘাটৰ ৰণক্ষেত্ৰত স্বাধীন অসমৰ সৈন্যবাহিনীৰ সামৰিক অভিযান দেখি পুনঃ গড়গাঁৱত 'ফুলপাহি' ফুলৰ সপোন দেখিছে। এয়ে গীতাৰ কৰ্ম প্ৰেৰণাজনিত প্ৰবল আশাবাদ। ধ্বনি কবিৰ কাব্য তথা সংস্কৃতি সাধনাৰ সমল ভাৰতীয় জীৱনৰ বিভিন্ন দিশ আৰু কোচৰাজ্যৰ প্ৰগতিবাদী শাসক 'মহাৰাজ নৰনাৰায়ণ' আৰু আহোম ৰাজ্যৰ শক্তিশালী ৰজা, বিষয়া, সৈন্যবাহিনী আৰু জনসাধাৰণৰ উজ্জ্বল ছবিয়ে ধ্বনিৰ লগতে ছবিকো সংলগ্ন কৰি শিল্প সাধনাৰ সামগ্ৰিক ৰূপ প্ৰকাশ কৰিছে। এই সামগ্ৰিক জীৱনবোধ তথা সাত্বিক জ্ঞানেই প্ৰাক্ স্বাধীনতা কালত কলাকাৰসকলৰ ঐকান্তিক সাধনাৰদ্বাৰা নিৰ্মলভাৱে প্ৰকাশ পাই জাতীয় আত্মাৰ শক্তি বৃদ্ধি কৰি মুক্তি যুদ্ধত প্ৰেৰণা দিছে।

যুগে যুগে প্ৰগতিবাদী কলাকাৰসকলে ৰাষ্ট্ৰৰ মঙ্গল সাধনাৰ উদ্দেশ্যে সামগ্ৰিক দৃষ্টিৰে, যুটীয়া প্ৰচেষ্টাৰে জীৱনৰ বিভিন্ন অভিজ্ঞতা শিল্পৰ মাজেৰে সঞ্চয় কৰি ভৱিষ্যতৰ পথ ৰচনা কৰে। ভৱিষ্যতৰ পুৰুষে পুনঃ নিজৰ অভিজ্ঞতাৰ বোল সানি জাতিৰ শৰীৰ আৰু আত্মাৰ শক্তি প্ৰবাহিত কৰি অনন্তৰফালে গতি কৰে। এয়ে জাতিৰ ধৰ্ম। বিশ্বই অবিৰামভাৱে গতি কৰি থকাৰ দৰে বিশ্বৰ শক্তিশালী ৰাষ্ট্ৰ আৰু জাতি-সমূহেও এই গতিতে জ্ঞানৰ মাজেৰে অনন্তৰ অভিযান চলাই থাকে।

বিদেশী শাসকৰ বিৰুদ্ধে যুজ দিবৰ বাবে যি আধ্যাত্মিক শক্তিৰ প্ৰয়োজন, নাইবা অতীত জীৱনৰ প্ৰাণ প্ৰাচুৰ্য্য বৰ্তমানলৈ প্ৰবাহিত কৰাৰ বাবে যি গভীৰ কলা জ্ঞানৰ প্ৰয়োজন, সেই প্ৰয়োজন সাধনৰ বাবে শক্তি আহৰণ কৰিহে প্ৰাক্ স্বাধীনতা যুগৰ কলাকাৰসকলে কাব্য সাধনা কৰিছে।

সেয়ে ভাৰতৰ ৰাজধানী কলিকতা চহৰত প্ৰবাস জগতত কাতৰ হোৱা কলাকাৰ বেজবৰুৱাৰ অন্তৰাত্মাত যি বৰাগীৰ সুৰ ধ্বনিত হৈছিল; সেই সুৰেই গড়গাঁৱৰ কাৰেঙত প্ৰতিধ্বনিত হৈ 'পগলা কবিৰ গাত' চাট্ চাট্ ইটা মাৰিছে। আত্মা অমৰ; সেয়ে ব্ৰহ্মাণ্ডৰ সিপাৰ, কুৰুক্ষেত্ৰ, ৰাজস্থান, ধৰলাৰ পাৰ আৰু গড়গাঁওতো নিৰ্মল কলাজ্ঞান সম্পন্ন কবিয়ে জাতিৰ আত্মাৰ অমৰ বাণী শুনিবলৈ পায়।

**ডিম্বেশ্বৰ নেওগ:**

প্ৰগতিবাদী চিন্তা প্ৰবাহৰ বিকাশ লক্ষ্য কৰি, ডিম্বেশ্বৰ নেওগৰ 'অসমা' কাব্যত প্ৰবেশ কৰিলে; ১৯১৭-১৯২৯ চনলৈ কাব্য সাধনাত প্ৰবৃত্ত হোৱা কলাকাৰজনৰ যুগোপযোগী চিন্তাৰ সম্যক পৰিচয় পোৱা যায়। নেওগে ১৯১৭ চনৰপৰা ১৯৪২ চনলৈ অৰ্থাৎ 'আগন্তুক' কবিতা ৰচনাৰ সময়ৰপৰা 'শুৱনী' কাব্য ৰচনা কৰা সময়লৈ সুদীৰ্ঘ কাল কাব্য চৰ্চা কৰে যদিও, প্ৰথম বাৰ বছৰ কালতেই কলাকাৰ গৰাকীৰ চিন্তাই স্পষ্ট ৰূপ লৈছে। 'অসমা' ১৯৪৭ চনত প্ৰকাশ হয় যদিও, কবিতাসমূহ ভাৰতীয় জাতীয়তাবাদী আন্দোলনৰ ব্যাপক প্ৰভাৱৰ কালতেই ৰচিত। ১৯২৯ চনত কবিৰ বয়স প্ৰায় ডেৰকুৰি; সেয়ে চিন্তা আৰু ৰুচিৰ পূৰ্ণতাপ্ৰাপ্ত হোৱাই স্বাভাৱিক। সোতৰ বছৰ বয়সৰপৰা প্ৰায় ডেৰকুৰিৰ দেওনা পাৰ হোৱা সময়লৈ কবিয়ে যি অভিজ্ঞতা আহৰণ কৰিলে তাৰেই প্ৰকাশ 'অসমা' কাব্যত আছে।

নেওগে পূৰ্ব কাব্যকাৰসকলৰ চিন্তাধাৰাৰদ্বাৰা প্ৰভাৱান্বিত হৈ স্বকীয় দৃষ্টি ভঙ্গীৰে সাহসী মনোভাব লৈ আত্মপ্ৰকাশ কৰিছে। কবি নেওগৰ সংস্কৃতি সাধনাৰ উৎস বিশ্বৰ বহল সমাজৰপৰা ভাৰত-অসমৰ ঐতিহাসিক, সামাজিক আৰু ধৰ্মীয় সমাজলৈ বিস্তৃত। সেয়ে কাব্যকাৰ-সকলে উদাৰ মনোভাব লৈ জাতীয় ঐতিহ্য প্ৰাণৱন্ত কৰাৰ মানসে কাব্য চৰ্চা কৰিলে গতিশীল সংস্কৃতিয়ে দেশবাসীক নতুনক আঁকোৱালি লৈ

জীৱন যুদ্ধত অগ্রসৰ হোৱাৰ বাবে প্ৰেৰণাৰ সৃষ্টি কৰে। নেওগৰ কাব্য সাধনাৰ সোঁতত সামগ্রিক দৃষ্টিৰোধ-জনিত সাহসী ভাব আছে।

নেওগৰ চিন্তা আৰু ৰুচিৰ উদাৰতাৰ পৰিচয় হৈছে ইছলাম সংস্কৃতি, বৈষ্ণৱ সংস্কৃতি আৰু অসমৰ ঐতিহাসিক লৌকিক জীৱনৰ নানান ৰূপ-ৰেখাৰ সৃষ্টি, আৰু তাৰ মাজেদি প্ৰকাশিত গভীৰ আন্তৰিকতা। সাহিত্য সংস্কৃতিৰ মাজেদি দেশ-সেৱাত আত্মনিয়োগ কৰা এই গৰাকী কলাকাৰে জাতীয় উদ্দেশ্য সংশ্লেষাত্মক দৃষ্টি-ভঙ্গীৰে নব্য ভাৰত গঢ়াৰ মানসে অম্বিকাগিৰীৰ সুৰতে সুৰ মিলাই কৈছে—

"উঠাহে মানৱ তেনে, গই আছে দিন শুনিছানে ভীষণ হুঙ্কাৰ
গৰজিছে শত্রুদলে বাজিছে প্ৰবীণ সমৰৰ বিজয় ঝঙ্কাৰ।"

কবিয়ে সমগ্ৰ মানৱ জাতিক সমৰৰ প্ৰতি যি আহ্বান জনাইছে, সেই আহ্বান বৈদিক ঋষিসকলে শুনাইছিল যদিও, অসমৰ জাতীয় জীৱনত বিশ্ব মানৱৰ আহ্বান কেৱল ৰোমাণ্টিক কাব্যকাৰসকলৰ কাব্যতহে ধ্বনিত হৈছে। কবি নেওগে বিশ্ব মানৱৰ আহ্বানৰ প্ৰতি সহাঁৰি দি অসম তথা ভাৰতকো বিশ্বৰ গতিশীল জীৱনৰ পথ লবলৈ আহ্বান কৰিছে। নেওগে চন্দ্ৰকুমাৰ, আনন্দচন্দ্ৰ, অম্বিকাগিৰী আদিৰ দৰে শক্তিৰ সাধনা কৰিবলৈ দেশবাসীক আহ্বান কৰিছে। কেৱল প্ৰেম-সৌন্দৰ্য্য সাধনাই জাতীয় জীৱন শক্তিশালী নকৰে, যদিহে সৌন্দৰ্য্য-প্ৰেম শক্তিৰ মাজেদি ৰূপ নাপায়।

**শৈলধৰ ৰাজখোৱা :**

ৰোমাণ্টিক যুগ তথা বেজবৰুৱাৰ যুগৰ কাব্যৰ প্ৰগতিবাদী চিন্তাধাৰাৰ সোঁত বিচাৰি শৈলধৰ ৰাজখোৱাৰ 'নিজৰা' (১৯৩৫) কাব্যত প্ৰৱেশ কৰিলে, নিজৰাৰ বুকুভেদি যোৱা কাব্য-ৰসত বিভিন্ন চিন্তা আৰু ৰসৰ সমন্বয় সাধনৰ যোগেদি জাতীয় চৈতন্য প্ৰবাহিত হোৱা দেখা যায়। কবিয়ে 'নিজৰা'ৰ পাৰত বহি জাতীয় জীৱনৰ স্পন্দন উপলব্ধি কৰি, হৃদয়ৰ বেদীত মানস কন্যা 'ফুলৰা-চতলাক' গন্ধৰ্ব

ৰীতিৰে বিবাহৰ বাবে সজ্জিত কৰি অসমৰ স্বাধীনতাৰ সমৰত প্ৰাণ দিবলৈ ওলোৱা জোৱানসকলক মানস কন্যা তুগৰাকীৰদ্বাৰাই প্ৰেৰণা যোগাই; অসমৰ নাৰীৰ স্বাধীনতা স্পৃহা আৰু সতীত্বৰ আদৰ্শৰ উজ্জ্বল নিদৰ্শন দাঙি ধৰিছে।

ধ্বনি কবি বিনন্দচন্দ্ৰ বৰুৱাই যি বাস্তৱ দৃষ্টি-ভঙ্গীৰে অসমৰ প্ৰাচীন ৰাজধানী গড়গাঁৱত সৈন্য-বাহিনীৰ অভিযানক অভিবাদন জনাইছে; সেইদৰে আহোম ৰাজ্যৰ পশ্চিম সীমাত ৰাজখোৱাই সৈন্য-বাহিনীক অভিবাদন জনাই সেনাধ্যক্ষ কৃষ্ণ-চৈতন্যক মৃত্যুৰ অগমুহূৰ্ত্তত মানস কন্যা তুজনীক সমৰ্পণ কৰি হৃদয় উজাৰি দিছে। প্ৰাক্ স্বাধীনতা যুগৰ কলাকাৰসকলে সমাজ জীৱনৰ আশা-আকাংক্ষা আৰু ৰাষ্ট্ৰীয় ঐতিহ্যৰ কলাত্মক ৰূপ সৃষ্টিৰ মানসে শিল্প সাধনা কৰা বাবে আৰু দৃঢ়ভাৱে জীৱনৰ সমস্যাসমূহ উপলব্ধি কৰা বাবে সুসংবদ্ধভাৱে সংস্কৃতিয়ে কাব্যত ৰূপ পাইছে।

নাট্য-কলাৰ সাধনাৰ যোগেদি কাব্য সাধনাত প্ৰবৃত্ত হোৱা ৰাজখোৱাৰ মানসিক পৰিপুষ্টি সাধনত পৌৰাণিক, ঐতিহাসিক, সামাজিক, প্ৰাকৃতিক আৰু অতি লৌকিক প্ৰভাৱে ক্ৰিয়া কৰিছে। সেয়ে সমস্যাসমূহে শক্তিশালী ৰূপত ধৰা দিছে। জন্মভূমিৰ প্ৰতিটো শিলৰ বুকুত, প্ৰতিখন নৈৰ কুলু-কুলু ধ্বনিত অতীতৰ স্মৃতিৰ পৰশ পাই নিজকে জননীৰ সেৱাত নিষ্ঠাৰে আত্মনিবেদন কৰা কলাকাৰ ৰাজখোৱাই 'নিজৰা' কাব্যত যি সুৰ সৃষ্টি কৰিলে; সেই সুৰ 'বীণ বৰাগী'ৰ কবি বেজবৰুৱা-চন্দ্ৰকুমাৰ আগৰৱালাৰ বীণৰ সুৰতকৈ অধিক শক্তিশালী।

বেজবৰুৱা-চন্দ্ৰকুমাৰ-আনন্দচন্দ্ৰ-আগৰৱালা আদিয়ে হিন্দু, মুছলমান, শিখ আদিৰ সম্মিলিত শক্তিৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা নাই; কিন্তু পৰৱৰ্ত্তী কলাকাৰসকলে, বিশেষকৈ যিসকলে ভাৰত-অসমৰ ইতিহাস গভীৰভাৱে অধ্যয়ন কৰিছে তেওঁলোকে সম্মিলিত শক্তিৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। ৰাজখোৱাই সংস্কৃতিৰ গতিশীল ৰূপ

সাধনা কৰি হিন্দু-মুছলমান-শিখৰ সম্মিলিত শক্তিৰ ৰূপ আঁকিছে। এয়ে প্ৰগতিবাদী আদৰ্শ।

স্বাধীনোত্তৰ যুগৰ অতি আধুনিক কাব্যকাৰসকলে জীৱনৰ অন্ধকাৰ ফালটোৰ ছবি আঁকিবলৈ চেষ্টা কৰাৰ দৰে, ৰাজখোৱাই 'অমানিশা' অন্ধকাৰৰ যোগেদি জীৱনৰ কদৰ্য্য ৰূপটো আঁকিছে। কিন্তু জীৱনৰ বিশাল জ্ঞানসম্পন্ন আৰু সাত্ত্বিকভাৱে কলাৰ উপাসনা কৰা কবিয়ে যি করুণ অনুভূতিৰ মাজেদি সমাজ জীৱনৰ সমস্যাসমূহ উল্লেখ কৰিছে; তাৰদ্বাৰা ৰাজখোৱাই জীৱনৰ অন্ধকাৰ ফালটো কাব্যত ৰূপায়ণ কৰা কলা-কৌশলৰ বিধান দিছে। জীৱনৰ গভীৰ সত্যসমূহ মঙ্গলময় ৰূপত প্ৰকাশ কৰিব পৰা কলাকাৰসকলেহে অতীত-বৰ্ত্তমান-ভৱিষ্যতৰ যোগসূত্ৰ ৰক্ষা কৰিব পাৰে। 'নিজৰা'ৰ কবিৰ এই মানসিক সজাগতা আছে।

ৰোমান্টিক যুগৰ কলাকাৰসকলে স্বাধীনতা লাভৰ বাবে; জাতীয় সংহতি সাধনৰ উদ্দেশ্যে, কাব্য ৰচনা কৰাৰ মানসে, দেশৰ বিভিন্ন সংস্কৃতিৰ সমল আৰু বিশ্বৰ সাংস্কৃতিক ভাণ্ডাৰৰপৰা সমল সংগ্ৰহ কৰি মধু-চক্ৰ ৰচনা কৰিছে। কাৰণ ব্যক্তি তথা সমাজ জীৱনৰ আধ্যাত্মিক শক্তি জাগ্ৰত কৰাই অধিক সংখ্যক কলাকাৰৰ লক্ষ্য। ৰোমান্টিক কাব্যকাৰসকলৰ ৰাজনৈতিক চেতনাই আৰু একমুখী সাধনাই জাতীয় সংস্কৃতিত নতুন ৰং সানিছে।

ভাৰতে অহিংস উপায়ে স্বাধীনতা লাভ কৰিলেও, বীৰ ৰসৰ উপাসক বিনন্দ বৰুৱা, শৈলধৰ ৰাজখোৱা আদি কাব্যকাৰসকলে ৰাজতন্ত্ৰৰ যুগৰ সামৰিক বাহিনীক অভিবাদন জনোৱাৰ আলম লৈ; সশস্ত্ৰ সংগ্ৰামৰ মাজেৰে স্বাধীনতা লাভৰ কথা চিন্তা কৰিছে। সেয়ে অসমীয়া ৰোমান্টিক কাব্যৰ উপাসকসকল সম্পূৰ্ণ অহিংস আন্দোলনৰ পক্ষপাতী নহয়। ৰোমান্টিক যুগৰ বীৰ-ৰসৰ কবিসকলে বৈষ্ণৱ যুগৰ বধ-কাব্যৰ বীৰ-ৰস নকৈ প্ৰবাহিত কৰিছে।

**জ্যোতিপ্ৰসাদ আগৰৱালা ঃ**

প্ৰাক স্বাধীনতা যুগৰ সমাজ জীৱনৰ স্বাধীনতা স্পৃহাৰ এটা জাগ্ৰত ৰূপ প্ৰকাশ পাইছে আগৰৱালা পৰিয়ালৰ নুমলীয়া সন্তান ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ 'মুক্তি' নামৰ কবিতাত। প্ৰকৃততে ভাৰতীয় অসমীয়া জীৱনৰ সাংস্কৃতিক সঙ্গম ৰচনা কৰা আগৰৱালা পৰিয়ালৰ কাব্য-নাট্য সাধনাই জাতীয় জীৱনৰ কোনোটো দিশ অৱহেলা কৰা নাই।

'বীণ-বৰাগী' চন্দ্ৰকুমাৰ আগৰৱালা বৰ-দেউতাকক জ্যোতিয়ে প্ৰশ্ন কৰিছে—"বৰাগী! মুক্তি কিমান দূৰ"। জ্যোতিপ্ৰসাদৰ বৰাগী পোনতে বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা হ'লেও; মুক্তি সংগ্ৰামৰ অহিংস যোদ্ধা মহাত্মা গান্ধীও বৰাগী জীৱনৰ আদৰ্শৰ লগত জড়িত হৈ আছে। সেয়ে দেখা যায় আগৰৱালা পৰিয়ালৰ ভাৰতীয় জীৱন দৰ্শনৰ গভীৰ উপলব্ধি জ্যোতিৰ প্ৰতিভাত পূৰ্ণ বিকাশপ্ৰাপ্ত হৈছে।

বৰ পিতৃ দেৱতাৰ বীণাৰ সুৰ জ্যোতিৰ অন্তৰাত্মাত ধ্বনিত হোৱাত; চন্দ্ৰকুমাৰৰ সুৰতে সুৰ মিলাই অৱহেলিত, পদদলিত জীৱনক মুক্ত জীৱনৰ পথ দেখুৱাই দিয়াৰ কামনা কৰি ৰূপকোঁৱৰে চন্দ্ৰকুমাৰৰ বৈপ্লৱিক চিন্তাধাৰাকে পুনঃ পৰম্পৰাক্ৰমে ব্যক্ত কৰিছে। জাতিৰ জীৱনৰ স্পন্দন বুজি পোৱা কবিয়ে কৈছে—

"তোমাৰ মুক্তিৰ নহয় দূৰ
পথিক! মুক্তি নহয় দূৰ।"

মুক্তিকামী ভাৰতীয় জাতিৰ আধ্যাত্মিক শক্তি জাগ্ৰত হোৱা দেখি, সকলো কলাকাৰে আত্মবিশ্বাসেৰে স্বাধীনতা লাভৰ আশ্বাস দিছে। এই আত্মপ্ৰত্যয়ৰ দ্বাৰা সাহসী নেতৃত্বৰ সৃষ্টি হৈছে।

জ্যোতিপ্ৰসাদৰ কবিতাৰ সংখ্যা তাকৰ হ'লেও; সংখ্যাত তাকৰ ভাবগধুৰ কবিতা লিখা চন্দ্ৰকুমাৰ আনন্দচন্দ্ৰৰ উপযুক্ত বংশধৰ। ৰোমান্টিক যুগৰ পাতনি মেলি চন্দ্ৰকুমাৰ আদিয়ে কৰ্ম-জ্ঞান-ভক্তিৰ যি আদৰ্শ প্ৰতিষ্ঠা কৰিলে, জ্যোতিৰ প্ৰতিটো কবিতাই পিতৃ পুৰুষৰ মানৱতাৰ সেই আদৰ্শ প্ৰতিধ্বনিত কৰিছে।

চন্দ্ৰকুমাৰে কলে—

"মোৰেই মুখেদি মানৱ প্ৰাণৰ
ফুটক আকুল মাত,
মোৰ চিন্তাতেই গুঢ় ৰহস্যৰ,
সত্য হক প্ৰতিভাত।"

—বীণ বৰাগী

জ্যোতিপ্ৰসাদে কৈছে—

"সত্যৰ আশ্ৰয় থাপি
গোটেই জীৱন ব্যাপি
বিশ্বৰ সেৱক ;
হওঁ যেন প্ৰভু মই
নিষ্কামী সাধক।"

—সাধক—

কৰ্মযোগী পুৰুষৰ দৃঢ়তা আৰু জ্ঞান বৈৰাগ্যৰ বলত চিত্তৰ বিভ্ৰম দূৰ কৰি 'সাধক' ৰূপে জীৱন যুদ্ধত অৱতীৰ্ণ হোৱা কলাকাৰে যেতিয়া কলাৰ যোগেদি পৰম ব্ৰহ্মৰ উপাসনা আৰু 'মানৱ দেৱতা'ৰ পূজা কৰে, তেতিয়া 'সাধক'ৰ সিদ্ধিলাভ অনিবাৰ্য্য। এই বিষয় নিস্পৃহ সেৱাৰ আদৰ্শ আনন্দচন্দ্ৰ আগৰৱালাৰ 'সুখ' কবিতাৰো প্ৰভাৱ।

চন্দ্ৰকুমাৰ-আনন্দচন্দ্ৰই বিশ্বসংস্কৃতিৰ সাধনা কৰি বিশ্ব মানৱৰ প্ৰাণৰ বেদনা ধ্বনিত কৰিলেও ; ঐতিহাসিক, পৌৰাণিক, লৌকিক, অতি লৌকিক, জাগতিক জ্ঞানৰাজিৰপৰা লাভ কৰা সংশ্লেষাত্মক দৃষ্টিভঙ্গী তথা কলা-কৌশল সম্যকৃৰূপে আয়ত্ব কৰিব পৰা নাই ; কিন্তু জ্যোতিপ্ৰসাদৰ 'শিল্পী' কবিতা সংশ্লেষাত্মক জ্ঞান-সম্ভূত।

জ্যোতিপ্ৰসাদে ৰাজনৈতিক, অৰ্থ নৈতিক আৰু সাংস্কৃতিক আদৰ্শৰ অৱতাৰণা কৰি কৈছে—

"মই শিল্পী, ময়ে ব্যক্তি,
সমষ্টিত মই

ব্যক্তিত্বৰ সীমান্ত ভাঙি
ব্যাপি বহু ব্যক্তিক-সমন্বিত
'সমষ্টিৰে প্ৰগতিৰে সুতীক্ষ্ণ বৰ্ষামুখ হৈ
আন্ধাৰৰ বক্ষ ভেদি
লৈ যাওঁ জনতাক পোহৰলৈ।"

—শিল্পী—

কমিউনিষ্ট শাসনে ব্যক্তিক সমষ্টিত বিলুপ্ত কৰিব খোজে ; কিন্তু গণতান্ত্ৰিক-অধ্যাত্মবাদী কলাকাৰে ব্যক্তি আৰু সমাজ জীৱন উভয়কে নিৰাময় হোৱাৰ উপায় বিধান কৰে। সেয়ে দেখা যায় ভাৰতীয় দাৰ্শনিক চিন্তাধাৰাত জড়বাদী চিন্তাৰ কবলৰপৰা মুক্ত হোৱাৰ আৰু শোষণহীন সমাজ প্ৰতিষ্ঠাৰ প্ৰেৰণা যোগাব পৰা শক্তি আছে।

বিশ্ব সংস্কৃতিৰ সাধক জ্যোতিপ্ৰসাদে বৈষ্ণৱ সাহিত্যৰ 'কাণখোৱা' কাব্যৰ স্মৃতি লৈ ; বৰদেউতাকৰ 'বনকুঁৱৰী' আৰু 'জলকুঁৱৰী' কবিতাৰ অতিলৌকিক জগতখনত প্ৰৱেশ কৰি ; আধুনিক ধৰণে সজোৱা বৈঠকখানাত মাকৰ লগত ধেমালি কৰি ; 'কুম্পুৰ সপোন' 'ভূত-পোৱালি' কবিতা ৰচনা কৰিছে।

আত্মকেন্দ্ৰিক কলাকাৰসকলৰ অৱসাদ ব্যাধিয়ে আগৰৱালা পৰিয়ালৰ কাব্য সাধনা স্পৰ্শ কৰা নাই ; এওঁলোকৰ সুস্থ সবল জাতীয়তাবাদী আৰু মানৱতাবাদী ধৰ্মই যি প্ৰগতিৰ পথ ৰচনা কৰিলে ; এই আদৰ্শ সামগ্ৰিকভাৱে কোনো কলাকাৰে গ্ৰহণ কৰা নাই। ভাৰতীয় শ্ৰব্য কাব্যই দৃশ্য কাব্যৰ মাজেদি গতি কৰাৰ দৰে ; আগৰৱালা পৰিয়ালৰ সংস্কৃতি সাধনাই কাব্য-নাট্য-সঙ্গীতৰ মাজেদি গতি কৰিছে।

বহুমুখী প্ৰতিভাসম্পন্ন ৰূপৰ পূজাৰী জ্যোতিপ্ৰসাদে 'আজিৰ কবিতা' ৰচনা কৰি 'সাম্য-মৈত্ৰী'ৰ বাণী শুনাবৰ প্ৰয়াস কৰিছে। কিন্তু পৰম্পৰাক্ৰমে চলা ৰোমাণ্টিক কবিতাৰ মাজেদি জ্যোতিপ্ৰসাদে যিদৰে আত্মপ্ৰকাশ কৰিছে ; 'আজিৰ কবিতা' ক্ষিপ্ৰবেগে গতি কৰিলেও ; কবিৰ চিত্ত বিগলিত ঐকান্তিকতা প্ৰকাশ পোৱা নাই।

**গণেশচন্দ্ৰ গগৈ ঃ**

প্ৰাক্ স্বাধীনতা কালৰ আহোম ৰাজবংশৰ সুমলীয়া কলাকাৰ, প্ৰেম সৌন্দৰ্য্যৰ সাধক গণেশচন্দ্ৰ গগৈয়ে যি দাৰ্শনিক তত্ত্ব আৰু সূক্ষ্ম অনুভূতিৰ পৰিচয় দিছে, আহোম কলাকাৰ পদ্মনাথ গোহাঞি বৰুৱা আৰু হিতেশ্বৰ বৰবৰুৱাৰ কাব্যত এই লক্ষণসমূহ স্পষ্টভাৱে প্ৰকাশ পোৱা নাই।

আহোমৰ ৰাজত্বত উচ্চ-মৰ্য্যাদা লাভ নকৰা অসমীয়া নাৰীয়ে আহোম কলাকাৰসকলৰ যোগেদি বৃটিশ ৰাজত্বতহে উচ্চ স্থান পালে। কাব্য-নাট্যকাৰ গগৈৰ সৌন্দৰ্য্য সাধনা আৰু শক্তি সাধনাৰ স্পষ্ট অনুভূতি থকা বাবেহে কাব্য আৰু নাটৰ মাজেদি সমানে আত্মপ্ৰকাশ কৰিব পাৰিছে। সুগভীৰ জীৱনবোধ নাথাকিলে কাব্য সাধনা হ'ব পাৰে; কিন্তু সংঘাতময় জীৱনৰূপ নাটকত আঁকিব লাগিলে কলাকাৰৰ সুস্থ জীৱনবোধ থাকিব লাগিব।

সেয়ে দেখা যায়, আহোম ৰাজবংশৰ লোক প্ৰেমিক হ'লেও; প্ৰেমৰ সাধনাত অৱসাদ ব্যাধিত আক্ৰান্ত হোৱা নাই। বৰং প্ৰেম-সৌন্দৰ্য্যৰ গভীৰ উপলব্ধিয়ে জীৱনক মহীয়ান কৰি তোলা বাবে; সক্ৰিয়ভাৱে সমাজ জীৱনত জড়িত হৈ ৰাষ্ট্ৰীয় চেতনা জাগ্ৰত কৰাৰ চেষ্টা কৰিছিল। ব্যৰ্থ-প্ৰেমিক ৰঘুনাথ চৌধাৰীৰ 'ফুল শয্যা'ৰ বিকৃত ৰুচি গগৈৰ কবিতাত নাই। গগৈ ক্ষত্ৰিয়। ক্ষত্ৰিয়ই নাৰীৰ প্ৰেমতকৈ জীৱন সংগ্ৰামতহে গুৰুত্ব দিয়ে।

শৈলধৰ ৰাজখোৱাই মৃত্যুমুখী ক্ষত্ৰিয় বীৰক তেওঁৰ মানস কন্যাৰ প্ৰেম নিবেদন কৰিছে; কিন্তু বাস্তৱ জীৱনৰ গভীৰ উপলব্ধিৰ মাজতে প্ৰেমিকাৰ 'ৰূপ-জ্যোতি'য়ে ক্ষত্ৰিয় সন্তান গগৈৰ কৰ্মশক্তি জাগ্ৰত কৰি বৈৰাগ্যৰ মাজলৈ নিছে। সেয়ে জীৱন উপভোগ।

নাৰীক ফুলৰ লগত বিজাই সৌন্দৰ্য্য উপলব্ধি কৰি 'ৰূপ জ্যোতি' দৰ্শন কৰিলে হয়, কিন্তু 'ৰূপ-জ্যোতি'য়ে অলীক 'স্বপ্নভঙ্গ' কৰি দিয়াত, কলাকাৰ গগৈয়ে জীৱনৰ তত্ত্ব বুজি ললে। সেয়ে কাব্যৰ মাজৰপৰা

আহি নাট্য জগতত প্ৰৱেশ কৰিলে ; অম্বিকাগিৰীক নাৰীৰ প্ৰেমে দৃঢ়তা আৰু কৰ্মশক্তি দিয়াৰ দৰে ; গগৈয়েও নাৰীৰ প্ৰেমৰ মাজেদি ৰূপৰ গৰাকীক চিনি পালে। সেয়ে জীৱনৰ লক্ষ্য পোনাই লৈ, সুগভীৰ প্ৰেমৰ মাজেদি সংস্কৃতিৰ বিভিন্ন দিশত ধাবমান হৈ, কম বয়সতে অসমীয়া সাহিত্য জগতত ৰেকৰ্ড প্ৰতিষ্ঠা কৰিলে।

কোনো কোনো সমালোচকে গগৈৰ চিন্তাধাৰা যতীন্দ্ৰনাথ দুৱৰাৰ লগত বিজাব খোজে ; কিন্তু গগৈৰ বহুমুখী চিন্তা, উপলব্ধি আৰু ঐতিহাসিক জীৱন অধ্যয়নৰপৰা লাভ কৰা সুস্থ সবল জীৱনবোধ দুৱৰাৰ কাব্যত নাই। গগৈয়ে জীৱনৰ নিঃসঙ্গতা আঁতৰাই বিষাদমুক্ত হৈছে, সমাজ জীৱনৰপৰা বিৰাট অভিজ্ঞতা লাভ কৰি বিভিন্ন পৰ্য্যায়ৰ অভিজ্ঞতা নাটকত ৰূপ দিছে গণেশচন্দ্ৰ গগৈৰ 'আমাৰ দেশ', মানৱ পূজা', 'আশীৰ্বাদ', 'প্ৰতীক্ষা' আদি কবিতাসমূহৰ মাজেদি যি মানৱতাবোধ আৰু ব্যক্তিগত জীৱনৰ বিষাদ পাহৰি সমাজ জীৱনৰ লগত একাত্মবোধ উপলব্ধি কৰা ক্ষমতা আছে ; সেই শক্তিয়েই নাৰীৰ প্ৰেমৰ মাজেদি সৌন্দৰ্য্যৰাজিৰে পৰিপূৰ্ণ ভাব-লোকলৈ কবিক লৈ গৈছে।

ৰোমাণ্টিক যুগৰ প্ৰায়বোৰ কবিয়ে নাটক ৰচনা কৰিছে। প্ৰকৃততে সুস্থ সবল প্ৰগতিবাদী কলাকাৰৰ সাহিত্যিক প্ৰতিভাৰ দুটা দিশ। কাব্যধৰ্মী আৰু নাট্যধৰ্মী। এই দুটা দিশ কোনো কোনো কলাকাৰৰ সমানে বিকশিত হয় ; আৰু কাৰো কাৰো নহয়। দুৱৰা-চৌধাৰীয়ে সুদীৰ্ঘকাল কাব্য সাধনাত প্ৰবৃত্ত হৈ থকা সত্বেও গগৈৰ দৰে ব্যৰ্থ প্ৰেমৰ অৱসাদমুক্ত হ'ব নোৱৰা বাবে কাব্য প্ৰতিভা নাটকৰ মাজেদি বিকশিত হ'ল। নাটকৰ চৰিত্ৰ সৃষ্টিত দক্ষতা আৰু সামগ্ৰিক জীৱনবোধজনিত ভাবাবেগৰ গাম্ভীৰ্য্য, সুস্থ সবল সংলাপৰ মূলত হৈছে কলাকাৰৰ গভীৰ আত্মতৃপ্তি আৰু আত্ম-বিশ্বাস। ৰাজবংশৰ প্ৰেমিক কলাকাৰ গগৈৰ এই শক্তি থকা বাবেই অসমীয়া সাহিত্যৰ ব্যৰ্থ প্ৰেমিকসকলৰ লগত গগৈৰ জীৱন দৰ্শনৰ প্ৰভেদ।

**দেৱকান্ত বৰুৱা :**

দেৱকান্ত বৰুৱাৰ 'সাগৰ দেখিছা' কাব্যখনৰ কবিতাসমূহৰ মাজেদি কবিৰ সুদীৰ্ঘ কালৰ কাব্য সাধনাৰ পৰিচয় আছে। কবিৰ নিজৰ ভাষাৰে কোৱা মতে "এই কবিতাসমূহ ৰচিত হৈছিল যোৱা তৃতীয় দশকত আৰু প্ৰায়বিলাকেই আৱাহনত প্ৰকাশ হৈছিল।" তৃতীয় সংস্কৰণৰ প্ৰকাশকে কোৱামতে 'কবিৰ নিৰ্দেশক্ৰমে দ্বিতীয় সংস্কৰণত নথকা চাৰিটা কবিতা এই সংস্কৰণত সংযোজন হিচাবে দিয়া হৈছে।' এই সংযোজিত কবিতাকেইটাৰ ৰচনাকাল যোৱা পঞ্চম দশকৰ শেষ আৰু বৰ্তমান ষষ্ঠ দশকৰ মাজ ভাগ।

কবিৰ নিজৰ উক্তি আৰু প্ৰকাশকৰ উক্তিৰে বিচাৰ কৰিলে 'সাগৰ দেখিছা' কাব্যৰ কবিৰ যৌৱন কালৰপৰা 'বাৰ্দ্ধক্য জড়িত কণ্ঠ নিসৃত' বেদনাৰাশি 'সাগৰ দেখিছা' কাব্যৰ বুকুত নিহিত হৈ আছে। সমগ্ৰ কাব্যখনৰ মাজেদি কবিৰ আত্মপ্ৰকাশৰ স্বৰূপ আৰু আধ্যাত্মিক জগতৰপৰা লাভ কৰা জ্ঞানৰাজিৰ সামগ্ৰিক ৰূপ বিচাৰ কৰিলে ; যৌৱনৰপৰা বাৰ্দ্ধক্যলৈ কেৱল তিল তিলকৈ অমৰ আত্মা ক্ষয় কৰি, সাগৰৰ গৰ্ভৰপৰা বাহিৰ হোৱা বিষ কন্যাৰ ওচৰত আত্মবিলাপে কৰাহে দেখা যায়।

দেৱকান্ত বৰুৱাই অসমীয়া সাহিত্যৰ প্ৰচলিত ৰোমাণ্টিক কাব্যকলা নাইবা বৈষ্ণৱ কাব্য-কলাৰ প্ৰতি দৃষ্টিপাত কৰা নাই। বিংশ শতিকাৰ তৃতীয় দশকত যি চিন্তাধাৰাই ৰোমাণ্টিক কাব্য স্পৰ্শ কৰিছিল ; নাইবা বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, জ্যোতিপ্ৰসাদ আগৰৱালা আদিয়ে যি স্পষ্ট জীৱনবোধ লৈ কৰ্ম-জ্ঞান-ভক্তিৰ আদৰ্শৰ দ্বাৰা জাতীয় জীৱনক উদ্বুদ্ধ কৰিব পাৰিছে ; দেৱকান্ত বৰুৱাই সেইদৰে সুসংবদ্ধ প্ৰগতিবাদী চিন্তাৰে জাতিক অনুপ্ৰাণিত কৰিব পৰা নাই।

প্ৰেম-সৌন্দৰ্য্যৰ সাধক কবি বৰুৱাই কেৱল 'তৰুণ হিয়াৰ' আৰু 'বিফল যৌৱনা' গাভৰুৰ বাবেই কাব্য ৰচনা কৰিলে। দেৱকান্ত বৰুৱাই যিসকল পাঠকৰ প্ৰতি উদ্দেশ্য কৰি 'কবিৰ কামনা' কবিতাত মনোভাব ব্যক্ত কৰিছে ; সেই যুৱক-যুৱতীসকলে সদায় বিফল যৌৱনক

খিয়াই বৰুৱাৰ দৰে কোনোবা 'বিষ কন্যাৰ' ওচৰত হলাহল পান কৰিব লাগিব।

বৰুৱাই 'প্ৰগতি' কবিতাত মানৱ জীৱনৰ কৰ্মশক্তি আৰু সাধনাৰ কথা কৈছে যদিও ; 'বিফল যৌৱনা গাভৰুৱে' আৰু 'দুৰ্বল মানুহে' জানো প্ৰগতিৰ পথ লব পাৰে ? 'তন্দ্ৰালসা গাভৰুৱে' কলওৰ পাৰত বহি চকুলো টুকিব পাৰে ; নিজকে 'উৰ্বশী' সাজিব পাৰে, যৌৱন বনত উন্মাদ হ'ব পাৰে ; কিন্তু যৌৱনৰ প্ৰেম সৌন্দৰ্য্যৰ সাধনাক শক্তি সাধনাত প্ৰয়োগ কৰিব লাগিলে কৰ্তব্যৰ আহ্বানত 'মনোৰমাক' ত্যাগ কৰিবৰ বাবে ডেকাৰ মানসিক প্ৰস্তুতি থাকিব লাগিব, নহ'লে 'অন্তহীন বিফল বাটৰ সপোন দেখি' 'সত্যকো ছলনাময়ী' বুলি অৱসাদ ব্যাধিত আক্ৰান্ত হ'ব লাগিব।

যতীন্দ্ৰনাথ দুৱৰাই 'এই বাটে নাহিবা দুনাই' বুলি নিজৰ অভিজ্ঞতাৰে অসমীয়া যুৱক-যুৱতীক সাৱধানী বাণী শুনাইছে ; কিন্তু বাৰ্দ্ধক্যত ভৰি দিয়া কবি বৰুৱাই অসমীয়া যুৱক যুৱতীক সাগৰপৰা বাহিৰ হোৱা 'মনোৰমা-বিষকন্যা'ৰ ওচৰত আত্মহত্যা কৰিবলৈ অনুপ্ৰাণিত কৰিছে।

হাতৰ কেঞা আঙুলি কাটি দিয়া অম্বিকাগিৰীয়ে আশীৰ দেওনা পাৰ হৈও ক্লান্ত নহ'ল ; নাইবা এবাৰ হৃদয়ত স্থান দিয়া নাৰীক 'কাল নাগিনী' 'বিষ-কন্যা' আখ্যা নিদিলে। ইয়াৰ কাৰণ অম্বিকাগিৰীয়ে নাৰীৰ প্ৰেমৰ যোগেদি শক্তি লাভ কৰি সংসাৰ সাগৰ পাৰ হ'বলৈ শক্তি লাভ কৰিছিল। কিন্তু দেৱ বৰুৱাই নাৰীৰ জীৱনক শ্ৰদ্ধা নেদেখুৱা বাবে সংসাৰ সমুদ্ৰত মোহিনীৰ হাতৰ বিষ-কুম্ভৰ বিষ পান কৰিলে। সাগৰৰ সিপাৰলৈ যাবৰ বাবে নাৰী শক্তিক শ্ৰদ্ধাৰে উপাসনা কৰাহেঁতেন বৰুৱাই শেৱালী কবিৰ দৰে দাম্পত্য জীৱনৰ শ্ৰেষ্ঠত্ব দেখুৱালেহেঁতেন। বৰুৱাৰ দৃষ্টিত নাৰী দুখ-সুখৰ লগৰী নহয় ; বৰুৱাই নাৰী জীৱনৰ মূল্য নুবুজা বাবে নাৰীয়ে ছলনাময়ী ৰূপে দেখা দিলে। বৰুৱাই নাৰীৰ শাৰীৰিক ৰূপহে দেখিছে ; কিন্তু নাৰী হৃদয়ৰ গভীৰতা দেখা নাই।

এই যুগৰ বৰেণ্য কলাকাৰ আনন্দচন্দ্ৰ আগৰৱালাই 'বলম'ৰ পাৰত কবিত্ব শক্তি লাভ কৰাৰ লগতে বিৰাট সামাজিক প্ৰেৰণাৰ মাজেদি আধ্যাত্মিকতাৰ উচ্চতম স্থানত উপনীত হৈ প্ৰগতিবাদী কলাকাৰ ৰূপে নগৰ-গাঁৱৰ উজ্জ্বল ছবি আঁকি জাতীয় জীৱনৰ সৌধ নিৰ্মাণ কৰিছে।

কিন্তু কলঙৰ পাৰত বহি দেৱকান্ত বৰুৱাই উপলব্ধি কৰিছে—

"আমাক পাহৰি যাব অনাগত ভবিষ্যই,
মানুহৰ মিছা ইতিহাসে।"

আকৌ বৰুৱাই কৈছে—

"আহিব নতুন কবি কলঙৰ পাৰত বহি
যৌৱনৰ আৰতি শুনাব।"

সঁচাকৈয়ে যদি কোনোবা ব্যৰ্থকাম কলাকাৰে অসমৰ ডেকাগাভৰুক বিফল যৌৱনৰ কথা শুনাবলৈ আহে তেন্তে তেওঁক মানুহে পাহৰিব। জাতীয় জীৱনৰ শ্ৰীবৃদ্ধিৰ কাৰণে এনে কলাৰ সাধনা শক্তিবিহীন।

দেৱ বৰুৱাৰ কামনা বিজড়িত কলাৰ সাধনাৰ সমুচিত প্ৰত্যুত্তৰ অম্বিকাগিৰীৰ 'তাণ্ডৱী নৃত্য'। অম্বিকাগিৰীয়ে কৈছে—

"দুৰ্মদ যত অনীতি আচৰি তুলিকা বুলাই
দেখুৱায় মহাকবি,
ভিতৰত পুহি দুষ্ট পিশাচ বাহিৰত আঁকে
মোহিনী কলাৰ ছবি।"
—মই বিপ্লৱী মই তাণ্ডৱী,—

দেৱ বৰুৱাই ৰঘুনাথ চৌধাৰীক উদ্দেশ্য কৰি কৈছে—

"গোলাপৰ পৰশত বিচাৰোঁ৷ প্ৰিয়াৰ স্পৰ্শ."

'গছ. লতা, ফুল, বায়ু অচলা প্ৰকৃতি, 'কিদৰে বুজিব তোমাৰ বুকুৰ ব্যথা' দেৱ বৰুৱাৰ এই সমালোচনাৰ প্ৰত্যুত্তৰ হৈছে—লক্ষ্মীনাথ বেজবৰুৱাৰ 'চালনী আৰু বেজী' কবিতা। চালনীয়ে বেজীক সমালোচনা কৰাৰ দৰে; আৰব দেশ বিচাৰি ইছলাম সংস্কৃতিৰ

সমল 'গোলাপ'ক অসমীয়া কাব্য জগতলৈ অনা কবিক কলঙপৰীয়া কবিয়ে সমালোচনা কৰিছে বিষাদ ভৰা বুকু লৈ।

বেজবৰুৱাই 'চালনী আৰু বেজী' কবিতাত সেয়ে কৈছে—

"গোঁফ-ঠুটীয়া ডেকা ল'ৰাই প্ৰেম কবিতা লিখি
ভব্য গব্য কৰি হলোঁ। ভাবি থকা দেখি
কাৰনো বাৰু হাঁহি নুঠে কাৰনো নুঠে খং।"

দেৱ বৰুৱাই তেওঁৰ পূৰ্বৰ কলাকাৰসকলৰ কবিতা অধ্যয়ন কৰা নাই; নাইবা কৰিলেও 'বিষ কন্যাক' কোৱাৰ দৰে ভাবিছে—

"নিন্দা-খ্যাতি জয়-পৰাজয়
অসত্য সকলো।"

যিজন কলাকাৰে সামাজিক মৰ্য্যাদাবোধশূন্য ভাব সমাজত প্ৰচাৰ কৰিব খোজে, সেইজন কবিৰ 'লাচিত বৰফুকন' কবিতাত অসমীয়া জাতিক গাধৰ পাল বুলি তিৰস্কাৰ কৰাৰ যোগ্যতা নাই। বিক্ষিপ্ত চিন্তা আৰু ব্যৰ্থতাৰ চকুলোত উটিবুৰি ফুৰা কবিয়ে 'মোৰ দেশ মানুহৰ দেশ' বুলি বাৰ্দ্ধক্যত স্বদেশৰ প্ৰতি অনুৰাগ প্ৰদৰ্শন কৰিলেও, স্বাধীনতা সংগ্ৰামৰ প্ৰবল ঢৌৱে নাৰীৰ দৈহিক ৰূপত কাতৰ কবিৰ হৃদয় স্পৰ্শ নকৰিলে।

দেৱ বৰুৱাই 'দেৱদাসী' কবিতাত সামাজিক অন্যায়ৰ বিৰুদ্ধে মাত মাতিছে; মানুহৰ শক্তিৰ কথাও কৈছে সচা; কিন্তু কাব্যই এটা জাতিৰ আত্মাৰ ক্ষুধা দূৰ কৰি গতিশীল সাংস্কৃতিক জীৱনাদৰ্শৰ ৰূপ দিব লাগিলে কাব্যৰপৰা প্ৰকৃতিৰ ৰাক্ষসী আৰু আসুৰিক ৰূপ দূৰ কৰিব লাগিব। তাৰ কাৰণে প্ৰথমতে কলাকাৰে নিজৰ আত্মশুদ্ধি কৰিব লাগিব। দৈৱী প্ৰকৃতি আশ্ৰিত কলাকাৰেহে জাতিৰ নাড়ী-নক্ষত্ৰ চিনি, জাতীয় ব্যাধি দূৰ কৰিবৰ বাবে ঔষধ প্ৰয়োগ কৰিব পাৰে। ৰুগীয়া চিকিৎসকে প্ৰকৃত চিকিৎসা কৰিব নোৱাৰে।

দেৱকান্ত বৰুৱাৰ কল্পনা আৰু সৌন্দৰ্য্য স্পৃহাৰ ব্যাপকতা আছে; কিন্তু ঐতিহাসিক জগত নাইবা জনসাধাৰণৰ লগত নিবিড় সম্বন্ধ নথকা

বাবে আৰু ভাৰতীয় দৰ্শনৰ লগত গভীৰ পৰিচয় নথকা বাবে অসমীয়া যুৱক-যুৱতীক সত্য, জ্ঞান, তপস্যা, শান্তি, ধৈৰ্য্য আদি দৈৱী সম্পদসমূহ আয়ত্ব কৰাৰ বাবে প্ৰেৰণা যোগাব পৰা নাই। পাশ্চাত্য কাব্যৰ অনুশীলন কৰি, 'পুৰণি পৃথিৱী নকৈ চাই লৈ' 'মোৰেই মুখেদি সত্য হক প্ৰতিভাত' বুলি দৃঢ় প্ৰতিজ্ঞ হৈ. অসমীয়া যুৱকক আশ্বাস দি 'কিহব শঙ্কা কিহৰ ভয়' বুলি উৎসাহ-বাণী শুনাব পৰাহেঁতেন 'দুৱাৰ মুকলি কৰি' অন্তহীন বিফল বাটৰ সপোন দেখিব নালাগিলহেঁতেন। মুঠতে অৱসাদ ৰোগাক্ৰান্ত আত্মম্ভৰিতাপূৰ্ণ কলাকাৰে জাতীয় চৈতন্য জাগ্ৰত কৰিব নোৱাৰে। প্ৰকৃত কলাকাৰে নিজকে 'ধূলিকণা মই' বুলি ভাবিহে সহৃদয় পাঠকৰ অন্তৰ স্পৰ্শ কৰে।

**দণ্ডীনাথ কলিতা :**

কাব্যকাৰ দণ্ডীনাথ কলিতাই ৰোমাণ্টিক যুগত সুস্পষ্ট জীৱনবোধ লৈ, সামাজিক আদৰ্শ আৰু ভাৰতীয় সংস্কৃতিৰ পৰম্পৰা অধ্যয়ন কৰি 'সৌন্দৰ্য্যৰ ৰাণী'ৰ ৰূপ হৃদয়ত ধ্যান কৰি, কাব্য সাধনাত প্ৰবৃত্ত হৈ গহীন-গম্ভীৰ ভাবৰপৰা আঁতৰি আহি ব্যঙ্গাত্মক হাস্য ৰসৰ মাজেদি জাতীয় জীৱন গঢ়াৰ চেষ্টা কৰিছে। 'সৌন্দৰ্য্যৰ ৰাণী'ৰ ৰূপে চিত্তৰ প্ৰশান্তি আনি দিয়াত ক্ৰমশঃ কলিতাই দৃঢ়চিত্তে বিশ্বৰ সমস্যাসমূহৰ মাজত প্ৰৱেশ কৰিছে।

সেয়ে 'জোন আৰু সাগৰৰ' সুগভীৰ প্ৰেমৰ মাজেদি 'আকৰ্ষণ' কবিতাত কলাকাৰ কলিতাই উপলব্ধি কৰিলে যে, জগতৰ বুকুৰপৰা অন্যায়, অধৰ্ম আঁতৰি যাব আৰু জগতত পূৰ্ণ শান্তি বিৰাজ কৰিব। বিশ্বৰ বুকুত পূৰ্ণ শান্তি প্ৰতিষ্ঠা কৰাৰ মানসে কবিয়ে গহীনভাৱে আৰু হাঁহি মুখেৰে নিজৰ প্ৰগতিবাদী চিন্তাৰ ৰূপ দিছে।

বৈদিক সংস্কৃতিৰ সাধক কলিতাই জগতৰপৰা অন্যায় অধৰ্ম আঁতৰাই সত্য প্ৰতিষ্ঠাৰ বাবে ব্ৰাহ্মণসকলক আহ্বান কৰিছে। 'ব্ৰাহ্মণ' কবিতাত কলিতাই সশ্ৰদ্ধভাৱে ব্ৰাহ্মণসকলক ত্যাগ আৰু সত্যৰ আদৰ্শ

প্ৰতিষ্ঠাৰ বাবে আহ্বান জনাই বৈদিক সনাতন ধৰ্মৰ অভ্যুত্থান বিচাৰিছে। কলিতাৰ বিশ্বাস—আধুনিক যুগতো ভাৰত তথা বিশ্বত সত্য যুগ প্ৰতিষ্ঠা হ'ব লাগিলে, ভাৰতৰ ব্ৰাহ্মণসকল পুনঃ জাগ্ৰত হ'ব লাগিব। 'ব্ৰাহ্মণ' কবিতাত সংশ্লেষাত্মক চিন্তাধাৰাৰ পূৰ্ণ প্ৰকাশ আছে।

আধ্যাত্মিক শক্তিসম্পন্ন প্ৰগতিবাদী কলাকাৰে সমাজ জীৱনৰ বিভিন্ন সমস্যা আৰু মানৱাত্মাৰ মুক্তি দিশৰ প্ৰতি সদা সচেতন। সেয়ে ভাৰতীয় সংস্কৃতিৰ অনুশীলনৰ মাজেদি গঢ় লোৱা কলিতাৰ আত্মাই ক্ৰমশঃ হাস্যৰসৰ মাজেদি বিকাশ লাভ কৰে। কলাকাৰ কলিতাই সহানুভূতিশীল দৃষ্টি-ভঙ্গীৰে সমাজৰ সমস্যাসমূহ বিশ্লেষণ কৰি সমাজ জীৱন নিৰাময় কৰিবৰ বাবে প্ৰাক্ স্বাধীনতাৰ কালত প্ৰধানকৈ হাস্যৰসৰ মাজেদি কাব্য অনুশীলন কৰে। 'ৰহঘৰা' ( ১৯১৬ ), 'ৰগৰ' ( ১৯২২ ), 'বহুৰূপী' ( ১৯২৬ ) আদি হাস্যৰসাত্মক কাব্যপ্ৰবাহ সৃষ্টি কৰি কলিতাই বেজবৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা, হিতেশ্বৰ বৰবৰুৱা আদি হাস্য-ৰসিক কাব্যকাৰসকলে প্ৰৱৰ্তন কৰা আদৰ্শ অব্যাহত ৰাখিছে।

স্বাধীনতা প্ৰেমী কলাকাৰ কলিতাই 'ৰিফৰ্ম সুন্দৰী' কবিতাত বৃটিছ চৰকাৰৰ অনুগ্ৰহক স্বাগতম্ জনোৱা ৰাজনৈতিক নেতাসকলক ব্যঙ্গোক্তি কৰি স্পষ্টভাৱে ৰাজনৈতিক সচেতনতা প্ৰকাশ কৰিছে। সেই কালৰ জনসাধাৰণৰ যি মনোভাব এই কবিতাত ব্যক্ত হৈছে, তাৰদ্বাৰা কলাকাৰ কলিতাই প্ৰকৃততে স্বীয় মনোভাবহে প্ৰকাশ কৰিছে। মণ্টেগো-চেমচফোৰ্ড শাসন সংস্কাৰে একশ্ৰেণীৰ তথাকথিত দেশনেতাক কিদৰে বৰমানুহ বোলাব পৰা সুবিধা দিলে, তাকেই কলিতাই ব্যঙ্গ কৰিছে। প্ৰাচীন স্বয়ম্বৰ প্ৰথাৰ ৰূপত 'ৰিফৰ্ম সুন্দৰী'ক স্বয়ম্বৰ স্থলীত উলিয়াই হাস্যৰসিক কলিতাই নতুন চিন্তাধাৰা প্ৰৱৰ্তন কৰিলে।

অন্তৰত গভীৰ মানৱ-প্ৰেম সংস্কাৰপ্ৰয়াসী চিন্তা আৰু অন্তৰ্দৃষ্টিৰে কলাকাৰ কলিতাই সমাজৰ ৰক্ষণশীল লোকসকলৰ তথা ৰাষ্ট্ৰৰ প্ৰগতিৰ হেঙাৰ স্বৰূপ সঙ্কীৰ্ণ চিন্তাধাৰা দেখি আক্ষেপ কৰিছে। আধুনিক

সমাজ ব্যৱস্থাৰ উপযোগী হ'বৰ বাবে অসমীয়া সমাজ জীৱন যি মানসিক সংঘাতৰ মাজেদি অতিক্ৰম কৰিছে তাকেই কলিতাই ৰূপ দিছে।

দেশৰ বিভিন্ন দিশৰ অভিজ্ঞতা আহৰণ কৰি লৈ ৰক্ষণশীল লোকসকলৰ মানসিক সংঘাত দূৰ কৰিবৰ বাবে যি ব্যঙ্গোক্তি কৰিছে, তাৰ দ্বাৰাই কলিতাৰ সুস্পষ্ট জীৱনবোধ আৰু গতিশীল জীৱন যাত্ৰাক আদৰণি জনোৱাৰ ব্যাকুলতা প্ৰকাশ পাইছে। মুঠতে গহীনভাৱেই হওক বা হাঁহি মুখেই হওক, বেজবৰুৱা আদিৰ দৰে কলিতাই সমাজ জীৱনৰ তথা ব্যক্তি জীৱনৰ গভীৰতাত প্ৰৱেশ কৰি সুস্থ-সবল সমাজ গঢ়াৰ বাবে সচেষ্ট। জনগণক জাগ্ৰত কৰি কৰ্মজ্ঞান, ভক্তিৰ আদৰ্শত অনুপ্ৰাণিত কৰিব লাগিলে আৰু সমাজ জীৱনত স্বাধীনতাৰ ভাব জাগ্ৰত কৰিব লাগিলে, জনসাধাৰণৰ নৈৰাশ্য দূৰ কৰিব লাগিব। সেয়ে সমাজৰ তামসিক ভাব আঁতৰাই কৰ্মযোগৰ আনন্দৰ জ্যোতিৰে সমাজ জীৱন উজ্জ্বল কৰিব লাগিলে, ব্যক্তি তথা সামাজিক জীৱনৰপৰা কবিয়ে ভীতি ভাব দূৰ কৰিব লাগিব ; ইয়াৰ মূলতে হৈছে প্ৰগতিশীল সমাজৰ সামগ্ৰিক জ্ঞানলাভৰ বাবে একান্ত ইচ্ছা।

**পাৰ্বতী প্ৰসাদ বৰুৱা :**

পাৰ্বতী প্ৰসাদ বৰুৱাৰ 'সোণৰ সোলেঙ', 'সোণৰ হৰিণ' বাস্তৱেই হওক নাইবা কল্পনাই হওক, এই কথা সত্য যে মানৱে চিৰকাল দুৰ্লভ বস্তু লাভ কৰাৰ চেষ্টা কৰি আহিছে। বিশ্ব জগতত এই 'সোণৰ সোলেঙ' নাইবা 'সোণৰ হৰিণ' লাভৰ বাবে অনাদি কালৰ পৰা যি বিৰাট প্ৰচেষ্টা চলিছে, তাৰ মাজেদিহে মানৱ প্ৰগতিৰ পথত অগ্ৰসৰ হৈছে।

পাৰ্বতী প্ৰসাদ বৰুৱাই বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আদি 'ৱীণ-বৰাগী' সকলৰ আদৰ্শ সাৱোগত কৰি আধ্যাত্মিক জগত আৰু জনজীৱনৰ পৰা অভিজ্ঞতা আহৰণ কৰি লোকালোকত সত্যৰ উদ্‌ঘাটন কৰিবলৈ উদগ্ৰীৱ হৈছে। কবিয়ে ব্ৰহ্মাণ্ড ব্যাপী এটা আহ্বান

শুনিছে, যি আহ্বানে কবিক চগাৰ দৰে জ্বলন্ত অগ্নিত জপিয়াই পৰিবলৈ আকুল কৰি তুলিছে। মনৰ সংশয় দূৰ কৰি জীৱন-জগতৰ ৰহস্য সন্ধানত ব্ৰতী হোৱাই বৰাগীৰ লক্ষ্য। সাধনাত সিদ্ধি লাভ হওক বা নহওক তালৈ বৰাগীৰ ভ্ৰূক্ষেপ নাই; বৰাগীয়ে জানে সকলোৱে জীৱনত সপোন মাধুৰী উপভোগ নকৰে; কিন্তু বিৰামহীন প্ৰচেষ্টাহে মানৱৰ লক্ষ্য।

বৰুৱাই ব্যাপক অধ্যয়ন আৰু গভীৰ অভিজ্ঞতা সমৃদ্ধ চিত্তে মানৱ জীৱনৰ লক্ষ্যৰ বিষয়ে কলেও, অন্তৰাত্মাত এটা সংশয়ৰ ভাব আছে। দাৰ্শনিক গণিতজ্ঞ ওমৰে ৰাজধানীৰ মাজৰ পৰা বিষাদ মনে আঁতৰি গৈ মৰুৰ মাজতে কাব্য সাধনা কৰি পৰম শান্তি লাভ কৰাৰ দৰে, বৰুৱাৰ হৃদয়তো সত্য সাধনাৰ আকৰ্ষণ আৰু সিদ্ধি লাভৰ এটা অনিশ্চয়াত্মক দ্বন্দ্বই কৰ্মৰ প্ৰতি বৰাগীৰ উদাসীন মনোভাব সৃষ্টি কৰি কবিক কাব্যৰ মাজলৈ আনিছে। বেজবৰুৱা, চন্দ্ৰকুমাৰৰ বীণাৰ সুৰত এই দ্বন্দ্ব নাই। ৰবীন্দ্ৰ পৰৱৰ্তী বঙালী কাব্য সাহিত্যত যি বিষাদ ধ্বনিত হ'ল, সেই বিষাদেই কিছু পৰিমাণে শেষ পৰ্য্যায়ৰ অসমীয়া ৰোমান্টিক কাব্য বিষাদযুক্ত কৰিলে। যতীন্দ্ৰনাথ দুৱৰাই ওমৰৰ কাব্য সাধনা কৰি, ওমৰৰ চিন্তাৰদ্বাৰা প্ৰভাৱান্বিত হোৱাৰ দৰে বৰুৱায়ো একে চিন্তাৰ দ্বাৰা প্ৰভাৱান্বিত হৈছে।

বিজ্ঞান-দৰ্শনৰ মাজেদি সত্যান্বেষণকাৰী সকলক বৰুৱাই সংশয়মুক্ত হৈ সম্ভাষণ নজনালেও, জীবন সংগ্ৰামত ব্ৰতী হোৱা ক্ষুদ্ৰ মানৱৰ প্ৰতি বৰুৱাই সাহসী প্ৰেৰণা যোগাইছে। সেয়ে বৰুৱাই কৈছে—

"কলিজাত তোৰ আপোন হাতেই
হান যদি হুল,
তোৰ কি গতি হ'ব হায়;
দুৰ্কপলীয়া।"

—জীৱন যদি হেৰোল তোৰ—

বিশেষজ্ঞসকলে সৃষ্টি ৰহস্যৰ সন্ধান কৰে ; কিন্তু সাধাৰণ মানুহে জীয়াই থকাৰ সংগ্ৰাম কৰে। সেয়ে এই জীৱনৰ সংগ্ৰামত জয়ী হোৱাৰ একমাত্ৰ পথ ব্যক্তিৰ আত্মবিশ্বাস আৰু আত্ম সহায়। বৰুৱাই বিশেষজ্ঞ আৰু ক্ষুদ্ৰ মানৱৰ প্ৰতি সমানে লক্ষ্য কৰি জাতিৰ আধ্যাত্মিক শক্তি বিকাশত সহায় কৰিছে।

**দৈৱচন্দ্ৰ তালুকদাৰ :**

প্ৰাক্ স্বাধীনতা যুগৰ প্ৰগতিবাদী কাব্যকলা আৰু চিন্তাৰ সোঁত বিচাৰিলে দৈৱচন্দ্ৰ তালুকদাৰৰ গ্ৰাম্য জীৱন তথা লৌকিক জীৱনৰ অভিজ্ঞতাৰ পৰিচয় পোৱা যায়। তালুকদাৰে প্ৰাকৃতিক সৌন্দৰ্য্য সাধনা কৰি ক্ৰমশঃ গাঁৱলীয়া জীৱনৰ বিভিন্ন দিশত প্ৰৱেশ কৰিছে।

ৰোমান্টিক কাব্যৰ প্ৰধান আকৰ্ষণ প্ৰাকৃতিক সৌন্দৰ্য্য আৰু প্ৰেম-প্ৰীতিৰ চিত্ৰ আঁকি তালুকদাৰে মালিতাকাৰ বেজবৰুৱা, আগৰৱালা আদিৰ দৰে লৌকিক জীৱন সহানুভূতিৰে অধ্যয়ন কৰিছে। সুন্দৰ, সৌন্দৰ্য্য, সৌন্দৰ্য্য উপলব্ধি আদি বিভিন্ন বিষয়ে চন্দ্ৰকুমাৰ আগৰৱালাৰপৰা আৰম্ভ কৰি, বিভিন্ন কবিয়ে কবিতা ৰচনা কৰি সৌন্দৰ্য্য সাধনাৰ দাৰ্শনিক ভেঁটি প্ৰতিষ্ঠা কৰিছে। কবি তালুকদাৰে ব্ৰহ্মাণ্ডৰ সৌন্দৰ্য্য সাধনা কৰি 'পখিলাৰ' যোগে বিশ্ব সৌন্দৰ্য্য প্ৰকাশ পোৱা দেখিছে। ৰোমান্টিক কাব্যত 'পখিলা'ই বিভিন্নৰূপে প্ৰকাশ পাইছে। তালুকদাৰে হাজাৰ পখিলা যুগপৎ দৰ্শন কৰি সৌন্দৰ্য্যৰ মাজত বিশ্বৰূপ দেখা পাইছে। তালুকদাৰে কৈছে—

"বিৰহ মাজেৰে সৌন্দৰ্য্য ফুটালে
ৰচকী পখিলা আঁকি,
হাজাৰ পখিলা এনি তেনি উৰে
সৌন্দৰ্য্য বিলাই বাকি।"

—সৌন্দৰ্য্য—

ইংৰাজ কবি ওৱাৰ্ডচৱাৰ্থে হ্ৰদৰ পাৰত দহ হাজাৰ ডেফোডিল্ ফুল দেখি কবিতা ৰচনা কৰাৰ দৰে তালুকদাৰে হেজাৰ পখিলা দেখি কবিতা ৰচিছে।

প্ৰকৃতিৰ হাজাৰ পখিলাৰ সৌন্দৰ্য্যৰ মাজত যি কলাকাৰে বিস্ময় বিমূঢ় ভাৱে আনন্দত অভিভূত হয়, সেই কলাকাৰে বিশেষকৈ সমাজ সচেতন শিল্পীয়ে মানৱ প্ৰেমৰ সৌন্দৰ্য্য উপভোগ নকৰাকৈ নাথাকে। বাস্তৱতে প্ৰকৃতিৰ সৌন্দৰ্য্য উপাসনা কৰাৰ লগে লগে প্ৰাকৃতিক জীৱন যাপন কৰা ডেকা-গাভৰুৰ কৰ্মঠ জীৱনৰ প্ৰাণ-প্ৰাচুৰ্য্য উপলব্ধি কৰাহে প্ৰকৃত সৌন্দৰ্য্য সাধনা। তালুকদাৰৰ সৌন্দৰ্য্য সাধনা অন্তৰ্মুখী আৰু বহিৰ্মুখী ৰূপত সমানে বিকাশ পাইছে।

ইংৰাজ শাসন কালত চৰকাৰী বিষয়া একশ্ৰেণীয়ে এইদৰে লৌকিক জীৱন অধ্যয়ন কৰি কেৱল কলাৰে উন্নতি সাধন কৰা নাই; বৰং সহানুভূতিশীল দৃষ্টি-ভঙ্গীৰে জনজীৱনৰ ৰহস্য উদ্‌ঘাটন কৰি সত্যক কাব্যৰ মাজলৈ অনাৰ চেষ্টা কৰি, কলাকাৰ বিষয়াসকলে প্ৰকৃততে শাসনৰ দক্ষতা লাভ কৰিছে। চৰকাৰী কৰ্মচাৰী সকলে অৱসৰ বিনোদনৰ কাৰণে কলাৰ সাধনা কৰা বাবে মানৱীয় চিন্তাই এই শ্ৰেণীৰ বিষয়াৰ হৃদয়ত ৰূপ লৈছিল।

সেয়ে তালুকদাৰে কেৰাণী জীৱনৰ বিভিন্ন ফাইলৰ মাজতো গ্ৰাম্য জীৱনৰ চিত্ৰ দাঙি ধৰি, সংস্কৃতিৰ বিভিন্ন দিশৰ সাধনা কৰিছে। তালুকদাৰৰ কাব্যত অৱসাদ নাই। তেওঁৰ মালিতা সমূহৰ নায়ক-নায়িকাসমূহো প্ৰাণ-প্ৰাচুৰ্য্যৰে শক্তিমন্ত। সাধাৰণতে অসমীয়া কলাকাৰসকলে গ্ৰাম্য জীৱনৰ প্ৰেমৰ চিত্ৰ আঁকোতে ধাননি পথাৰ; বিহুতলী, পানী-ঘাট আৰু নৈ-বিল আদিৰ মাছমৰা দৃশ্য পটভূমি হিচাবে ব্যৱহাৰ কৰিছে। গ্ৰাম্য জীৱনৰ কৰ্মক্ষেত্ৰ মুকলি আকাশৰ তলত। সেয়ে স্বাধীনতাৰ পূৰ্ব কালৰ কাব্যকাৰসকলে জনসাধাৰণক জাগ্ৰত কৰাৰ মানসে গ্ৰাম্য জীৱনৰ প্ৰেম, বিৰহ আৰু কৰ্মময় জীৱনৰ চিত্ৰ আঁকিছে, বিভিন্ন কৰ্মস্থলীক লৈ।

তালুকদাৰে গাঁৱলীয়া জীৱনৰ সৰলতাৰ আৰু কৰ্মময় জীৱনৰ মাজেদি গাৱলীয়া ডেকা-গাভৰুৰ জীৱনৰ চিত্ৰ আঁকি; পূৰ্ব ৰোমাণ্টিক কলাকাৰ সকলে জন মানস অধ্যয়ন কৰাৰ পথ লৈছে। সেয়ে ৰোমাণ্টিক আন্দোলনৰ বিভিন্ন দিশৰ প্ৰতি তালুকদাৰৰ লক্ষ্য আছে।

**প্ৰসন্নলাল চৌধুৰী :**

১৮২৬ চনৰপৰা ১৯৪৭ চনলৈ ছয়কুৰি বছৰ কালছোৱাৰ মাজেদি যি বৈপ্লৱিক চিন্তা আৰু কৰ্মৰ প্ৰৱাহে অসমৰ জাতীয় জীৱন প্ৰভাৱান্বিত কৰিছে; তাৰ ভিতৰত বৰপেটীয়া কাব্যকাৰ আৰু নাট্যকাৰ অম্বিকাগিৰীৰ পাচতে প্ৰসন্নলাল চৌধুৰীৰ স্থান। সেয়ে চৌধুৰীক অম্বিকাগিৰীৰ উপযুক্ত অনুগামী বুলি কব পাৰি। অম্বিকাগিৰীৰ 'তুমি'ৰপৰা লাভ কৰা শক্তি মন্ত্ৰই অসমীয়া জাতিক শক্তি দিলে; চৌধুৰীৰ 'অগ্নিমন্ত্ৰ'ই শক্তি প্ৰয়োগত অগ্নিদেৱতাৰ পূজা প্ৰতিষ্ঠা কৰিলে। সেয়ে ইয়াতে বৰপেটীয়া কলাকাৰ দুগৰাকীৰ সম্মিলিত সুৰ বাজিছে।

প্ৰসন্নলাল চৌধুৰীৰ 'অভিযান' কবিতাত মুক্তি যুঁজৰ সৈনিক সকলক যি আহ্বান জনোৱা হৈছে; তাৰ মাজেদি যি দৃঢ় বিশ্বাস আৰু বীৰ ৰস প্ৰকাশ পাইছে; সেয়েই জ্যোতি প্ৰসাদৰ 'মুক্তি', নীলমণি ফুকনৰ 'স্বাধীনতা', পদ্মধৰ চলিহাৰ 'মুক্তি-শঙ্খ' আদি বিভিন্ন কবিতা-মালাৰ যোগেদি প্ৰাক্ স্বাধীনতা যুগৰ কলাকাৰ সকলৰ হৃদয়ত ধ্বনিত হোৱা বাণীসমূহত কুৰুক্ষেত্ৰ ৰণৰ বিবিধ শঙ্খ বাজিছে। এই ঐক্যই সমাজৰপৰা মৃত্যুভয় সমূলঞ্চে দূৰ কৰি; যুজাৰুসকলক আগবঢ়াই নিছিল। সেয়েই ৰোমাণ্টিক কাব্যই সমাজ জীৱন সুস্থভাৱে গঢ় দিছিল। তাতেই আন্দোলন পূৰ্ণতাপ্ৰাপ্ত হয়।

ৰামায়ণৰ যুগত ঋষি বিশ্বামিত্ৰই ৰামক জৃম্ভক অস্ত্ৰ প্ৰদান কৰিলে; ৰামচন্দ্ৰই গৰ্ভৱতী সীতাক এই অস্ত্ৰ প্ৰদান কৰি তেওঁৰ

পুত্ৰদ্বয়ক এই অস্ত্ৰৰ অধিকাৰী পাতিলে। লৱ-কুশৰ পাচত এই অস্ত্ৰজ্ঞান লুপ্ত হ'ল। সেয়ে দেখা যায় যে, সকলো প্ৰকাৰ জ্ঞান আৰু সাধনা পৰম্পৰাক্ৰমে গঢ়ি উঠে। গীতাতো 'জ্ঞান যোগ' অধ্যায়ত এই পৰম্পৰাৰ কথা কোৱা হৈছে।

পুৰুষ সিংহ অম্বিকাগিৰীয়ে যি আধ্যাত্মিক শক্তিৰ বলত সিংহৰ দৰে গৰ্জন কৰিছিল ; সেই গৰ্জনৰ ধ্বনি চৌধুৰীৰ হৃদয়ত প্ৰবেশ কৰি আগ্নেয়াস্ত্ৰলৈ ৰূপান্তৰিত হ'ল। কিন্তু চৌধুৰীৰ পৰবৰ্তী 'অগ্নিমন্ত্ৰ জপ' কৰা কোনো বৰপেটীয়া কবিয়ে এই পৰম্পৰা ৰক্ষা নকৰিলে। ইয়াৰ কাৰণ এয়ে যে প্ৰাক্ স্বাধীনতা কালত যি উদ্দেশ্যে 'অগ্নিমন্ত্ৰ' জপ কৰি ৰণ ৰচনা কৰা হৈছিল ; স্বাধীনতা লাভৰ লগে লগে সেই লক্ষ্য পূৰ্ণ হ'ল। স্বাধীনোত্তৰ যুগত ৰাজনৈতিক পৰিবেশে কলাকাৰৰ বৈপ্লৱিক প্ৰেৰণা কিছু পৰিমাণে ম্লান কৰিলে ; কোনো কোনোৱে গভীৰভাৱে হতাশ হ'ল।

কিন্তু 'অগ্নিমন্ত্ৰৰ' জপ কৰা কলাকাৰৰ হৃদয়ত অগ্নিৰ দাহিকা শক্তি নুমাই যোৱা নাই ; সেয়েহে 'শ্ৰীপঞ্চমীৰ দিনা বাণী বন্দনাৰ ধ্বনিত বৈদিক সংস্কৃতিৰ আৰু আটৰ জ্ঞান-বিজ্ঞানৰ জ্যোতিৰ পৰশ 'অগ্নিমন্ত্ৰ' জপকাৰীৰ হৃদয়ত ধ্বনিত হৈছে। সেই ধ্বনিয়ে অসমৰ কাব্যবেদীত বাণীক আৰতি দিছে। কলাকাৰ চৌধুৰীয়ে অতীত-বৰ্তমান-ভবিষ্যতৰ যোগসূত্ৰ ৰক্ষা কৰিছে জ্ঞানৰ দেৱীক শক্তি মন্ত্ৰেৰে অৰ্চ্চনা কৰি। বৰপেটাৰ দাস্যভক্তিৰ ধ্বনিয়ে চৌধুৰীৰ অন্তৰাত্মাত যি শক্তি জাগ্ৰত কৰিলে সেই শক্তিয়ে প্ৰতিক্ৰিয়াশীল শক্তিৰ বিৰুদ্ধে যুঁজিবলৈ চৌধুৰীক প্ৰেৰণা যোগালে। সমাজৰ সৰ্বজনৰ হিতাৰ্থে তথা সৰ্বহাৰাক দেৱতাৰ আসনত বহুৱাই বাণী অৰ্চ্চনাৰ যোগেদি ভাৰতৰ লুপ্ত ঐতিহ্য পুনঃ সংস্থাপন কৰিছে। 'শ্ৰীপঞ্চমী' উৎসৱ পালনৰ উদ্দেশ্যে ঐতিহাসিক, দাৰ্শনিক আৰু সাংস্কৃতিক দৃষ্টি-ভঙ্গীৰ সমন্বয় সাধনৰ মাজেদি 'শ্ৰীপঞ্চমী' কবিতা পুষ্পাঞ্জলি শ্ৰীময়ীৰ চৰণত অৰ্পণ হৈছে।

**সূৰ্য্যকুমাৰ ভূঞা :**

সূৰ্য্যকুমাৰ ভূঞাৰ 'নিৰ্মালি' কাব্যখন প্ৰথমে ১৯১৮ চনত প্ৰকাশ পায়। দ্বিতীয় সংস্কৰণৰ 'নিৰ্মালি'ত ১৯৩৯ চনত ৰচনা কৰা কবিতা কেইটামান সংযোগ কৰা হৈছে। 'নিৰ্মালি'ৰ প্ৰথম কবিতা 'মাউৰা ল'ৰাৰ উক্তি' ৰচনা হয় ১৯০৭ চনত ; আৰু শেষ কবিতা 'যোত্ৰহীন' ৰচনা হয় ১৯৩৯ চনত। সেয়ে কবিৰ তেৰ বছৰ বয়সৰপৰা দুকুৰি পাঁচ বছৰ বয়সলৈ কাব্যিক জীৱন তথা কলাৰ সাধনাৰ যোগেদি লাভ কৰা অভিজ্ঞতাৰাজি সঞ্চিত হৈছে।

কাব্যকাৰ ভূঞাই এই সুদীৰ্ঘ কালত জীৱনৰ বিভিন্ন দিশেৰে আত্মপ্ৰকাশ কৰাৰ চেষ্টা কৰিছে। প্ৰকৃততে কবলৈ গলে সাধাৰণ জীৱনৰ প্ৰতি লক্ষ্য কৰিয়েই কাব্য সাধনা আৰম্ভ কৰে, আৰু সাধাৰণ শ্ৰেণীৰ মানুহক লক্ষ্য কৰিয়েই কাব্যখন সমাপ্তি কৰে। সেয়ে ৰোমান্টিক যুগৰ বিশিষ্ট কলাকাৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ ৰাজপথৰ ভিক্ষু দলৰ প্ৰতি কবিৰ সহানুভূতি প্ৰকাশ পাইছে।

কিন্তু জনসাধাৰণৰ জীৱনৰ গভীৰ সমস্যাসমূহ উপলব্ধি কৰি, সমাজৰ পদদলিত শ্ৰেণীটোৰ লগত একাত্মবোধ উপলব্ধি কৰাৰ বাবে যি সুগভীৰ মানৱ প্ৰেম লাগে ; ভূঞাৰ কবিতাত সেই প্ৰেমৰ অভাৱ দেখা যায়। 'মাউৰা ল'ৰাই' কবিৰ অন্তৰত তেৰ বছৰ বয়সত যেনেদৰে প্ৰতিক্ৰিয়া কৰিছে ; দুকুৰি পাঁচ বছৰ বয়সত 'যোত্ৰহীন' জীৱনৰ দৃশ্যই কবিৰ অন্তৰত একেদৰে প্ৰতিক্ৰিয়া কৰিছে। বিৰাট অধ্যয়ন নাইবা সংসাৰী জীৱনৰ অভিজ্ঞতাই কবিৰ চিত্ত বিগলিত কৰিব পৰা নাই।

সমগ্ৰ কাব্যখনৰ মাজেদি কবিৰ আত্মোপলব্ধিৰ যি বিৰাট প্ৰচেষ্টা চলিছে ; তাৰ পৰিসমাপ্তি হৈছে 'আপোন সুৰ'। সত্য-সৌন্দৰ্য্যই যেতিয়া কলাকাৰৰ শুদ্ধ হৃদয়ত আত্মপ্ৰকাশ কৰে তেতিয়াহে কলাকাৰৰ হৃদয় বীণ বাজি উঠে। কলাৰ সাধকে অন্তৰৰ সৌন্দৰ্য্যক ৰূপ দিহে পৰম শক্তি লাভ কৰে। কবি ভূঞাই 'আপোন সুৰ' তথা গভীৰ অসীমৰ উপলব্ধি আৰু বিশ্বপ্ৰেমত উদ্‌বুদ্ধ হব পৰা ক্ষমতা লাভ কৰিছে

কেৱল এই কবিতাটোত। সেয়ে কবিৰ আত্মতৃপ্তিৰ আনন্দ 'আপোন সুৰ' কবিতাত ধ্বনিত হৈছে। এই সময়ত কবিৰ বাইশ বছৰ বয়স।

ৰোমাণ্টিক কাব্যকাৰসকলৰ কবিত্ব শক্তি লাভৰ কথা বিচাৰ কৰিলে দেখা যায় যে ; কোনো কোনোৰ ক্ষেত্ৰত নাৰীৰ প্ৰেম ; কাৰো ক্ষেত্ৰত প্ৰকৃতি প্ৰীতি ; আৰু কাৰো ক্ষেত্ৰত সুগভীৰ দেশপ্ৰেম আৰু ঈশ্বৰ ভক্তিয়ে কাব্য প্ৰেৰণাৰ মূল। কোনো কোনো কবিয়ে ব্যক্তিগত জীৱনত নানান দুখ-কষ্টৰ সন্মুখীন হৈ কবিতা দেৱীৰ আশ্ৰয়ত শান্তি লাভ কৰিছে। কলাকাৰৰ আত্মসন্তুষ্টি নহ'লে নাইবা গভীৰ সংঘাতৰ মাজেদি জীৱনৰ ৰহস্য উদ্ঘাটন কৰিব নোৱাৰিলে কলাকাৰে আন্তৰিকতাৰে কলাৰ সাধনা কৰিব নোৱাৰে। ভূঞাৰ জীৱনত এই প্ৰভাৱ প্ৰতিফলন হোৱা দেখা নাযায়।

কবি ভূঞাই সোতৰ বছৰ বয়সত দিল্লী-কবিতা ৰচনা কৰিছে। 'দিল্লী' কবিতাৰ ৰচনাৰ স্থান-কাল ; কলিকতা, ২০ ডিচেম্বৰ ১৯১১ চন। জীৱনৰ পৰৱৰ্তী কালত ইতিহাস অনুশীলনৰ যোগেদি ভূঞাৰ হৃদয়ত যিদৰে স্বদেশানুৰাগে ক্ৰিয়া কৰিছে ; সোতৰ বছৰ বয়সত যুৱক ভূঞাৰ অন্তৰত সেইদৰে গভীৰ স্বদেশানুৰাগে ক্ৰিয়া কৰা নাই।

১৯১১ চনৰ ১২ ডিচেম্বৰত দিল্লী দৰবাৰ বহে। ইয়াৰ ৮ দিন পাচত ভূঞাই কলিকতাত সম্ৰাটৰ জয়গান গাই কবিতা ৰচে। ভূঞাই কৈছে—

পূব আৰু পশ্চিমৰ জ্ঞান জ্যোতিৰে
দিপলিপ দিল্লী ৰাজধানী,
আৰ্য্যৰ গৌৰব ঠাই জগতৰ হোক—
সম্ৰাটৰ আশীৰ্বাদ বাণী।'

—দিল্লী—

সোতৰ বছৰ বয়সীয়া যুৱক কবিয়ে কলিকতা মহানগৰীৰ বৈপ্লৱিক চিন্তাৰ যোগেদি উদ্বুদ্ধ হ'ব নোৱাৰিলে ; বৰং প্ৰতিক্ৰিয়াশীল শক্তিৰ লগত একীভূত হৈ বিদেশীৰ বিজয়ৰ অভিযানক আদৰণি

জনালে। সেয়ে দেখা যায় বৈপ্লৱিক আদৰ্শই ক্ৰিয়া নকৰা বাবে ভুঞাৰ কবি মানস জাগ্ৰত নহ ল ;'সেই বাবে গভীৰ উপলব্ধিও নাই।

কিন্তু ঐতিহাসিক, পৌৰাণিক, সামাজিক আৰু আধ্যাত্মিক জগতৰ পৰা অভিজ্ঞতা লাভ কৰাৰ চেষ্টা কৰিয়ে কৰিছে। সেয়ে নিচেই কম বয়সৰপৰাই পূৰ্ণ জীৱনৰ প্ৰতি লক্ষ্য ৰাখি কলাকাৰ ভুঞাই কাব্যসাধনা কৰিছে। প্ৰকৃততে গৱেষক ভুঞাৰ প্ৰতিভাৰ স্ফুৰণ হৈছে কাব্যতহে ; সেয়ে 'নিৰ্মালি' কাব্যৰ কম সংখ্যক কবিতাতহে ভুঞাই সিদ্ধি লাভ কৰিছে।

কবি ভুঞাই নাৰীৰ প্ৰেমৰ যোগেদি কবিত্ব শক্তি লাভ কৰা নাই যদিও ; নাৰীৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি, দাম্পত্য জীৱনৰ মাধুৰ্য্য প্ৰকাশ কৰি অসমীয়া সমাজ জীৱনত নাৰীক উচ্চ মৰ্য্যাদা প্ৰদান কৰিছে। সেয়ে ৰোমাণ্টিক যুগৰ আদৰ্শ ভুঞাই অনুসৰণ কৰিছে।

ভুঞাৰ কাব্যত ব্যক্তিগত জীৱনৰ হতাশাৰ ভাব নাই ; সেইদৰে আধ্যাত্মিক জীৱনৰ গভীৰ বেদনাৰ উপলব্ধিও নাই ; নাইবা সমাজ জীৱনৰ গভীৰ সংঘাতৰ চিত্ৰও নাই। গভীৰ দাৰ্শনিক তত্ত্ব নাইবা মন-প্ৰাণ চমকিত কৰা সৌন্দৰ্য্যৰ বিৰাট ৰূপ ভুঞাৰ কাব্যত নাই যদিও ; জীৱনৰ ক্ষুদ্ৰ ক্ষুদ্ৰ অভিজ্ঞতাৰ সমল ভুঞাৰ কাব্যত আছে। ভুঞাৰ 'নিৰ্মালি' কাব্যই নিজম গতিৰে নিৰুদ্বেগ জীৱনৰ সামাজিক চিত্ৰ আঁকিছে।

**অতুলচন্দ্ৰ হাজৰিকা :**

প্ৰাক্-স্বাধীনতা কালৰ বেজবৰুৱাৰ যুগৰ অতুল হাজৰিকাৰ কাব্য সাধনাৰ প্ৰগতিবাদী চিন্তাৰ বিচাৰ কৰিলে ভাৰতীয়—অসমীয়া সংস্কৃতিৰ পৌৰাণিক, ঐতিহাসিক ; আৰু .সামাজিক জীৱনৰ বিভিন্ন সমস্যাৰ খলকনি দেখা যায়। হাজৰিকাৰ সংশ্লেষাত্মক কবি মানসৰ যোগেদি যিটো সাংস্কৃতিক ৰূপ প্ৰকাশ পাইছে ; তাত সৌন্দৰ্য্য শক্তি উপাসনাৰ সমন্বয়ৰ সাধন হোৱা দেখা যায়।

সমাজ জীৱনৰ অৱহেলিত 'দেৱদাসী'য়ে মানসিক বেদনা ভোগ কৰিলেও ; আত্মবিশ্বাস হেৰুওৱা নাই। যিমানেই সামাজিক অবিচাৰত দেৱদাসীয়ে তিক্ততা ভোগ কৰিছে। সিমানেই দেৱদাসীয়ে একান্তভাৱে দেৱতাৰ ওচৰত আত্মসমৰ্পণ কৰিছে দেৱদাসীয়ে পুনঃজন্মৰপৰা মুক্ত হবৰ বাবে যি সুবিধা পাইছে সেই সুযোগ হেৰুৱাই নেপেলায়। সেয়ে দেৱদাসীয়ে কৈছে—

"নটী মই নাচি নাচি পাষাণৰ লভিম কৰুণা" কেৱল একান্ত ভক্তইহে পাষাণ হৃদয় বিগলিত কৰাৰ দৃঢ়তা প্ৰকাশ কৰিব পাৰে। সেয়ে দেখা যায়, ভট্টভক্তিৰ চোনিয়াৰ দৰে, শূদ্ৰকৰ বসন্তসেনাৰ দৰে, হাজৰিকাৰ দেৱদাসীৰ হৃদয়ৰ পৱিত্ৰতা আছে ; শাৰীৰিক অপৱিত্ৰতাই দেৱদাসীৰ চিত্ত অন্ধকাৰ কৰিব পৰা নাই। প্ৰকৃততে অধঃপতিত হিন্দু সংস্কৃতিৰ উজ্জ্বল ৰূপটোহে হাজৰিকাই অঙ্কন কৰিছে।

হাজৰিকাৰ হৃদয়ৰ দৃঢ়তাৰ পৰিচয়ৰ বাবে দেৱকান্ত বৰুৱাৰ 'দেৱদাসী' কবিতাৰপৰা বৰুৱাৰ শঙ্কাকুল কবি মানসৰ তুলনা প্ৰয়োজন। বৰুৱাই দেৱদাসী কবিতাত কৈছে—

"সংশয়ৰ ধুমুহাত নাচিছে আমাৰ নাও বেদনাৰ
মহাসাগৰত,
আমাৰ দুখৰ তুমি নলবানে ভাগ বাৰু, ৰওচাই
থাকিবা পাৰত ?"

বৰুৱাই দৈৱী সম্পদ লাভ কৰি নিৰ্ভীক চিত্তে পদক্ষেপ কৰিব নোৱৰা বাবে ভীত হৈ দেৱদাসীৰ সাহায্য বিচাৰিছে। হাজৰিকাই "স্বধৰ্মে নিধনং শ্ৰেয়ঃ" এই বাণী সাৰোগত কৰি, দেৱদাসী তথা সমাজৰ অবহেলিত শ্ৰেণীটোক স্বকীয় আদৰ্শৰে পথ দেখুৱাইছে। বৰুৱাই অৱহেলিত নাৰীৰ উদ্ধাৰৰ উপায় বিচাৰি পোৱা নাই।

হাজৰিকাৰ কবি মানসৰ দৃঢ়তা কেৱল বৈষ্ণৱ সাহিত্যৰ যোগেদিয়ে অহা নাই ; বৰং সমসাময়িক ৰোমাণ্টিক কাব্য প্ৰবাহে আৰু লুইতৰ

ঐতিহাসিক স্মৃতিয়ে হাজৰিকাৰ কবি মানসত ক্রিয়া কৰাত মহাবাহু লুইতৰ 'বালিচৰত' কবিয়ে কৈছে—

"নাভাবোঁ কালিৰ কথা মৰণৰ শত ব্যথা
ভাবিলেও নাই তাৰ ওৰ।
বাজক হৃদয় বীণা আজিয়ে জগত জিনা
হিয়া মোৰ হক উদ্ভাসিত।"

কবি হাজৰিকাৰ চিন্তাত অৱসাদ নাই; সেয়ে সুগভীৰ জীৱন তৃষ্ণাই অন্তৰাত্মা আকুল কৰা বাবে ঐক্যবদ্ধ ভাৱে কবিৰ অন্তৰাত্মা বিকশিত হৈছে। লুইতৰ 'বালিচৰ'ৰ দৃশ্য চাই থাকোঁতে কবিয়ে বেজবৰুৱা, চন্দ্ৰকুমাৰ আনন্দচন্দ্ৰ আগৰৱালাৰ দৰে লৌকিক অতি-লৌকিক জীৱনৰ ৰস পান কৰিছে।

চন্দ্ৰকুমাৰ আগৰৱালাৰ 'জলকুঁৱৰীয়ে' হাজৰিকাক 'বালিচৰ'ত খেল দেখুৱালে; বৰাগী কবিয়ে বীণাৰ সুৰ বিচাৰি 'বনকুঁৱৰী' আৰু 'জলকুঁৱৰী'ৰ সন্ধানত ব্ৰতী হোৱাৰ দৰে, হাজৰিকাই 'বালিচৰ'ত জলকুঁৱৰীৰ গীত শুনিছে। এই অতি লৌকিক তথা ৰহস্যবাদী অভিজ্ঞতাই কবিৰ প্ৰজ্ঞাশক্তি বিকশিত কৰা বাবেহে কলাকাৰ হাজৰিকাই আত্মানন্দত অভিভূত হৈছে।

'লুইতৰ বিশাল বুকুত' 'চাহাবাৰ ক্ষুদ্ৰ তাণ্ডৱণ'ৰ দৰ্শন লাভ কৰা শিল্পী হাজৰিকাই মুক্ত মন-প্ৰাণ লৈ 'বালিচৰ'ৰ সৌন্দৰ্য্য উপভোগ কৰি ঐতিহাসিক দৃষ্টিভঙ্গীৰে, বৰ্ণনাত্মক কৌশলেৰে আত্মপ্ৰকাশ কৰিছে; সেইদৰে মন্দিৰৰ পাষাণ ভৈৰৱৰ সন্মুখত নাটকীয় স্বগতোক্তিৰ ৰূপত আত্মপ্ৰকাশ কৰি কাব্য শিল্পৰ বৈচিত্ৰ্য আৰু জীৱনৰ ব্যাপক অভিজ্ঞতা প্ৰদৰ্শন কৰিছে। কবি হাজৰিকাই মন্দিৰৰ গোপন কক্ষত জীৱনৰ কাৰুণ্য ৰূপ দিবও পাৰে আৰু মুক্ত পৰিবেশত শান্ত সমাহিত সৌন্দৰ্য্য ৰূপ দিবও পাৰে।

**কমলেশ্বৰ চলিহা ঃ**

প্ৰাক্ স্বাধীনতা যুগৰ অন্যান্য বিশ্বপ্ৰেমিক কলাকাৰসকলৰ দৰে কমলেশ্বৰ চলিহাও বিশ্বপ্ৰেমিক ; কিন্তু বিশ্বপ্ৰেমৰ তৰঙ্গৰাজিত অসমৰ সাংস্কৃতিক জীৱন লীন হৈ যোৱা নাই। জীৱনৰ বিভিন্ন দিশত দৃষ্টি নিক্ষেপ কৰি আত্মতত্ব উপলব্ধি কৰা দক্ষতা আৰু স্পষ্টভাৱে জীৱন-বোধ ৰূপ দিব পৰা ক্ষমতা চলিহাৰ আছে।

চলিহাই দৃঢ়ভাৱে কৈছে—"শ্ৰেষ্ঠ এই মানৱ জীৱন।" ব্যক্তিয়ে মানৱ জীৱনৰ উদ্দেশ্যে কৰ্তব্যবোধ আৰু মৃত্যুৰ স্বৰূপ উপলব্ধি কৰিলেহে জীৱন সংগ্ৰামত ব্ৰতী হ'ব পাৰে। প্ৰাণৰ স্পন্দন উপলব্ধি কৰি জগত জীৱনৰ সৌন্দৰ্য্য উপভোগ কৰিলেহে জীৱনৰ ভ্ৰান্তি দূৰ হয়। সেয়ে কবিয়ে কৈছে—

"প্ৰাণ যাৰ নাই প্ৰীতি সি নেপায়,
পায় সি কেৱল ভ্ৰান্তি ,
অনুদিন তাৰ উঠে হাহাকাৰ
দূৰলৈ যায় শান্তি।"
—কবিৰ প্ৰতি ফুল—

জীৱনৰ ভ্ৰান্তি দূৰ কৰি শান্ত সমাহিত চিত্তে কলাৰ সাধনা কৰিলেহে সত্যই ধৰা দিয়ে, তেতিয়া শিল্পীয়ে এটি পখিলাৰ পাখিতে বিশ্বৰ মহান জ্যোতি দেখিবলৈ পায়। সেয়ে দেখা যায় ৰোমান্টিক যুগৰ বিশিষ্ট শিল্পীসকলৰ দৰে চলিহায়ো সুক্ষ্ম দৃষ্টিৰে তত্বান্বেষণ কৰি শান্তি লাভ কৰিছে।

এই যুগৰ বিভিন্ন কবিয়ে নৈৰ পাৰৰ প্ৰাকৃতিক দৃশ্যৰাজিৰ মাজত কবিত্ব শক্তি লাভ কৰাৰ দৰে ; কবি চলিহায়ো নৈৰ পাৰৰ 'সৰিয়হনি' ডৰাৰ মাজতে সৌন্দৰ্য্য উপভোগ কৰি হৃদয়ত সৰিয়হ আৰু ভোমোৰাৰ গুণ গুণনি শুনিবলৈ পালে। 'সৰিয়হনি' ডৰাৰ 'গুন গুণনি' কাব্যত ৰূপ পালে।

নিজকে বিশ্বৰ বুকুত বিচাৰি চাই চলিহাই উপলব্ধি কৰিলে যে—

"মৃত্যুত জানিছোঁ মোৰ বিশ্বৰ নহ'ব একো হানি
এটি ফুলো নুফুলি নৰয়।"

—মৃত্যুত—

কিন্তু এই উপলব্ধিয়ে কবিক হতাশ নকৰিলে ; সেয়ে কবিয়ে পুনঃ কলে—"গহনৰ বাটকুৱা নিৰ্বিকাৰ, গম্ভীৰ, নিৰ্ভয় পদক্ষেপ জনম-মৰণ।" চন্দ্ৰধৰ বৰুৱাৰ 'ধূলিকণা মই' কবিতাৰ ভাব 'মৃত্যুত' কবিতাৰ মাজেদি প্ৰতিধ্বনিত হৈছে। কবি চলিহাই সমসাময়িক চিন্তাৰ প্ৰবাহ আৰু দাৰ্শনিক চিন্তাৰ মাজেদি জীৱনৰ সংশয় দূৰ কৰিছে।

বাস্তৱ জীৱনৰ গভীৰ উপলব্ধি আৰু প্ৰাকৃতিক সৌন্দৰ্য্যৰ সাধনাৰ মাজেদি চিত্ত স্থিৰ কৰি ; চলিহাই 'কবিৰ প্ৰতি ফুল' কবিতাত ফুলৰ বিষয়ে চিন্তাক্লিষ্ট হোৱা ৰঘুনাথ চৌধাৰীক উদ্দেশ্য কৰি কৈছে—

"হায় হায় কবি, হায় ঐ
বস্তু চিনাৰ সত্য বুজাৰ
শক্তি যে তোৰ নাই ঐ।"

কবিয়ে কৈছে ফুলে ৰঘুনাথ চৌধাৰীক সত্য নিশিকালে।

**উমেশ চৌধাৰী :**

ৰোমাণ্টিক যুগৰ কলাকাৰসকলৰ সৌন্দৰ্য্যবোধ, স্পষ্ট জীৱনাদৰ্শ, আৰু কৰ্ম-জ্ঞান-ভক্তিৰ পৰাকাষ্ঠাৰ বোৱতী সুঁতীয়ে উমেশ চৌধাৰীৰ 'প্ৰতিধ্বনি' কাব্যত প্ৰবেশ কৰি অসমীয়া সংস্কৃতিক এটা বিশিষ্ট ৰূপ দিছে। সেয়ে প্ৰগতিবাদী চিন্তা আৰু কৰ্মৰ প্ৰবাহত আত্মসমৰ্পণ কৰি চৌধাৰীয়ে ব্ৰহ্মাণ্ডৰ 'অন্তহীন সুৰ ব্ৰহ্ম'ৰ 'প্ৰতিধ্বনি' হৃদয়েৰে উপলব্ধি কৰিছে। হৃদয়ত ব্ৰহ্মাণ্ডৰ সুৰ জাগ্ৰত কৰি, জীৱনৰ বিভিন্ন দিশত সৌন্দৰ্য্য উপভোগৰ আনন্দ লৈ ; চৌধাৰীয়ে ভাৰতমাতা, অসম জননীৰ ৰূপ অন্তৰাত্মাত আঁকি লৈ ; মুক্তি যুদ্ধত সক্ৰিয়ভাৱে যোগদান কৰিছে।

বেজবৰুৱাই কবিতাক সঙ্গীত বুলি কোৱাৰ দৰে চৌধাৰীয়েও তেওঁৰ গীতসমূহক কবিতা আখ্যা দিছে। সেয়ে দেখা যায় অসমীয়া সাহিত্যৰ ৰোমান্টিক কাব্যকাৰ তথা গীতিকাৰসকলে বিশেষকৈ বেজবৰুৱা-দুৰ্গাবা·নলিনীবালা দেৱী, উমেশ চৌধাৰী, পদ্মধৰ চলিহা আদি কাব্যকাৰসকলে সঙ্গীত আৰু কবিতাৰ প্ৰভেদ কৰা নাই।

কিন্তু বেজবৰুৱাৰ কবিতাৰ ধ্বনি আৰু চৌধাৰীৰ কবিতাৰ ধ্বনি সম্পূৰ্ণ প্ৰভেদ। বেজবৰুৱাৰ কবিতা-সঙ্গীতৰ মাজেদি প্ৰবাহিত সুৰ করুণ; কিন্তু চৌধাৰীৰ কবিতা-সঙ্গীতৰ সুৰ ক্লাছিকেল পৰ্য্যায়ৰ। 'প্ৰতিধ্বনি' কাব্যত যি কৰ্মোল্লাসৰ আৰু শক্তিৰ সুৰ প্ৰবাহিত হৈছে তাৰ সাদৃশ্য পদ্মধৰ চলিহাৰ 'ফুলনি', নলিনীবালা দেৱীৰ 'সপোনৰ সুৰ' আদি কাব্যত পোৱা যায়।

চৌধাৰীৰ 'প্ৰতিধ্বনি' কাব্যৰ আদি কবিতা 'প্ৰতিধ্বনি'ত 'হৃদয় গুহা'ত যি ধ্বনি উঠিল; সেই ধ্বনিয়ে স্বৰ্গ মৰ্ত্ত্য ব্যাপি কলাকাৰৰ হৃদয় গুহাৰ সম্পূৰ্ণ অন্ধকাৰ দূৰ কৰি; 'দেৱধ্বনি'ৰ যোগেদি 'মন্দাকিনী'ক স্বৰ্গৰপৰা পৃথিৱীলৈ আনিলে; এই 'মন্দাকিনী'ৰ পূত সলিল ধাৰাত 'ত্ৰিবেণী' সঙ্গমত স্নান কৰি; শক্তিমন্ত হৈ 'অমৃত মন্থন' কৰিলে।

সেয়ে অমৃত পান কৰি কলাকাৰ চৌধাৰীয়ে কৈছে—

"সিদ্ধিৰ কাৰণে ৰক্ত তোমাৰ
কৰিব লাগিব দান।
কৰিব লাগিব দান,
দেশৰ কাৰণে দহৰ কাৰণে ৰক্ত লাগিব দান।"

— লগ্ন উকলি যায়—

ৰোমান্টিক কাব্যকাৰ তথা গীতিকাৰ সকলে একনিষ্ঠ সাধনাৰে ঐক্যবদ্ধভাৱে দেশবাসীক মহান আদৰ্শেৰে অনুপ্ৰাণিত কৰি সমাজ জীৱনৰ পৰা মৃত্যু ভয় দূৰ কৰিলে। সেয়ে স্বাধীনতা স্পৃহাই পূৰ্ণ পৰিণতি লাভ কৰিলে। ব্যক্তিগত জীৱন—আদৰ্শ সাংস্কৃতিক সোঁতেৰে প্ৰবাহিত কৰি চৌধাৰীয়ে কৈছে—"আত্মাৰ উন্মেষ জীৱনস্পৃহা।"

এই জীৱন স্পৃহাৰ অৰ্থই হৈছে "প্ৰাণ প্ৰতিষ্ঠাৰ বিপুল চেষ্টা।" এই প্ৰতিষ্ঠা লাভ সম্ভৱ যেতিয়া জাতিৰ বিজয় পতাকা দীপ্তিময়ী হৈ উৰে।

উমেশ চৌধাৰীৰ কবিত্ব শক্তিৰ প্ৰবাহ বিচাৰ কৰিলে দেখা যায় যে মাত্ৰ এবছৰ দুবছৰৰ ভিতৰতে ( ১৯৩৯-৪০ ) চৌধাৰীয়ে জীৱনৰ বিবিধ অভিজ্ঞতা কাব্যৰ মাজেদি ৰূপ দিছে। কবিত্ব শক্তিৰ এনে বিশাল আৰু গভীৰ প্ৰকাশ আন আন কাব্যকাৰ সকলৰ ক্ষেত্ৰত বিৰল।

চিত্তৰ সমতা, সন্তোষ সাৰ কৰি লৈ, চৌধাৰীয়ে পৌৰুষৰ জয়গান গাই ; সমগ্ৰ আকাশ আৰু পৃথিৱী দৰ্শন কৰিছে। জীৱন্মুক্ত কবিয়ে পুৰুষকাৰৰ যোগেদি সকলো বিপদ-বিঘিনি আঁতৰাই, "ত্যাগৰ মাজেদি সম্ভোগৰ মহা তত্ত্ব" লভিবলৈ মানৱক আহ্বান জনাইছে। চৌধাৰীয়ে শক্তি-মন্ত্ৰৰ ধ্বনিৰ মাজেদি ভাৰতীয় সংস্কৃতিক ৰূপ দি সাধনাৰ 'মন্ত্ৰ-সাধন' আখ্যা দিছে।

কবি চৌধাৰীয়ে সমাজৰ শোষিত শ্ৰেণীৰ প্ৰতিও লক্ষ্য ৰাখিছে। সেয়ে কবি চৌধাৰীয়ে কৈছে—

"চেঁচুকত গাপ দি যোৱা
বাতিল সকলো পুৰণি তন্ত্ৰ
যিবোৰ মাথো শোষণ যন্ত্ৰ
মৰাক মৰা কৌশল মন্ত্ৰ
অজলাক ঠগি খোৱা।"

চৌধাৰী বিপ্লৱী। সেয়ে সমাজৰ সকলো প্ৰকাৰ উৎপীড়নৰ বিৰুদ্ধে তেওঁ বিদ্ৰোহ ঘোষণা কৰিছে। 'অমৃত মন্থন'ৰ 'মায়াপুৰী' কবিতাটোত অসমৰ জাতীয় জীৱনৰ দোষবোৰ উদঙাই দিয়া হৈছে যদিও, চৌধাৰীয়ে হাস্যৰস সৃষ্টি কৰিব পৰা নাই। ব্যঙ্গাত্মক হাস্যৰস নাইবা শুদ্ধ হাস্যৰস সৃষ্টিৰ প্ৰতিভা চৌধাৰীৰ নাই। সেয়ে 'মায়াপুৰী' কবিতাটোৰ ৰচনা ৰীতি, বিষয়বস্তু আৰু উদ্দেশ্য সাধনত চৌধাৰীয়ে কৃতকাৰ্য্যতা

লাভ কৰিব পৰা নাই। বীৰ ৰসাত্মক আৰু আধ্যাত্মিক ভাবৰ ৰচনাতহে চৌধাৰীৰ শিল্প প্ৰতিভা প্ৰকাশ পাইছে ; হাস্যৰসত নহয়। চৌধাৰীৰ জীৱনৰ অভিজ্ঞতা বহুমুখী ; কিন্তু শিল্পৰীতি বহুমুখী নহয়।

**আনন্দচন্দ্ৰ বৰুৱা :**

ৰোমান্টিক কাব্যৰ সৌন্দৰ্য্য স্পৃহাৰ অন্তৰালত প্ৰবাহিত হোৱা দাৰ্শনিক চিন্তা আৰু ঐক্যবদ্ধ ভাবৰ সাহসী প্ৰেৰণাৰ আঁত বিচাৰি আনন্দচন্দ্ৰ বৰুৱাৰ কাব্যত প্ৰবেশ কৰিলে সমসাময়িক চিন্তাধাৰাৰ পূৰ্ণ প্ৰতিফলন হোৱা দেখা যায়।

বৰুৱাৰ 'মেঘেশ্বৰী' কবিতাৰ মেঘমালাৰ সৌন্দৰ্যই কবিক আকাশ আৰু পৃথিৱীৰ বিভিন্ন ৰূপৰ কথা সোঁৱৰাই দিছে। তদুপৰি, মেঘৰ সৌন্দৰ্য্যই কবিৰ সৌন্দৰ্য স্পৃহাৰ আৰু কল্পনাৰ উন্মেষ ঘটাই পৰম পুৰুষ কৃষ্ণৰ স্মৃতি অন্তৰাত্মাত জাগ্ৰত কৰিছে। মনলৈ উদাস ভাৱ অহাত কবি সাময়িকভাৱে হতাশ হ'ল যদিও, মেঘৰ যোগেদি মোহিনীৰ 'বিশ্বমোহিনী' ৰূপ দেখি কবিতাৰ ছন্দৰ ধ্বনি মেঘেশ্বৰীৰ লাস-বিলাসত শুনিবলৈ পোৱাত চিত্ত শান্ত হ'ল।

'মেঘেশ্বৰী'ৰ লাস-বিলাসত কবিয়ে যি প্ৰেৰণা লাভ কৰিলে, সেই প্ৰেৰণাৰ প্ৰতিধ্বনি 'ভাবীপ্ৰিয়া' কবিতাতো ব্যক্ত হৈছে। সেয়ে বৰুৱাই কৈছে—

"ক'ত যায় মেঘমালা চকুৰ আগেদি,
উৰি যায় কত শত পখী,
নিদিয়ে কোনেও ঠিক তোমাৰ বাতৰি
কয় মাথোঁ আছে তোৰ সখী।"

—ভাবীপ্ৰিয়া—

অন্তৰাত্মাৰ বিষাদ দূৰ কৰি জীৱন পথত অগ্ৰসৰ হবলৈ আৰম্ভ কৰোঁতে শিল্পীৰ মনত যি অভিজ্ঞতা উদয় হয়, তাৰেই প্ৰকাশ হৈছে 'মেঘেশ্বৰী', 'ভাবীপ্ৰিয়া' আদি কবিতাত। ভক্ত-সখা অৰ্জুনে কৃষ্ণৰ-

পৰা সহায়-সহানুভূতি লাভ কৰি বিষাদ দূৰ হোৱাত যুদ্ধত কৃতকাৰ্য্যতা আৰ্জি জীৱনৰ পূৰ্ণতা লাভ কৰাৰ দৰে, বৰুৱায়ো সমগ্ৰ দৃশ্য প্ৰপঞ্চৰ মাজেদি প্ৰেৰণা দাত্ৰী প্ৰিয়াকে বিচাৰি বিষাদমগ্ন হৈছে। এয়ে শিল্পীৰ আধ্যাত্মিক বিষাদ ; ইয়াতে পৰম জ্ঞানৰ উদয়।

'ভাবীপ্ৰিয়া' কবিতাত এটি বিষাদৰ সুৰ আছে যদিও, কৃতকাৰ্য্যতা লাভ কৰাৰ ভাবো স্পষ্ট হৈ আছে। সেয়ে কবিয়ে কৈছে—

"বৰণৰ মালাধাৰি মোৰ ডিঙিতেই
হেঁপাহেৰে দিওঁ দিওঁ কৈ" ভাবীপ্ৰিয়াই অপেক্ষা কৰি আছে। কবিৰ বিশ্বাস, তেওঁৰ সাধনাই সিদ্ধিলাভ কৰিব। বৰুৱাই প্ৰেমৰ মাজেদি শক্তিলাভ কৰিছে। বৰুৱাৰ প্ৰগতিবাদী চিন্তাৰ প্ৰবাহটো হিন্দু-মুছলমান সংস্কৃতিৰ বোলেৰে ৰঞ্জিত। 'আধুনিক ফুলনিলৈ মফিজুদ্দিন আহমদ হাজৰিকাই 'হাফেজ ফুলনিৰপৰা' সৌন্দৰ্য্য আহৰণ কৰি আনি ইছলাম সংস্কৃতিৰ ধাৰা সৃষ্টি কৰিলে। এই ধাৰাতে কেইবাজনো হিন্দু কলাকাৰে শক্তি বৃদ্ধি কৰিলে। আনন্দচন্দ্ৰ বৰুৱাও অন্যতম।

বৰুৱাৰ 'ভাবীপ্ৰিয়া' আৰু 'মেঘেশ্বৰী' কবিতাৰ মাজেদি যি ৰহস্য সন্ধানী দৃষ্টি প্ৰকাশ পাইছে, তাৰ তুলনা ৰত্নকান্ত বৰকাকতিৰ কবিতাত পোৱা যায়। সেইদৰে নাৰীৰ প্ৰেমৰ মাজেদি শিল্পজগতত প্ৰবেশ কৰা অম্বিকাগিৰীৰ 'তুমি' কাব্যৰ দৃশ্য প্ৰপঞ্চৰ সৌন্দৰ্য্য সাধনাৰ লগতো বৰুৱাৰ ভাবৰ সাদৃশ্য দেখা যায়।

বৰুৱাৰ কাব্যত উগ্ৰশক্তি উপাসনা নাই যদিও, শান্ত সমাহিত-ভাৱে সৌন্দৰ্য্য সাধনাৰ মাজেদি জীৱনৰ বিভিন্ন দিশৰ অভিজ্ঞতা লাভৰ চেষ্টা আছে। সেয়ে কলাকাৰৰ ঐকান্তিকতাই জ্ঞাতা-জ্ঞান-জ্ঞেয়ৰ একত্ৰীকৰণ কৰিছে। মুঠতে প্ৰাক্‌স্বাধীনতা যুগৰ ৰোমাণ্টিক কাব্যৰ লক্ষ্য সাধনাৰ প্ৰতি বৰুৱা সজাগ।

**দেশভক্ত তৰুণৰাম ফুকন ঃ**

জাতিৰ জীৱনত যেতিয়া এটা জাগৰণ হয়, সেই জাগৰণৰ ধ্বনিয়ে কম-বেছি পৰিমাণে সকলো শ্ৰেণীৰ কলামোদী লোকৰ অন্তৰতো ক্ৰিয়া কৰে। সেয়ে একোটা যুগৰ সামগ্ৰিক শক্তি আৰু জাতীয় জীৱনৰ নৈতিকতাৰ স্বৰূপ বুজাৰ বাবে সৰু-বৰ সকলো শ্ৰেণীৰ কলাকাৰৰ প্ৰেৰণা আৰু শিল্পী মনৰ স্বৰূপ বুজা প্ৰয়োজন। সেয়ে তৰুণৰাম ফুকন আদি দেশপ্ৰাণ লোকসকলৰ চিন্তাৰ প্ৰবাহ আৰু শিল্পী মনৰ বুজ লোৱাৰ বাবে আৰু কৰ্মপ্ৰেৰণাৰ উৎস বিচাৰ কৰাৰ বাবে সৰু সৰু কবিসকলৰো কবিতাসমূহৰ আলোচনা প্ৰয়োজন।

ৰোমাণ্টিক কাব্যকাৰসকলৰ অধিকাংশই গীতাৰ গভীৰ জ্ঞান আয়ত্ব কৰি লৈ কাব্য ৰচনা কৰিছে। এই যুগৰ ৰাজনীতিবিদসকলৰো গীতাই বেদ স্বৰূপ। সেয়ে কৃতী ৰাজনৈতিক পুৰুষ আৰু বিশিষ্ট আইনবিদ ফুকনে যিদৰে 'গীতাসাৰ' ৰচনা কৰিছে তাৰ মাজেদি গভীৰ উপলব্ধি, দৃঢ়তা আৰু ব্ৰহ্মজ্ঞানৰ স্বৰূপ এনেদৰে প্ৰকাশ পাইছে যে, বিৰাট ভাৱ পৰমাণুৰ আকাৰৰ যোগেদি প্ৰকাশ কৰাৰ ক্ষমতা ফুকনে দৰ্শাইছে। ফুকনৰ 'গীতাসাৰ' মাধৱদেৱৰ 'গীতাৰ নিৰ্ণয়' কবিতাৰ ৰূপত ৰচিত। ফুকনৰ সাহসী নেতৃত্ব আৰু ৰাজনৈতিক বিচক্ষণতাৰ মূলতে গীতাৰ প্ৰেৰণা।

ফুকনৰ কবি প্ৰতিভা বহুমুখী। ফুকনে বিশাল ভাবক অতি কম কথাৰ মাজেদি ৰূপ দিব পাৰে; ক্ষুদ্ৰ পৰিসৰৰ একেটি কথাকো বহুলভাবে ৰূপ দিব পাৰে। ফুকনৰ বহুমুখী প্ৰতিভাৰ এটা দিশ হৈছে গহীন ৰচনা আৰু আনটো দিশ হৈছে ধেমেলীয়া ৰচনা। ফুকনে গহীন ভাষাতো কবিতা ৰচনা কৰিব পাৰে আৰু কামৰূপী কথ্য ভাষাতো গ্ৰাম্যসমাজৰ উপযোগী কবিতা ৰচিব পাৰে।

'জীৱনৰ গতি' কবিতাত ফুকনে অতি কম কথাতে সফলকাম জীৱনৰ চিত্ৰ আঁকি গতিশীল জীৱনৰ আদৰ্শ দাঙি ধৰিছে। সেইদৰে বাস্তৱবাদী কলাকাৰজনে 'এপাহি ফুল' কবিতাত প্ৰাকৃতিক সৌন্দৰ্য্য

উপভোগ কৰি সাৰ্থক কবিতা ৰচিব নোৱৰা বাবে আক্ষেপ কৰিছে। এই যুগৰ বিভিন্ন কলাকাৰে কবিতা-কুঁৱৰী তথা সৰস্বতীক উপাসনা কৰিছে; কিন্তু ফুকনে কবিতাৰূপী ফুলপাহ 'দুৰ্গাগোঁসানী'ৰ খোপাত দিবলৈহে কবিতা ৰচিছে। ফুকন জ্ঞানৰ সাধক, শক্তিৰ পূজাৰী।

'দেৱী' নামৰ কবিতাটোত দৃশ্য প্ৰপঞ্চৰ মাজেদি ফুকনে ৰূপ আৰু সুৰৰ অপূৰ্ব সমন্বয়ত তেওঁৰ আৰাধ্যা দেৱীৰ ৰূপ দৰ্শন কৰিছে। 'এপাহি ফুল' আৰু 'দেৱী' নামৰ কবিতা দুটা কম বয়সৰ ৰচনা; সেয়ে 'গীতাৰ সাৰ' কবিতাৰ গভীৰ উপলব্ধি নাই। কিন্তু এই দুটা কবিতাই ফুকনৰ হৃদয়ৰ বিভিন্ন দিশ মুকলি কৰিছে।

ফুকনৰ 'নিংনি ভাৱৰীয়া গীত' নামৰ মালিতাটো এটা গুৰুত্বপূৰ্ণ কাহিনী-কবিতা। ৰোমাণ্টিক যুগত বেজবৰুৱা, চন্দ্ৰকুমাৰ, আনন্দচন্দ্ৰ আগৰৱালা আদিয়ে প্ৰেম-বিৰহৰ মালিতা ৰচিছে। কিন্তু ৰাজনৈতিক আন্দোলনত সক্ৰিয়ভাৱে জড়িত আৰু গাঁওৰ জনসাধাৰণৰ মাজত সংগঠন কামৰপৰা লাভ কৰা অভিজ্ঞতা অন্য কলাকাৰ সকলে ৰূপ দিব পৰা নাই।

সেয়ে জনসাধাৰণৰ জীৱনৰ পটভূমিক কেন্দ্ৰ কৰি ৰচিত ৰাজনৈতিক সমস্যা প্ৰধান মালিতা 'নিংনি ভাৱৰীয়াৰ গীত' প্ৰাক্ স্বাধীনতা যুগৰ অসমীয়া সমাজ জীৱনৰ এটি বিৰাট অভিজ্ঞতা।

'নিংনি ভাৱৰীয়াৰ গীত'টোত তৰুণৰাম ফুকন, নবীন বৰদলৈ আদি স্বাধীনতা যুজৰ যোদ্ধাসকলে কিদৰে জনসাধাৰণৰ মাজত সংগ্ৰামী মনোভাৱ প্ৰচাৰ কৰোতে আইনৰ দোষত পৰি কাৰাগাৰলৈ যাবলগীয়া হৈছিল, তাৰেই এটি কাহিনী আছে।

এই কাহিনী কবিতাটোৰ দুটা ভাগ; এটা কামৰূপ জিলাৰ টিহু বকো আদি অঞ্চলত দেশনেতা সকলে চলোৱা প্ৰচাৰ কাৰ্য্য; আৰু আনটো হৈছে কাৰাগাৰৰ ভিতৰত থকা ৰাজনৈতিক বন্দী আৰু সাধাৰণ শ্ৰেণীৰ কয়দী সকলৰ স্বভাৱ-চৰিত্ৰ আৰু জেলৰ বিধি-ব্যৱস্থাৰ চমু পৰিচয়। সেয়ে প্ৰাক্‌স্বাধীনতা যুগৰ ৰাজনৈতিক বন্দীসকলৰ আৰু

কাৰাগাৰৰ অভিজ্ঞতাৰে পূৰ্ণ এই মালিতাটো তাৎপৰ্য্যপূৰ্ণ। তদুপৰি ওজাপালীৰ উপযোগীকৈ ৰচিত মালিতাটোৱে জনসাধাৰণৰ মাজত প্ৰচাৰ হোৱাত কিদৰে ফুকন-বৰদলৈ জনগণৰ নেতা হৈ পৰিছিল, তাৰ স্বাক্ষৰ বহন কৰিছে। সমাজৰ নেতা আৰু জনসাধাৰণৰ আন্তৰিক সংযোগৰ ৰূপ এই মালিতাটোত প্ৰকাশ পাইছে।

তদুপৰি আইনজ্ঞ ফুকনে ভাৰতীয় দণ্ডবিধি আইনৰ কিছুমান ধাৰা আৰু তাক কাৰ্যকৰী কৰাৰ ব্যৱস্থা সমূহ কাব্যৰ মাজলৈ আনি সামাজিক, ৰাজনৈতিক, আধ্যাত্মিক আৰু আইনৰ ব্যবস্থা সমূহৰ সমন্বয় সাধন কৰি কৰ্মময় জীৱনৰ অভিজ্ঞতা ব্যক্ত কৰিছে। প্ৰকৃততে জাতীয় জীৱন শক্তিশালী হবলৈ হলে, সকলো প্ৰকাৰ অভিজ্ঞতা কাব্য তথা সাহিত্যৰ মাজলৈ আহিব লাগিব। সেই কাৰণে সমাজৰ বিভিন্ন স্তৰত কলাকাৰে কাব্যসাধনা কৰিলেহে বিভিন্ন অভিজ্ঞতা সাহিত্যত সঞ্চিত হয়। কিন্তু অসমত প্ৰাক্-স্বাধীনতা কালত যি আন্দোলন গঢ়ি উঠিছিল, তাৰ স্বৰূপ কাব্যত সঞ্চিত নহল। সেয়ে জাতীয় অভিজ্ঞতাৰ এটা বিৰাট ক্ষতি।

জাতিৰ প্ৰগতি লাভ হয় পুৰুষে পুৰুষে লাভ কৰা সঞ্চিত অভিজ্ঞতাৰ পৰা। যি দৰে অৰ্থনৈতিক উন্নয়নৰ বাবে মূলধন সঞ্চয়ৰ প্ৰয়োজন, সেইদৰেই জাতিৰ সৰ্বাঙ্গীন বিকাশৰ কাৰণে সকলো অভিজ্ঞতাৰ সঞ্চয়ৰ প্ৰয়োজন। সেয়ে সমসাময়িক দেশ-নেতাৰ সামাজিক অভিজ্ঞতা গুৰুত্বপূৰ্ণ।

**ভৱনাথ হাজৰিকা :**

কেৰাণী জীৱন যাপন কৰা ভৱনাথ হাজৰিকাই মানসিক সংঘাতত ৰেলৰ আগত আত্মবলিদান কৰিলেও, কবিতা সমূহৰ মাজেদি কবি মানসৰ বিশেষ কোনো চাঞ্চল্য প্ৰকাশ পোৱা নাই, বৰং যি দৃঢ়তাৰে হাজৰিকাই কবিতাৰ মাজত আত্মপ্ৰকাশ কৰিছে, তেনে দৃঢ়তা সম্পন্ন এজন ব্যক্তিয়ে আত্মহত্যা কৰা বিস্ময়কৰ।

ভৱনাথ হাজৰিকাৰ 'গান আৰু প্ৰাণ' আৰু 'কবি আজি গোৱা বজ্ৰগান' নামৰ কবিতা দুটাই স্পষ্টভাৱে কবিতা, কবি আৰু কবিতাৰ উদ্দেশ্য, মানৱ জীৱন আৰু সমাজ জীৱনৰ প্ৰতি কবিৰ লক্ষ্য প্ৰকাশ কৰিছে। সমসাময়িক মুক্তিকামী সমাজৰ সুৰতে সুৰ মিলাই কৈছে—

"মোক লাগে এনে প্ৰাণ
শতেক বন্ধন, শত গ্ৰন্থি ছিঙি
বাজে য'ত ঐক্য গান।"

—গান আৰু প্ৰাণ—

হাজৰিকাই কৈছে যি কবিতা নাইবা গানেই মানৱৰ মুক্ত প্ৰাণৰ সংহতি সাধন কৰিব পাৰে, মানৱ সমাজৰ ভেদাভেদ দূৰ কৰিব পাৰে, সেই গান আৰু কবিতাৰহে সমাজৰ প্ৰয়োজন। এই গান আৰু প্ৰাণৰ পৰিধি ব্ৰহ্মাণ্ড ব্যাপী যাব লাগিব। হাজৰিকাৰ কবিতাৰ উদ্দেশ্য হ'ল— জাতিৰ বিভিন্ন সমস্যা শিল্পৰ মাজেৰে ৰূপ দি স্বাধীনতা স্পৃহা জগাই তোলা। কবিয়ে বজ্ৰৰ ধ্বনিৰে গান গাই জাতিক জগাব লাগিব। এয়ে হাজৰিকাৰ মত।

ভৱনাথ হাজৰিকাৰ ব্ৰহ্ম উপলব্ধি আৰু বিৰাট কল্পনাৰ পৰিচয় 'বিশ্বৰূপ' আৰু 'ছন্দজন্ম' কবিতা দুটা। 'বিশ্বৰূপ' কবিতাত অনন্ত ব্ৰহ্মক আৰাধনা কৰি 'ছন্দজন্ম' কবিতাত বিশ্বৰ ধ্বনি তথা ছন্দৰ মধুৰ সুৰ শুনিবলৈ পাই হাজৰিকাই বিশ্বৰ লগত একাত্মবোধ উপলব্ধি কৰিলে।

'কৰ্মী যঁতৰ' আৰু 'বাৰিষাৰ গীত' নামৰ কবিতা দুটাত ভাৰতৰ স্বাধীনতা আন্দোলন আৰু আত্মনিৰ্ভৰশীল কৃষকৰ পুৰুষাৰ্থৰ সাৰ্থকতাৰ বাণী প্ৰকাশ পাইছে। এই দুয়োটা কবিতাতে স্বাৱলম্বী সন্তোষীয়া সাৰ্থক জীৱনৰ আদৰ্শৰ স্পষ্টৰূপ আছে। সেয়ে কলাকাৰ হাজৰিকাই ঐতিহাসিক দৃষ্টি-ভঙ্গীৰে সমসাময়িক চিন্তাধাৰাক ৰূপায়ণ কৰিছে।

আধ্যাত্মিক শক্তিসম্পন্ন আৰু স্পষ্ট জীৱনবোধ থকা এই গৰাকী কলাকাৰে পৱিত্ৰ প্ৰেমৰ বেদনা ভোগ কৰাৰ প্ৰমাণ পোৱা যায় 'ৰূপহী'

আৰু 'নীৰৱে নীৰৱে ফুলি থাক' এই দুটা কবিতাত। দিখৌত জীৱন বলিদান দিয়া ৰূপহীৰ বিষয়ে কবিয়ে কৈছে—

"পোহাৰ সামৰি ৰূপহী পোহাৰী
গুচি গ'ল ঘৰলই।"
—ৰূপহী—

এই ৰূপহীৰ ৰূপ সুঁৱৰি হাজৰিকাই কৈছে—

"বজ্ৰত বিকশে পুষ্প প্ৰেম পীড়নত
মৃত্যু হস্তে অমৰত্ব গান।"

কবিৰ বজ্ৰসদৃশ হৃদয়ত পুষ্প প্ৰেম বিকাশ পালে সেয়ে আচৰিত! হাজৰিকাই হয়তো ভাবিছিল—

"নীৰৱতা ধ্যান কৰি নীৰৱ প্ৰেমত
অৰ্পি তই দিবি আপোনাক।"

কিন্তু মনৰ গতি সলনি হ'ল; অসহনীয় নীৰৱতাই প্ৰেমিক হাজৰিকাক 'অমৰত্ব' লাভৰ উপায় দিলে মৃত্যুৰ যোগেদি। ৰূপহীৰ প্ৰেমেই হাজৰিকাৰ জীৱনৰ কৰুণ পৰিণতি!

হাজৰিকাৰ হৃদয়ৰ আধ্যাত্মিকতা বিচাৰ কৰিলে ইয়াক আত্মহত্যা বুলিব নোৱাৰি। কৰুণ মনৰ ঘোৰ অন্ধকাৰ নাইবা মানৱীয় ইন্দ্ৰিয়কাতৰ দুৰ্বলতা হাজৰিকাৰ হৃদয়ত নাই। হাজৰিকাৰ এই মনোভাবৰ ব্যাখ্যা কৰিব পাৰি আনন্দচন্দ্ৰ আগৰৱালাৰ 'প্ৰণয়ৰ পৰিণাম' বোলা কবিতাৰ বিৰহিণী নাৰীজনীৰ বিষ ভক্ষণ কাৰ্য্যৰ দ্বাৰা। ভগৱৎ প্ৰেমত বলিয়া হোৱা আগৰৱালাৰ মানস কন্যা-জনীয়ে বিষ খাই প্ৰাণ ত্যাগ কৰিলে।

কবি আগৰৱালাৰ হৃদয়সম্ভূত এইজনী নাৰীয়ে প্ৰকৃততে কবিৰ মনোভাব ব্যক্ত কৰিছে। সেইদৰে ভৱনাথ হাজৰিকাই ৰূপহীৰ মৃত্যুত ব্যথিত হৈ পৱিত্ৰ প্ৰেমৰ প্ৰতিদান নিদিলে শান্তি নাপালেহেঁতেন। কবি হাজৰিকাৰ দৃষ্টিত দিখৌৰ পাৰৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ অন্তৰূপ ৰূপহী। সেয়ে নীৰৱে প্ৰেমৰ গোপন প্ৰবাহ চলি আছিল যদিও ৰূপহীৰ মৃত্যুৱে

নীৰৱ সাধকৰ হৃদয়ত এনে বিৰহৰ ঢৌ তুলিলে যে সেই ঢৌৱে কবিৰ হৃদয়ত উঠা 'ওম' প্ৰতিধ্বনিৰ লগত সম্মিলিত হৈ কবিক অনন্তলৈ লৈ গ'ল। কবি হাজৰিকাৰ মৃত্যু হৈছে আদৰ্শৰ সংঘাতত।

**সিংহদত্ত অধিকাৰী ঃ**

ৰোমান্টিক যুগৰ অন্যান্য প্ৰেম-প্ৰকৃতিৰ কবিসকলৰ দৰে; অধিকাৰীয়েও কালিদাসৰ বিৰহী যক্ষৰ লগত একাত্মবোধ অনুভৱ কৰি; মেঘমণ্ডল আৰু অলকাপুৰীৰ দৃশ্য হৃদয়ত আঁকি লৈ অন্তৰ বিগলিত কৰি চকুলো টুকিছে 'মেঘদূত' কবিতাত। সমগ্ৰ মেঘদূত কাব্যৰ সাৰ ভাগ গ্ৰহণ কৰি কম পৰিসৰতে বিৰহী হৃদয়ৰ বেদনা ৰূপ দিয়া দক্ষতাই অধিকাৰীক প্ৰেম-ৰাজ্যত প্ৰবেশ কৰাইছে।

অধিকাৰীৰ সৌন্দৰ্য্যবোধ, কল্পনা আৰু চিন্তাৰ ঐক্য আছে। সেয়ে হৃদয়ৰ গভীৰতাত প্ৰবেশ কৰি আনন্দ উপভোগ কৰিব পাৰে আৰু প্ৰাকৃতিক জগতৰ দৃশ্যাৱলীৰ সৌন্দৰ্য্য মুক্ত মন লৈ উপভোগ কৰিব পাৰে। অধিকাৰৰ 'সন্ধিয়া' কবিতাত প্ৰকাশ পোৱা কবি মানসৰ সামগ্ৰিক ৰূপটোত উলাহ আনন্দৰ বৈচিত্ৰ্য আৰু সমজ্জ্বল ছবি স্পষ্টভাৱে প্ৰকাশ পাইছে।

চন্দ্ৰকুমাৰ আগৰৱালাৰ 'প্ৰতিমা' কাব্যৰ 'সন্ধিয়া' কবিতাত এটি বিষাদৰ ভাব আছে। দুৰ্গেশ্বৰ শৰ্মাৰ সন্ধিয়াৰ পৰিবেশত ৰচিত 'কিবা যেন নাই নাই' কবিতাতো বিষাদ আছে। কিন্তু অধিকাৰীৰ 'সন্ধিয়া' কবিতাত বিষাদ নাই। সেয়ে দেখা যায় অসমীয়া কাব্য সাহিত্যই গতানুগতিক পথেৰে আগবঢ়া নাই। চন্দ্ৰকুমাৰ আগৰৱালাৰ বিষাদ আৰু দুৰ্গেশ্বৰ শৰ্মাৰ বিষাদৰো প্ৰভেদ আছে। এই বিচিত্ৰতা জাতীয় সংস্কৃতিৰ প্ৰকাশ মাথোন। অধিকাৰীৰ 'সন্ধিয়া' কবিতা জন জীৱনৰ প্ৰতিকৃতি।

জন-জীৱন তথা সমাজ-জীৱনৰ আন এটি ৰূপ প্ৰকাশ পাইছে 'বাসন্তী' কবিতাত। আধুনিক সভ্যতাই সমাজ জীৱনত প্ৰভাৱ

পেলোৱাত নগৰীয়া গাঁৱলীয়া জীৱনৰ যি সংঘাত সৃষ্টি হ'ল ; সহোদৰ ককাই-ভাইৰ মাজত যি বিৰোধ ভাব জাগিল ; তাৰ মূলতে হৈছে বাসন্তীৰ দৰে আধুনিকা নাৰীসকল। বাসন্তী হৈছে একশ্ৰেণী বিলাসী নগৰীয়া নাৰীৰ প্ৰতিনিধি।

পিতৃ-পিতামহৰ গাঁৱৰ সম্পত্তি আৰু কৃষিৰ উপাৰ্জনেৰে শিক্ষালাভ কৰি হাকিম হোৱা ককায়েকে পত্নী বাসন্তীৰ উপদেশ মতে গাঁৱৰ কৃষিজীৱী ভায়েক কুলৰ লগত সম্বন্ধ ছেদ কৰিলে। অধিকাৰীয়ে স্পষ্টভাৱে উপলব্ধি কৰিছে যে, গাঁৱৰপৰা গৈ নগৰত উচ্চ চৰকাৰী পদবীত অধিষ্ঠিত হোৱাৰ লগে লগে অশিক্ষিত কৃষিজীৱী ভায়েকক ঘৃণাৰ চকুৰে চাবলৈ ধৰে। আৰু এই সংঘাত প্ৰকট কৰে নাৰীয়ে। অধিকাৰীয়ে এই চাকৰিজীৱী প্ৰতিক্ৰিয়াশীল শ্ৰেণীটোক তিৰস্কাৰ কৰিছে।

একপ্ৰকাৰে কবলৈ গ'লে অধিকাৰীয়ে প্ৰগতিবাদী দৃষ্টি-ভঙ্গীৰে বুৰ্জোৱা আৰু সৰ্বহাৰাৰ সংঘাতৰ বীজ পোনতে নিজা পৰিয়ালতে অঙ্কুৰিত হোৱা দেখিছে। সামাজিক জীৱনৰ সুখ-শান্তি আৰু পাৰিবাৰিক জীৱন তথা ভাই-ককাইৰ মিলা-প্ৰীতি স্থাপন হ'ব লাগিলে পোনতে প্ৰতিটো পৰিয়ালে শিক্ষিত-অশিক্ষিত চাকৰিয়াল, কৃষক-ভাই-ককাইৰ সম্বন্ধ মধুৰ কৰিব লাগিব।

অধিকাৰীৰ দৰে এই প্ৰতিক্ৰিয়াশীল চাকৰিজীৱীসকলক চন্দ্ৰকুমাৰ আগৰৱালায়ো 'চাকৰি স্তোত্ৰ' কবিতাত ব্যঙ্গ কৰিছে। মুঠতে যুগোপযোগী চিন্তাধাৰাৰ লগত অধিকাৰী ঘনিষ্ঠভাৱে জড়িত।

**গোপাল চন্দ্ৰ ভুঞা :**

ৰোমাণ্টিক কাব্যৰ চিন্তা প্ৰবাহৰ বিচিত্ৰতা, বিশালতা আৰু গম্ভীৰতাই অনন্তৰ ফালে গতি কৰোঁতে সুগভীৰ কবি মানস বিচিত্ৰ সৌন্দৰ্য্য ৰাজিৰে পূৰ কৰিছে ; কিন্তু একনিষ্ঠ সাধনা নোহোৱা কবি-

সকলৰ হৃদয়ত ৰস সমুদ্ৰৰ তৰঙ্গ সৃষ্টি কৰিব নোৱাৰিলেও, প্ৰগতিবাদী চিন্তাই সৰু-বৰ সকলো কবিকে স্পৰ্শ কৰিছে।

এই পটভূমিতে গোপালচন্দ্ৰ ভুঞাৰ কবি মানসৰ স্বৰূপ বিচাৰ কৰিলে কবি ভুঞাৰ 'জন্মভূমি' প্ৰীতিৰ ঐতিহাসিক ৰূপটো ব্ৰহ্মপুত্ৰ আৰু প্ৰাগ্‌জ্যোতিষপুৰ নগৰক কেন্দ্ৰ কৰি বিকশিত হোৱা দেখা যায়। ভুঞাৰ স্বদেশানুৰাগৰ মাজেদি কোনো দাৰ্শনিক চিন্তা জাগ্ৰত হোৱা নাই যদিও সংস্কৃতিৰ বিভিন্ন দিশৰ সাধনাৰ ইঙ্গিত আছে।

সেইদৰে চৰাই আৰু ফুলৰ প্ৰীতিৰ মাজেদি গভীৰ ঐকান্তিকতা প্ৰকাশ পোৱা নাই; কিন্তু ব্যৱহাৰিক জীৱনৰপৰা আঁতৰি গৈ প্ৰাকৃতিক সৌন্দৰ্য্যৰ মাজত আনন্দ উপভোগ কৰাৰ চেষ্টা আছে।

**ৰজিনাৰায়ণ বৰা ঃ**

সমসাময়িক কবিসকলে অসমীয়া সমাজ জীৱনৰ দোষ-ত্ৰুটিবোৰ দূৰ কৰাৰ চেষ্টা কৰাৰ দৰে বৰায়ো 'ডাঙৰীয়া' আৰু 'অসমীয়া বাবু' নামৰ কবিতা দুটাত অসমীয়া সমাজ জীৱনৰ এটা ব্যঙ্গ চিত্ৰ আঁকিছে।

নগৰ আৰু গাঁও উভয়তে সদায়ে একশ্ৰেণীৰ লোকে নিজৰ সামাজিক প্ৰতিপত্তিৰ বলত সমাজৰ দুৰ্বল শ্ৰেণীটোক পীড়া দিয়ে। পুৰুষে অন্ধ সংস্কাৰৰ বশৱৰ্তী হৈ নাৰীক অত্যাচাৰ কৰে; নিজৰ শক্তি সামৰ্থ্য বুজি নাপায়; অথচ সমাজত বৰ মানুহৰ স্থান লৈ এওঁলোকে সামাজিক প্ৰগতি ৰুদ্ধ কৰে। এই শ্ৰেণীৰ লোকক বৰাই তিৰস্কাৰ কৰিছে।

তথাকথিত অসমীয়া ডাঙৰীয়া আৰু বাবুসকল কৰ্মবিমুখ; জ্ঞান-বিদ্যা লাভ কৰি প্ৰগতিৰ পথত পদক্ষেপ কৰাৰ চেষ্টা এওঁলোকৰ নাই; সংস্কৃতিৰ প্ৰতিও অনুৰাগ নাই। বৰাই আক্ষেপ কৰি কৈছে যে এই শ্ৰেণীৰ লোকেহে সামাজিক জীৱন কলুষ কৰি তুলিছে। বৰাই স্পষ্ট-ভাৱে স্বাধীনতা সংগ্ৰামত বৰঙণি যোগোৱা নাই যদিও ব্যক্তি আৰু সমাজ জীৱন সুস্থভাৱে গঢ় দিয়াৰ প্ৰয়াস কৰিছে। গতিকে পৰোক্ষ-

ভাৱে বৰাবো লক্ষ্য সমাজৰ প্ৰগতি। বেজবৰুৱাৰ 'চালনী আৰু বেজী' নামৰ কবিতাটোৰ চিন্তাধাৰাৰ লগত বৰাৰ ভাবৰ সাদৃশ্য আছে।

**উমেশচন্দ্ৰ বৰুৱা ঃ**

ৰোমান্টিক যুগৰ কাব্যকাৰসকলৰ ভিতৰত বৰুৱাৰ ধ্যান-ধাৰণাৰ স্বৰূপ সম্পূৰ্ণ স্বকীয়া। বৰুৱাৰ কবি মানস সংস্কৃত সাহিত্য, বৈষ্ণৱ কাব্য আৰু পাশ্চাত্য সাহিত্য অধ্যয়নৰ মাজেদি ৰূপ লোৱা বাবে হৃদয়ৰ নিভৃততম স্থানৰপৰা ভক্তি জাগ্ৰত হৈ ব্ৰহ্মোপাসনা আৰু ভাষা-সাহিত্য-সংস্কৃতিৰ সেৱাৰ মাজেদি বিকাশ লাভ কৰিছে।

প্ৰগতিবাদী কলাকাৰ বৰুৱাই 'জীৱন ক্ষেত্ৰব চিৰ সংগ্ৰামত' অগ্ৰসৰ হবৰ বাবে শক্তি বিচাৰি দৃশ্য প্ৰপঞ্চৰ সৌন্দৰ্য্যৰ অন্তৰালত প্ৰবাহিত হৈ থকা মঙ্গলময় শক্তিটোৰ অনন্ত প্ৰবাহ উপলব্ধি কৰি এই শক্তিৰ ওচৰত 'আত্ম নিবেদন' কৰিছে। চিৰ জাগ্ৰত মঙ্গলময় শক্তিটোৰ ওচৰত 'আত্ম নিবেদন' কৰি যি আনন্দ লাভ কৰিলে, সেই আনন্দৰ ধ্বনি 'এক্কন মান ছোৱালীকণ তঁই' আৰু 'মাভৈঃ' কবিতাত প্ৰকাশ পাইছে।

'এক্কন মানি ছোৱালীকণ তঁই' প্ৰকৃততে এটা গভীৰ প্ৰেমৰ কবিতা। ক্ষোভ আৰু হাস্যৰসৰে সিক্ত এই কবিতাটোৰ মাজেদি প্ৰেমিকাৰ অভিমান ভঙ্গ কৰাৰ চেষ্টা হৈছে। নায়কৰ হৃদয়ত নায়িকাৰ শৰীৰ আৰু মনৰ প্ৰতিটো ভঙ্গী এনেদৰে অঁকা আছে যে হাঁহিৰ ছলেৰে প্ৰেমিকাক তোষামোদ কৰোঁতে নায়ক-নায়িকাৰ হৃদয়ৰ একাত্মতা প্ৰকাশ পাইছে। নায়ক-নায়িকা উভয়েই বিৰহত কষ্ট পাইছে।

শিল্পী বৰুৱাৰ হৃদয়সম্ভূত প্ৰেমিকাৰ শৰীৰ আৰু মনৰ সৌন্দৰ্য্য হাস্যৰসাত্মক ৰূপ লোৱাৰ অৰ্থ আছে। নায়ক-নায়িকাৰ হৃদয়ত যেতিয়া গভীৰ প্ৰেমভাৱ থাকে তেতিয়া বাহ্যিক ধেমালিয়ে প্ৰেম-প্ৰীতি দৃঢ়হে কৰে। চন্দ্ৰকুমাৰ আগৰৱালাৰ ভাষাত কবলৈ গ'লে প্ৰেম হৈছে— "ধেমালি খণ্ডৰ নৈ।" বৰুৱাই যি ভক্তিৰে ব্ৰহ্মোপাসনা কৰিছে, সেই দৃঢ় ভক্তিৰে প্ৰেমিকাকো আৰাধনা কৰিছে।

বৰুৱাৰ এই প্ৰেম নিবেদনত চাঞ্চল্য নাই ; চিত্তৰ সমতাৰ মাজেদি গভীৰ প্ৰেমত বুৰ মাৰি নায়িকাৰ খং ভাব জাগ্ৰত কৰি অভিমান ভঙ্গ কৰিছে। বৰুৱাৰ শিল্প কৌশল অভিনৱ। কোনো অসমীয়া প্ৰেমিক কবিয়ে এই কৌশলেৰে আত্মপ্ৰকাশ কৰিব পৰা নাই। বৰুৱাৰ এই শক্তিৰ মূলতে হৈছে আধ্যাত্মিক আৰু ব্যৱহাৰিক জীৱনৰ অভিজ্ঞতাৰ সমতা।

মৌলিক প্ৰতিভা, হৃদয়ৰ একান্ত সাধনা আৰু সামগ্ৰিক জীৱনবোধৰ ওপৰত গুৰুত্ব আৰোপ কৰা বৰুৱাই 'মাভৈঃ' কবিতাত অসমীয়া সাহিত্যৰ তথাকথিত ভব্য-গব্য লিখকসকলক ব্যঙ্গ কৰিছে। জীৱনৰ ব্যাপক অভিজ্ঞতা আৰু গভীৰ অধ্যয়নৰ মাজেৰে শিল্পী মানস ৰূপ নললে সাহিত্য গতানুগতিক হয়। কম বয়সীয়া শিল্পী বৰুৱাই সমসাময়িক সাহিত্যৰ সমালোচনা কৰায়েই নহয়, সৰ্বকালৰ সাহিত্যৰ প্ৰতিও অভিনৱ উপায়ে সমালোচনা আগবঢ়াইছে।

জাতীয় জীৱনৰ সুস্থ বিকাশৰ বাবে সৃষ্টিৰ সমান্তৰালভাৱে সুস্থ সমালোচনাৰ প্ৰয়োজন। অসমীয়া সাহিত্যৰ ৰোমাণ্টিক যুগৰ কাব্য-কাৰসকলৰ অনেকে এই দৃষ্টি-ভঙ্গী আগত ৰাখি গহীন আৰু ধেমেলীয়া তথা ব্যঙ্গাত্মক কবিতা ৰচনা কৰিছে। সমাজৰ প্ৰতিক্ৰিয়াশীল আৰু প্ৰগতিবাদী এই দুই বিৰুদ্ধবাদী শক্তিৰ স্ফুৰণ এইদৰে দুটা দিশত হয়।

ৰোমাণ্টিক যুগৰ 'ত্ৰি-মূৰ্তি'ৰ তিনিওজনে কাব্যত এই দুয়োটা ধাৰা প্ৰৱৰ্ত্তন কৰিছে। বেজবৰুৱাৰ কাব্য প্ৰতিভাৰ হাস্যৰসাত্মক দিশটো সহজাত, কিন্তু হেমচন্দ্ৰ গোস্বামী আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ পৰৱৰ্তী কালত আয়ত্ব কৰা।

হেমচন্দ্ৰ গোস্বামীৰ 'ধনঞ্জয় ঢোল', চন্দ্ৰকুমাৰ আগৰৱালাৰ 'চাকৰি স্তোত্ৰ' আদি কবিতা ৰচনাৰ উদ্দেশ্যলৈ লক্ষ্য কৰিলে, প্ৰগতিবাদী কলাকাৰসকলৰ চিন্তাধাৰা আৰু সমাজ জীৱনৰ ৰূপটো বুজা যায়। সেয়ে 'বাঁহী' আলোচনীয়ে সতত এনে প্ৰগতিবাদী আদৰ্শৰ প্ৰতি লক্ষ্য

ৰখা বাবেহে হাস্যৰস আৰু প্ৰেম-বিষয়ক কবিতাৰ মাজেদি উমেশ বৰুৱাই শিল্প-ৰীতিৰ বৈচিত্ৰ্য প্ৰদৰ্শন কৰিব পাৰিছিল।

সাহিত্যৰ ৰচনা-ৰীতি তথা কোনো আদৰ্শ দীৰ্ঘকাল চলিলেহে ক্ৰমশঃ ন ন কৌশলে এনে ৰচনা-ৰীতি নাইবা আদৰ্শৰ মাজেদি প্ৰকাশ লাভ কৰে। নৱ নৱ কৌশলেহে সাহিত্যৰ যি কোনো ধাৰা শক্তিশালী কৰে। বৰুৱাৰ কবিতাৰ বৈচিত্ৰ্য আৰু পৰম্পৰা স্বকীয় প্ৰতিভাৰ নিদৰ্শন।

**কনকলাল বৰুৱা ঃ**

কনকলাল বৰুৱাই ৰচনা কৰা কবিতাসমূহ পোহৰলৈ অহা নাই যদিও, 'ব্ৰহ্মপুত্ৰ' নামৰ কবিতাটোৱেই বৰুৱাৰ ধ্যানী মন আৰু সম-সাময়িক চিন্তা প্ৰবাহৰ হৃদয়ৰ খলকনি প্ৰকাশ কৰিছে।

দীৰ্ঘকাল ব্ৰহ্মপুত্ৰৰ পাৰত বহি সন্ধ্যা সময়ৰ দৃশ্য চাই চাই বৰুৱাৰ মন সৌন্দৰ্য্যেৰে ভৰপূৰ হৈছে; এই সৌন্দৰ্য্যই অন্তৰ আত্মাৰ দুৱাৰ মুকলি কৰি দিয়াত পৰমজ্ঞানে কবিৰ হৃদয় আলোকিত কৰিলে। ব্ৰহ্মপুত্ৰৰ কুলু-কুলু গীতত কবিয়ে বিচাৰি পালে ব্ৰহ্মাণ্ড ব্যাপী থকা প্ৰেম।

ব্ৰহ্মপুত্ৰই অবিৰাম গতিত সাগৰৰ প্ৰেমত মুগ্ধ হৈ অসীমৰ যোগেদি অনন্তলৈ যাত্ৰা কৰিছে। বৰুৱাই আন আন ৰোমাণ্টিক কাব্যকাৰসকলৰ দৰে গতিশীল জীৱন দৰ্শন আৰু কৰ্মপ্ৰেৰণা বিচাৰি পাইছে ব্ৰহ্মপুত্ৰৰ কুলু কুলু গীতত।

ব্ৰহ্মপুত্ৰৰপৰা জ্ঞান লাভ কৰি বৰুৱাই মানৱ সমাজৰ প্ৰতি দৃষ্টিপাত কৰি হতাশ হৈছে। বৰুৱাই কৈছে—

"তোমাক দেখিয়ে দিওঁ মানৱক ধিক
হৃবনে মানৱ হায়—
প্ৰেমিক তোমাৰ প্ৰায়।"

ব্ৰহ্মপুত্ৰৰ পাৰত বহি বৰুৱাই সমগ্ৰ মানৱ জাতিৰ কথা ভাবিছে ; কবিৰ মনত মুঠেও অসমৰ সোঁৱৰণী জাগি উঠা নাই। ব্ৰহ্মপুত্ৰৰ দৃশ্যৰাজিৰ মাজেদি মহামানৱৰ স্বপ্ন দেখা কবি মানস মহত্বৰ পৰিচায়ক।

কনকলাল বৰুৱাৰ দৰে আনন্দচন্দ্ৰ আগৰৱালাই 'বলম' নৈৰ পাৰত অনুৰূপ প্ৰেৰণা লাভ কৰিছে। কিন্তু দেৱকান্ত বৰুৱাই কলঙৰ পাৰত বিফল স্বপ্ন দেখিছে। বিনন্দচন্দ্ৰ বৰুৱাই দিখৌৰ সোঁতত মাৰ-নাও উজোৱাৰ শক্তিৰ দৃশ্য দেখিছে।

ব্ৰহ্মপুত্ৰ অসমৰ জাতীয় জীৱনৰ প্ৰতীক। কিন্তু দুখৰ বিষয়, প্ৰায়বোৰ কবিয়ে খণ্ডিতভাৱে লুইতৰ দৃশ্যৰাজি চাই তৃপ্তি লাভ কৰিছে যদিও, সামগ্ৰিক দৃষ্টিৰে ব্ৰহ্মপুত্ৰৰ শক্তিক জাতীয় জীৱনৰ শক্তিৰ প্ৰতীক কৰি তুলিব পৰা নাই।

বৰুৱাৰ 'ব্ৰহ্মপুত্ৰ' কবিতা লক্ষ্মীনাথ বেজবৰুৱাৰ 'ব্ৰহ্মপুত্ৰ সঙ্গীত' কবিতাৰ লগত ৰিজালে বৰুৱাৰ শ্ৰেষ্ঠত্ব দেখা যায়। বেজবৰুৱাই অসমৰ প্ৰাক্ ঐতিহাসিক যুগৰ কেইটামান ঘটনা সুঁৱৰি ব্ৰহ্মপুত্ৰ সঙ্গীত ৰচিছে। লক্ষ্মীনাথ ফুকনেও 'ব্ৰহ্মপুত্ৰৰ প্ৰতি' কবিতাত এই কৌশল প্ৰয়োগ কৰিছে। বেজবৰুৱা ব্ৰহ্মপুত্ৰৰ শক্তি আৰু বাণীৰ প্ৰতি সজাগ নহয়।

বৰুৱাৰ কবিতাই যুগৰ গ্ৰাসৰপৰা মুক্ত হৈ অনন্তৰ দুৱাৰ মুকলি কৰিছে ; সেয়ে বৰুৱাই ব্ৰহ্মপুত্ৰৰ সোঁতক লক্ষ্য কৰি কৈছে—'অনন্তত লীন হ'ব ই জীৱনৰ তৰী।'

কিন্তু বেজবৰুৱাই অতীত-বৰ্তমান-ভৱিষ্যতৰ যোগসূত্ৰ সাধন কৰিব পৰা নাই নাইবা অনন্তাভিমুখী হবৰ প্ৰয়াস কৰা নাই। বেজবৰুৱাই কৈছে—

"শুনা হেৰা ব্ৰহ্মপুত্ৰ।
সোণ অসমৰ প্ৰাণচিত্ৰ
(যেন) খেলাৰ শেষত তোমাৰ বুকুত
মাৰ যায় মোৰ জীৱন তৰণী।"

সেয়ে দেখা যায়, এটা মাত্ৰ কবিতায়ো প্ৰকৃত শিল্পীৰ সমগ্ৰ হৃদয়খন প্ৰকাশ কৰিব পাৰে ; যিদৰে পৰমাণুৰ ভিতৰতে বিশ্বসৃষ্টিৰ ক্ষমতা নিহিত থাকে। ব্ৰহ্মপুত্ৰ বিষয়ক কবিতাসমূহৰ বৈচিত্ৰ্য প্ৰকাশৰ বাবে বৰুৱাৰ কবিতা মূল্যৱান।

**হৰেশ্বৰ শৰ্মা :**

কামৰূপ তথা অসমৰ সভ্যতা-সংস্কৃতিৰ বিকাশত ব্ৰহ্মপুত্ৰই কেনেদৰে প্ৰভাৱ পেলাইছে, তাৰ এটা সামগ্ৰিক ৰূপ অঙ্কন কৰাৰ প্ৰয়াস কৰিছে হৰেশ্বৰ শৰ্মাই 'ব্ৰহ্মপুত্ৰৰ অভিযান' কাব্যত। কাব্য হিচাবে ইয়াৰ সৌন্দৰ্য্য থাকক নাথাকক, কিন্তু প্ৰগতিশীল চিন্তাৰ ব্যাপকতা আৰু গভীৰতা আছে।

আৰ্য্য সংস্কৃতিয়ে পুণ্যভূমি ভাৰতৰ প্ৰতিখন বিশাল নদ-নদী আৰু পৰ্বত-অৰণ্যৰ সৌন্দৰ্য্যৰাজিৰ মাজেদি বিচাৰি পালে সৃষ্টিৰ নিগূঢ় তত্ত্ব। সেয়ে বৈদিক ঋষিসকলে সৰ্বত্ৰ এই সংস্কৃতি বিলাবৰ কাৰণে বিভিন্ন ঠাইত আশ্ৰম পাতি নানান বাধা-বিঘিনিৰ সন্মুখীন হোৱা সত্বেও সংস্কৃতি সাধনা এৰা নাছিল। সেয়ে প্ৰতিখন নদ-নদী, পৰ্বতত তপস্বী-সকলে বিচাৰি পালে বিশ্ব-শিল্পীৰ শিল্প নৈপুণ্য। জগৎ স্ৰষ্টাৰ উদ্দেশ্য হ'ল এখন মঙ্গলময় পৃথিৱী সৃষ্টি কৰা। সেই উদ্দেশ্য লৈ বিধাতাই সৃষ্টিৰ মাজত আত্মগোপন কৰি মানবৰ প্ৰগতি ৰচিছে।

এনে এটা বিশাল প্ৰেৰণা লৈ শৰ্মাই 'ব্ৰহ্মপুত্ৰৰ অভিযান' কাব্য ৰচনা কৰিছে। ব্ৰহ্মপুত্ৰ বিষয়ক খণ্ড খণ্ড কবিতাবোৰৰ মাজেদি ৰোমাণ্টিক কলাকাৰসকলে হয় ব্ৰহ্মপুত্ৰক স্তুতি কৰিছে, নাইবা ব্ৰহ্মপুত্ৰৰ লগত জড়িত অসমীয়া সভ্যতা-সংস্কৃতিৰ কথা সুঁৱৰিছে, নাইবা ব্ৰহ্মপুত্ৰৰ প্ৰাকৃতিক সৌন্দৰ্য্য দেখি মুগ্ধ হৈছে।

কিন্তু কবি শৰ্মাই কৈছে যে বিধাতাৰ সৃষ্টিৰ সকলোৰে এটা কৰ্তব্য আছে। এই কৰ্তব্যই ধৰ্ম। সেয়ে বিশ্ব স্ৰষ্টাৰ বিধি সাৱোগত কৰি

ব্ৰহ্মপুত্ৰই হিমালয়ৰ বক্ষ ভেদি নানান বাধা-বিঘিনি অতিক্ৰম কৰি সুন্দৰৰ মহামেলা প্ৰতিষ্ঠাৰ আয়োজন চলাইছে।

শৰ্মাৰ মানস পুত্ৰ ব্ৰহ্মপুত্ৰই দুটা উদ্দেশ্য লৈ অবিৰাম গতিত কৰ্ম কৰিছে—এটা হৈছে শিল্পৰ মাজেৰে প্ৰেমিকা ললিতাৰ মনোৰঞ্জন সাধনা আৰু আনটো হৈছে প্ৰেমৰ সাধনাৰ লগে লগে প্ৰগতিবাদী চিন্তা আৰু কৰ্ম প্ৰেৰণাৰ দ্বাৰা ভাৰত তথা অসমবাসীক ধৰ্ম, অৰ্থ, কাম, মোক্ষ সাধনৰ উপায় বিধান দিয়া আৰু বিশ্বক আদৰ্শ দেখুওৱা। শৰ্মাই এই কাব্যখন 'ভাব-কাব্য' বুলি অভিহিত কৰিছে। যিদৰে 'অমোঘা গৰ্ভ সম্ভূত শান্তনু কুলনন্দনে' মানস সৰোবৰৰপৰা ওলাই আহি সমুদ্ৰলৈ গতি কৰিছে সেইদৰে শৰ্মাৰ ভাব-সৰোবৰৰপৰা ওলোৱা ব্ৰহ্মপুত্ৰৰ অভিযানৰ প্ৰচেষ্টাই অতীত-বৰ্তমান-ভবিষ্যত সংযোগ কৰিছে।

শৰ্মাৰ মানস পুত্ৰই আত্ম পৰিচয় দি কৈছে—

"কোনোবা কালতে নতুন প্ৰভাতে
আঁকিলে বিশ্বৰ পট ;
তাৰেই বুকুত থাপি দিলে মোৰ
জীৱন বোধন ঘট।"

এইদৰে কোনোবা কালতে সৃষ্টিৰ আনন্দ উৰুলি শুনি জগতলৈ নামি আহি ; শেষত সমুদ্ৰৰ বুকুত প্ৰেমিকাৰ লগত মিলি কৈছে—

"নিৰ্বিকাৰ চিত্তে সাধোঁ বিশ্বৰ মঙ্গল,
অনন্ত সৃষ্টিয়ে মোৰ কীৰ্ত্তিৰ মঙ্গল,
আমি দুই একে ব্ৰহ্মাণ্ডৰ
আমি সত্য আমি শিৱ আমিয়ে সুন্দৰ।"

'ভাব-কাব্য' হিচাবে বিচাৰ কৰিলে শৰ্মাৰ কাব্যত দাৰ্শনিক চিন্তা, কল্পনা, পৌৰুষৰ মহত্ত্ব, সৌন্দৰ্য্য বোধ আদিৰ সমাবেশ আছে। কিন্তু ভৌগোলিক, অৰ্থনৈতিক, ঐতিহাসিক আদি বিভিন্ন দৃষ্টিৰপৰা বিচাৰ

কৰিলে কলাকাৰে সাৰ্থকতা লাভ কৰা নাই। কলাকাৰ শৰ্মাই যি উদ্দেশ্য লৈ 'ব্ৰহ্মপুত্ৰ অভিযান' কাব্য ৰচনা কৰি আত্ম-প্ৰকাশ কৰিছে, ভাবৰ বিশালতাৰ মাজেদি সেই উদ্দেশ্য সাধন কৰিব পাৰিছে। শৰ্মাই যি অভিযান আৰম্ভ কৰিলে; পৰৱৰ্তী বিভিন্ন কলাকাৰে বিশাল প্ৰেৰণা আৰু অভিজ্ঞতা লৈ এই অভিযানত যোগদান কৰিলেহে অসমীয়া জাতিৰ শক্তিয়ে ব্ৰহ্মপুত্ৰক প্ৰতিনিধিত্ব কৰিব।

**কৃষ্ণপ্ৰসাদ আগৰৱালা ঃ**

ৰোমান্টিক যুগত কোনো কোনো কবিয়ে অধিক সংখ্যক কবিতা ৰচনা কৰা নাই যদিও; এই যুগৰ প্ৰায় আটাইবোৰ কবিৰে জীৱনৰ ব্যাপক জ্ঞান আৰু সৌন্দৰ্য্য স্পৃহা আছে। এওঁলোকৰ ভিতৰতে কৃষ্ণপ্ৰসাদ আগৰৱালা এজন।

'স্বাৰ্থ' নামৰ কবিতাত আগৰৱালাই প্ৰাকৃতিক সৌন্দৰ্য্যৰাজিৰ মাজতো দেখা পালে এটা স্বাৰ্থযুক্ত ভাব; তদুপৰি প্ৰাকৃতিক জগতৰ স্বাৰ্থপৰ ভাব মানৱৰ মাজত গভীৰভাৱে উপলব্ধি কৰি; কবিয়ে নিঃস্বাৰ্থভাৱে জীৱনৰ বাট বুলিবলৈ প্ৰেৰণা নাপাই আক্ষেপ কৰিছে।

আগৰৱালাৰ 'জোনাকী' নামৰ কবিতাটোৱে সমসাময়িক সমাজ আৰু কবি সাহিত্যিকসকলৰ ওপৰত 'জোনাকী' আলোচনীয়ে কেনে প্ৰতিক্ৰিয়া কৰিছিল তাকেই প্ৰকাশ কৰিছে। 'জোনাকী' কবিতাৰ মাজেদি আগৰৱালাৰ অন্তৰাত্মাৰ যিটো ৰূপ প্ৰকাশ পাইছে; তাত ৰোমান্টিক ভাব নাই। কবিৰ ভাব আৰু সৌন্দৰ্য্য সাধনা ক্লাছিকেল ধৰ্মী।

হেমচন্দ্ৰ গোস্বামীৰ 'বৰষা অনন্ত কাল জ্ঞানৰ পোহৰ জ্যোতিৰ্ময়ী জোনাকী সবিতা' বাক্যশাৰীৰ সুৰতে সুৰ মিলাই আগৰৱালাই কৈছে—

"বজোৱা কবিতা দেৱী। মৃদু মৃদু ধ্বনি
বিলোৱা পোহৰ জগতত।"

আগবঢ়োৱা গোস্বামীৰ জ্ঞান-সৌন্দৰ্য্য স্পৃহা সমাজৰ প্ৰগতিশীল ভাবধাৰাৰ প্ৰতিফলন।

**গণেশলাল চৌধুৰী :**

বৰপেটীয়া কবিৰ বিদ্ৰোহী মনোভাব আৰু কৃষ্ণভক্তি সমানে ব্যক্ত হৈছে গণেশলাল চৌধুৰীৰ কবি মানসৰ যোগেদি। চৌধুৰীৰ কবিত্ব শক্তি প্ৰাকৃতিক সৌন্দৰ্য্যৰ আৰাধনা আৰু কৃষ্ণভক্তিৰ যোগেদি বিকশিত হৈ দৰিদ্ৰনাৰায়ণৰ অৰ্চনাত সমাপ্ত হৈছে।

কবি চৌধুৰীয়ে প্ৰতি বছৰে 'বসন্ত'ৰ সৌন্দৰ্য্য উপভোগ কৰি বিশ্বশিল্পীৰ শিল্প নৈপুণ্য বুজাৰ চেষ্টা কৰাৰ লগে লগে ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দই শিল্পী চৌধুৰীৰ অন্তৰাত্মাত এটা অতীন্দ্ৰিয় আনন্দৰ ভাব জাগ্ৰত কৰিলে। প্ৰথমতে পৰম পুৰুষ কৃষ্ণই নিজৰ উক্তি 'ঋতুনাং কুসুমাকাৰঃ' এই উক্তি সাৰ্থক কৰাৰ বাবে 'বসন্ত সমাৰোহ' কবিতাত চৌধুৰীৰ হৃদয়ত দেখা দিলে। চৌধুৰীৰ ব্ৰহ্মজ্ঞানৰ এয়ে প্ৰথম স্তৰ।

'বসন্তৰ সমাৰোহ' কবিতাত পৰম পুৰুষৰ সাক্ষাৎকাৰ প্ৰত্যক্ষ হোৱা নাই। কিন্তু 'শূন্য গোকুল' কবিতাত যমুনাৰ পাৰত চন্দ্ৰাৱলী ৰাতিৰ স্মৃতি সুঁৱৰি চৌধুৰীয়ে মানস পটত ৰাধা-কৃষ্ণ আৰু অন্যান্য কৃষ্ণ-ভক্তা গোপীসকলক দেখা পালে।

কিন্তু বৰ্তমানে গোকুলৰ পূৰ্বাৱস্থা নাই; সমগ্ৰ গোকুলত শিল্পীয়ে অকলশৰে বিচৰণ কৰি এটা বিৰহ বেদনাৰ সুৰ ধ্বনিত হৈ থকা শুনিবলৈ পালে। অতীত বৰ্তমানৰ সংঘাতে কলাকাৰৰ হৃদয় ব্যথিত কৰিলে যদিও; কবিয়ে প্ৰজ্ঞাশক্তি লাভ কৰিলে। চৌধুৰীৰ এনে অনুভূতিৰ প্ৰতিধ্বনি বিনন্দ বৰুৱাৰ 'গড়গাঁও' আৰু শৈলধৰ ৰাজ-খোৱাৰ "বিষাণ দৈ" আদিত আছে।

কবি বেজবৰুৱাই 'কদম কলি'ৰ কেইটামান কবিতাত কৃষ্ণ-গোপী আৰু বৃন্দাবনৰ চিত্ৰ আঁকিছে। সেয়ে দেখা যায় বৈষ্ণৱ যুগৰ সাহিত্যৰ ভক্তি-গীতৰ সুৰ ৰোমাণ্টিক কাব্যত নতুন ৰূপত প্ৰতিধ্বনিত

হোৱাত কাব্য কলাই বিশুদ্ধতাৰ মাজেদি গতি কৰিছে। 'শূন্য গোকুল' কবিতাত মুকলিমূৰীয়া জন-জীৱনৰ বেদনামিশ্ৰিত এটা ৰূপ আছে।

সৌন্দৰ্য্য সাধনা আৰু ভগৱৎ ভক্তিৰ মাজেদি হৃদয়ৰ দুৰ্বলতা দূৰ কৰি; শিল্পী চৌধুৰীয়ে সমগ্ৰ মানৱ জাতিক পৰম জ্ঞানৰ পূজাত ব্ৰতী হৈ দেশৰ মুক্তি যুদ্ধত অৱতীৰ্ণ হবলৈ 'আহ্বান' জনাইছে। শিল্পী চৌধুৰীয়ে হৃদয়ত ভগৱানৰ ৰূপ লৈ কৰ্মৰ মাজেদি ঈশ্বৰক অৰ্চনা কৰি অন্যান্য প্ৰগতিবাদী, কলাকাৰসকলৰ শাৰীত উঠিছে।

'ৰূপান্তৰ' কবিতাত কলাকাৰ চৌধুৰীৰ হৃদয়ৰ নিজা সত্তা সম্পূৰ্ণৰূপে ব্ৰহ্মৰ লগত বিলীন হৈছে। সেয়ে কবিয়ে কৈছে—

"বলিয়া সাজি ফুৰিম নাচি উত্ৰাৱল গান গাই,
তোমাক যদি ভাল পোৱা মোৰ যথাৰ্থহে হয়।"

—ৰূপান্তৰ—

সমগ্ৰ জগত ব্যাপী ব্ৰহ্মৰ ৰূপ দেখা ব্যক্তিয়েহে এইদৰে আনন্দত মতলীয়া হৈ দেশ আৰু জনগণৰ সেৱা কৰিব পাৰে। সাধাৰণৰ দৃষ্টিত এই প্ৰেম বলিয়ালিহে; সেয়ে আনন্দচন্দ্ৰ আগৰৱালাৰ 'প্ৰণয়ৰ পৰিণাম' কবিতাৰ বিৰহিণী নাৰীগৰাকীয়ে সমাজৰ গঞ্জনা সহিব নোৱাৰি দেহত্যাগ কৰিছে।

গণেশলাল চৌধুৰীৰ আধ্যাত্মিক জীৱনৰ পৰম প্ৰকাশ 'মহাপূজা' কবিতা। কবি চৌধুৰীয়ে আধ্যাত্মিক অভিজ্ঞতাৰ শেষ স্তৰত উপনীত হৈ কৈছে—

"শঙ্খ ঘণ্টা দিয়া দলিয়াই
নিষ্কৰ্মাৰ মহা শান্তি
ভস্ম কৰা হৈ হৈ প্ৰয়োজন নাই।"

কবি চৌধুৰীয়ে প্ৰথমে শঙ্খ-ঘণ্টা আদিৰে দেৱতাৰ অৰ্চ্চনা কৰিছিল; জ্ঞান লাভৰ বাবে। কিন্তু পৰম জ্ঞান লাভ হোৱাৰ পাচত 'মানৱ

দেৱতা'ক তথা 'অন্ন-বস্ত্রহীন' জনক পূজা কৰিবলৈ আহ্বান জনাইছে—"দলিতৰ পদসেৱা মহাধৰম"'ৰ জয়ধ্বনি তুলি।

কবি চৌধুৰীৰ এই চিন্তাধাৰা চন্দ্ৰকুমাৰ আগৰৱালা, উমেশ চৌধাৰী আদি কলাকাৰসকলৰ চিন্তা আৰু অভিজ্ঞতাৰ সমপৰ্য্যায়ৰ। সেয়ে দেখা যায়, কলাকাৰসকলৰ চিত্ত শুদ্ধি আৰু গভীৰ মানৱতা বোধেহে কলাক স্থায়ী মূল্য দিয়ে, আৰু সামাজিক উদ্দেশ্য সাধন কৰে, নহ'লে কলাৰ সাধনাই কলাকাৰৰ অজ্ঞতাহে প্ৰকাশ কৰে।

কবিৰাজ কন্দলিয়ে 'সৰ্ব্বজন বোধে' কাব্য সাধনাৰ যি আদৰ্শ সৃষ্টি কৰিলে পৰৱৰ্তী কবিসকলৰ অধিকাংশই বৈষ্ণৱ যুগত আৰু ৰোমাণ্টিক যুগত এই আদৰ্শ ৰক্ষা কৰিছে। মাথোন আহোম যুগ আৰু 'অৰুণোদয়' যুগ ইয়াৰ ব্যতিক্ৰম।

**বদনচন্দ্ৰ শৰ্ম্মা :**

ব্যক্তিগত আৰু সামাজিক জীৱনৰ নানান দুখ-দুৰ্গতিৰ সম্মুখীন হৈ ব্যক্তিয়ে যেতিয়া ভগৱানক একান্তভাৱে বিশ্বাস কৰি কৰ্মত অগ্ৰসৰ হয়, তেতিয়া তত্ত্বজ্ঞানে ব্যক্তিৰ হৃদয়ত দেখা দিয়ে। এইদৰে পৰম জ্ঞানৰ অধিকাৰী হোৱা ব্যক্তিয়ে জীৱন যুদ্ধত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিবলৈ শক্তিলাভ কৰে।

কবি বদনচন্দ্ৰ শৰ্মাই 'ব্যথাৰ পূজা' কবিতাত এই ভাব প্ৰকাশ কৰিছে। এসময়ত বিপদ-বিঘিনিক কবিয়ে ভগৱানৰ নিষ্ঠুৰতাৰ আঘাত বুলি গণ্য কৰিছিল যদিও, নিজৰ পৌৰুষ আৰু একান্ত বিশ্বাসৰ দ্বাৰা সকলো বিপদ দূৰ কৰি কৃতকাৰ্য্য লাভৰ আনন্দত আত্মহাৰা হৈ কৈছে—

"দুখত প্ৰদীপ জ্বালি যতমানে জীৱনৰ মোৰ
তোমাৰেই চৰণত কৰি নিবেদন
কৰিম ব্যথাৰ মোৰ পূজা সমাপন

হলে এই দিবা-অৱসান
হে প্ৰিয় সুন্দৰ মহান।"

—ব্যথাৰ পূজা—

কবি শৰ্মাই ব্যথাৰ মাজেদি মন-প্ৰাণ নিৰ্মল কৰিবলৈ যি উদ্গনি পালে, তেনে প্ৰেৰণাৰ বশৱৰ্ত্তী হৈ অনেক কাব্যকাৰে অসমীয়া কাব্য ফুলনিত সৌন্দৰ্য্য বৃদ্ধি কৰিছে। প্ৰকৃততে অন্তৰৰ একান্ত ভক্তিয়েহে মানসিক সংযম আৰু দৃঢ়তা আনে। সেয়ে বৈষ্ণৱ কলাকাৰসকলে জীৱনত কৃতকাৰ্য্যতা লাভৰ মূল—ভক্তি বুলি কৈছে।

কবি শৰ্মাই পৰমজনক সাকাৰ ৰূপত বিচৰা নাই। শৰ্মা অক্ষৰ ব্ৰহ্মৰ সাধক। সেয়ে 'স্পন্দন' কবিতাত বিশ্বৰ বুকুৰেদি চিৰ প্ৰবাহিত চৈতন্য শক্তি অন্তৰাত্মাত উপলব্ধি কৰি নিৰ্বাণ লাভ কৰি শৰ্মাই কৈছে—

"কিন্তু তুমিময় চিৰকাল নাথ
তোমাৰেই ই জীৱন।"

বদন শৰ্মাৰ 'স্পন্দন' কবিতাৰ আনন্দ প্ৰবাহ দুৰ্গেশ্বৰ শৰ্মাৰ 'মহা নিৰ্বাণ' কবিতাৰ লগত বিজাব পাৰি। দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাত পৰমাত্মাৰ লগত একীভূত হৈ ব্ৰহ্মৰ লগত প্ৰভেদভাৱে চিৰ শান্তি উপভোগ কৰাৰ ভাব আছে; কিন্তু বদন শৰ্মাই অন্তৰাত্মাৰ লগত একীভূত হৈয়ো বিশ্বৰ লীলা চাই আনন্দ উপভোগ কৰি নিজৰ সত্তা জীয়াই ৰাখিছে।

সেইদৰে ৰহস্যবাদী কবি শৰ্মাই পৰমাত্মাৰ লগত একীভূত হৈ থাকিও, আধ্যাত্মিক জীৱনৰ পূৰ্ব অভিজ্ঞতা 'সপোন স্মৃতি' কবিতাত সুঁৱৰিছে। সেয়ে হৃদয়ত জাগ্ৰত হোৱা ব্ৰহ্মজ্ঞানৰ মাজেদি 'সপোন স্মৃতি'য়ে নিৰ্বাণপ্ৰাপ্ত কালতো কবিক পৃথিৱীৰ স্মৃতি পাহৰোৱা নাই। মহাকাশৰ মাজত বিচৰণ কৰি শিল্পীৰ আত্মাই শান্তি লাভ কৰিলেও, মাজে মাজে ভগৱানৰ সান্নিধ্য লাভৰ আনন্দ পাহৰা নাই। প্ৰথমতে

কৰি শৰ্মাই ভগৱানক নাথ হিচাবে বিচাৰিছে ; শেহত সেই সুন্দৰে প্ৰিয়াৰ ৰূপত দেখা দিছে।

**প্ৰভাতচন্দ্ৰ অধিকাৰী :**

প্ৰভাতচন্দ্ৰ অধিকাৰীয়ে 'যৌৱনাশীষ' কবিতাত হৃদয়ত বিৰাট সৌন্দৰ্য্য উপলব্ধি কৰি সমগ্ৰ জগত খনকে প্ৰেমময় বোধ কৰিছে। সমগ্ৰ দৃশ্য প্ৰপঞ্চই কবিৰ চিত্ত সাময়িকভাৱে চঞ্চল কৰি তুলিলেও ; ৰূপ, ৰস, গন্ধ, স্পৰ্শ আৰু শব্দৰ ইন্দ্ৰজালৰ মাজত বিচাৰি পালে নন্দন কাননৰ ৰূপ জ্যোতি। এয়ে প্ৰেম ৰূপে আহি কবিৰ চিত্তত দেখা দিছে ; সেয়ে অধিকাৰীয়ে কৈছে—

"প্ৰেমৰাগে চিত্তপটে
বিৰাজিছে নন্দন কানন।"

কিন্তু অধিকাৰীৰ সৌন্দৰ্য্য স্পৃহা ইন্দ্ৰিয়গ্ৰাহ্য নহয়। যৌৱনৰ বলিয়া বতাহত চঞ্চল নোহোৱাকৈ চিত্তৰ সমতাৰ মাজেদি কাম জয় কৰাই প্ৰকৃততে যৌৱনৰ আশীৰ্ব্বাদ। যৌৱন ফুল যদি কামনা ৰূপী বিহ-কীটে দংশন কৰে ; তেন্তে ব্যক্তিয়ে জ্ঞান লাভৰ আনন্দ উপভোগ নকৰে। সেই কাৰণে অধিকাৰীয়ে কৈছে—

"প্ৰবাহিত কৰা আজি
মৰি যক কামৰাজি
তব আশীৰ্বাদে মোৰ
জয়যুক্ত হক চিত্তসাৰ।"

অধিকাৰীয়ে যৌৱন কালতে চিত্ত জয় কৰি পৰমানন্দৰ অধিকাৰী হৈ হৃদয় পটত বাঁহীৰ সুৰ শুনিবলৈ পাই পৰমজনৰ চৰণত আত্মসমৰ্পণ কৰিলে। 'গোপাল' নামৰ কবিতাত হৃদয়ৰ নিভৃততম স্থানত লুকাই থকাজনৰ লগত কবিৰ সাক্ষাৎকাৰ হৈছে।

**ৰাজেন্দ্ৰনাথ বৰুৱা ঃ**

প্ৰাক্‌স্বাধীনতা যুগৰ ৰোমাণ্টিক ক্লাছিক সুৰ সাধনা কৰি হৃদয়ৰ পৱিত্ৰতা প্ৰাপ্ত হোৱাত পৃথিৱীত শান্তি স্থাপন প্ৰয়াসী কবিসকলৰ ভিতৰত ৰাজেন্দ্ৰনাথ বৰুৱাও এজন। সেয়ে বৰুৱাই কৈছে—

"বাজিছে আৰতি শঙ্খ মন্দিৰ মাজত
কৰোঁ গই নিজ উপাসনা,
মৰত বিয়পি পৰে এটি পুণ্য ৰেখা
পাতোঁ গই সঙ্গীত থাপনা।"

—সঙ্গীত থাপনা—

কবি বৰুৱাৰ আধ্যাত্মিক শক্তি আৰু কবিত্ব শক্তিৰ বিকাশৰ ইতিহাসৰ প্ৰথম পৰিচয় হৈছে 'সখি ঐ পৰেনে মনত' কবিতাটো। এই কবিতাটোৰ ভাব বিশ্লেষণ কৰিলে বাল্যস্মৃতি সৌন্দৰ্য্য স্পৃহা আৰু আকাশ-পৃথিৱীত সঞ্চৰণশীল কবি মানসৰ আনন্দ বিষাদৰ ঢৌ আৰু শেহত জীৱন-তত্ত্ব অবগত হৈ প্ৰকৃতিস্থ হোৱা ভাবৰাজি দেখা যায়। জীৱনৰ সত্য জ্ঞাত হৈ কবিয়ে কৈছে যে সকলো প্ৰকাৰ অভিজ্ঞতাৰ উদ্দেশ্য হৈছে সমগ্ৰ জগত ব্যাপী থকা 'পতিত পাৱন'জনক চিনি পোৱা আৰু 'জগতক ভাল পাব লাগে কেনেকৈ' তাকে শিকা।

মানৱৰ হৃদয় যেতিয়া সৰ্বপ্ৰকাৰ বন্ধনৰপৰা মুক্ত হৈ থাকে তেতিয়া মানৱে 'নুশুনা একেটি সুৰ' শুনি ব্যাকুল হৈ পৰে ; আৰু এই সুৰৰ ধ্বনি দৃশ্য প্ৰপঞ্চৰ মাজত অন্বেষণ কৰি ভগবৎ প্ৰেমত কাতৰ হৈ চকুলো টোকে। সেয়ে কবিয়ে কৈছে—

"নুশুনা একেটি সুৰ নিতউ বাজিছে
মৰতত এটি ক্ষুদ্ৰ মানৱে কান্দিব।"

লোকালোক ব্যাপী থকা সুৰে পবিত্ৰ হৃদয়ত প্ৰণয়ৰ সুৰ জগাব।

ৰহস্যবাদী কবিয়ে 'কুসুম আছেও নাই' কবিতাত মহাকাশত বিচৰণ কৰা কুসুমৰ আত্মাৰ সান্নিধ্য লাভ কৰি কুসুমৰ মৃত্যু-জনিত বিৰহৰ দুখ পাহৰিবলৈ চেষ্টা কৰিছে। সেয়ে বৰুৱাই কৈছে—

"মৰিও কুসুম জীয়ায়ো কুসুম
কুসুম আছেও নাই।"

ৰাজেন্দ্ৰনাথ বৰুৱাই সময়ে সময়ে প্ৰাকৃতিক দৃশ্যাৱলী চাই আনন্দ পাইছে ; আৰু সময়ে সময়ে প্ৰাকৃতিক দৃশ্যাৱলীৰ মাজেদি বিষাদৰ সুৰ ধ্বনিত হোৱা শুনিছে। কিন্তু কবিৰ মনত জাগ্ৰত হোৱা আধ্যাত্মিক বিষাদে বাস্তৱ জগতখনৰ প্ৰতি কবিক আওকণীয়া কৰা নাই। বৰং যিমানেই হৃদয়ৰ গভীৰতম স্থানত বিষাদৰ সুৰ বাজিছে, সিমানেই সাত্বিক ভাবৰ প্ৰেৰণাত কবিয়ে কৰ্মশক্তি লাভ কৰি হৃদয়ত 'অতলৰ মধুময় ভাষা' বিচাৰি পাইছে।

কবি বৰুৱাৰ আধ্যাত্মিক জীৱনৰ ওপৰত দুৰ্গেশ্বৰ শৰ্মা আৰু ৰঘুনাথ চৌধাৰী আদি কবিসকলৰ প্ৰভাৱ পৰা দেখা যায় যদিও, বৰুৱাই সমসাময়িক চিন্তা প্ৰবাহৰ মাজেদি মৌলিকভাৱে আত্মপ্ৰকাশ কৰিছে। জীৱনৰ বিভিন্ন দিশৰ অভিজ্ঞতাবাজি ঐতিহাসিক দৃষ্টি-ভঙ্গীৰে বৰুৱাই ৰূপ দিছে। তদুপৰি সমসাময়িক প্ৰায়বোৰ কবিয়ে দীৰ্ঘ পৰ্য্যায়ৰ কবিতাৰ ৰচনা কৰা নাই, নাইবা যি সকলে দীৰ্ঘ পৰ্য্যায়ৰ কবিতা ৰচনা কৰিছে তেওঁলোকৰ অধিকাংশই ভাবৰ ঐক্য ৰক্ষা কৰিব পৰা নাই, কিন্তু ৰাজেন্দ্ৰ বৰুৱাই এই বিষয়ত দক্ষতা প্ৰকাশ কৰিছে।

**থানেশ্বৰ হাজৰিকা :**

থানেশ্বৰ হাজৰিকাই ইংৰাজী সাহিত্যৰ 'লৰ্ড ইউলিন্স ডটাৰ' নামৰ কবিতাটো 'গোহাঞি গাভৰু' নাম দি আধুনিক মালিতাৰূপে ৰচনা কৰি আহোম যুগৰ এটি প্ৰেম-বিৰহৰ কাহিনী ৰূপায়ণ কৰাৰ চেষ্টা কৰিছে।

আহোমৰ ছশ-বছৰীয়া ৰাজত্ব কালত বিশেষকৈ নানান সামৰিক অভিযানৰ মাজেদি নাইবা ৰাজনৈতিক ঘটনাৰ যোগেদি ৰাজবংশীয় কোঁৱৰসকলৰ জীৱনত নাইবা জনসাধাৰণৰ মাজতো প্ৰেম-বিৰহৰ সংঘাত সৃষ্টি হৈছিল। কিন্তু প্ৰতিক্ৰিয়াশীল আহোম ৰাজতন্ত্ৰৰ শাসনে নাৰীৰ প্ৰেম নাইবা নাৰীৰ আদৰ্শক মূল্য নিদিয়া বাবে মালিতা ৰচনাৰ প্ৰেৰণা সৃষ্টি নহ'ল। সেয়ে বিহু উৎসৱ নাইবা বনগীত, বিহুগীতে সেই যুগৰ ডেকা-গাভৰুৰ প্ৰেম-বিৰহক ৰূপ দিলেও ; সামগ্ৰিকভাৱে কাহিনী আকাৰে সুদীৰ্ঘ-কালৰ প্ৰেমৰ ৰূপ মালিতাৰ মাজেদি প্ৰকাশ নাপালে।

ৰোমাণ্টিক যুগতো কলাকাৰসকলে নাটক, উপন্যাসৰ মাজেদিহে ঘাইকৈ আহোম যুগৰ চিত্ৰ প্ৰকাশ কৰাৰ চেষ্টা কৰিলে। যদিও এই সুদীৰ্ঘকালৰ ঘটনাৱলীৰ অন্তৰালত মালিতা ৰচনাৰ নানান সমল লুকাই আছে, তথাপিও ব্যাপক অভিজ্ঞতা সম্পন্ন কলাকাৰৰ চেষ্টা নোহোৱা বাবে আহোম যুগৰ প্ৰেম-বিৰহ বিষয়ক কাহিনীৰ আলমত এই যুগৰ জীৱন ধাৰাৰ কাব্যিক ৰূপায়ণ হোৱা নাই; সেয়ে হাজৰিকাৰ 'গোহাঞি গাভৰু' মালিতা তাৎপৰ্য্যপূৰ্ণ।

হাজৰিকাই মৰাণ বৰুৱাৰ পুত্ৰ মদন আৰু লীলাৰ প্ৰেম-বিৰহৰ কৰুণ দৃশ্যৰ কাৰুণ্য প্ৰকাশ কৰিছে, নায়ক-নায়িকাই ঘোৰ অন্ধকাৰ ৰাতি নাৱেৰে লুইত পাৰ হোৱা দুঃসাহসিক কাৰ্য্যৰ দ্বাৰাই। নায়ক-নায়িকাৰ গভীৰ প্ৰেমে ঘাটৈক মুগ্ধ কৰা বাবে ঘাটৈয়ে পাৰিশ্ৰমিক নোহোৱাকৈ নায়ক-নায়িকাক লৈ বিপদ-বিঘিনিৰে পৰিপূৰ্ণ লুইতৰ মাজেদি নাও মেলি দিলে।

নায়িকা লীলাৰ বৃদ্ধ পিতৃৰ বিলাপৰ যোগেদিও মালিতাটোৰ কাৰুণ্য ঘনীভূত হৈছে। সেয়ে ৰোমাণ্টিক যুগত ৰচিত কাৰুণ্য-প্ৰধান মালিতাৰ স্থান গুৰুত্বপূৰ্ণ।

হাজৰিকাই 'গোহাঞি গাভৰু' কবিতাত ৰোমাণ্টিক প্ৰেমৰ ট্ৰেজিক পৰিণতি ৰূপ দিছে, সেইদৰে 'মাতৃৰ প্ৰতি' কবিতাত মণিপুৰৰ সুযোগ্য

শাসক বব্রুবাহনৰ মাতৃৰ স্বামী ভক্তিৰ আদৰ্শ, বব্রুবাহনৰ পিতৃভক্তিৰ সংকল্প, সত্যনিষ্ঠা আৰু 'মাতৃৰ প্ৰতি' পিতৃৰ অৱহেলাক ৰূপ দি সামাজিক অন্যায় প্ৰকাশ কৰিছে। মাতৃৰ দুখত ব্যথিত হোৱা পুত্ৰৰ হৃদয়ে সমগ্ৰ নাৰী জাতিৰ প্ৰতি কৰা অন্যায় অবিচাৰৰ ৰূপ দেখি কৈছে।

"কান্দোনত ওফৰক শিৰ হিমাদ্ৰিৰ।" মুঠতে 'মাতৃৰ প্ৰতি' কবিতাটোত হাজৰিকাৰ চিত্ত যিদৰে বিগলিত হৈছে 'গোহাঞি-গাভৰু' কবিতাত সেইদৰে হোৱা নাই।

হাজৰিকাৰ 'বিহুৱান' কবিতাৰ বিশেষ মূল্য নাই যদিও; ৰোমান্টিক যুগত বেজবৰুৱাকে আদি কৰি কবিসকলে অসমৰ লুপ্তপ্ৰায় সংস্কৃতি বিহুক পুনৰ জীৱন দিবলৈ যি প্ৰচেষ্টা চলাইছিল তাৰ প্ৰতিক্ৰিয়া অসমীয়া সমাজ জীৱন আৰু সংস্কৃতিৰ ওপৰত পৰে। সেয়ে বিহু বিষয়ক বিভিন্ন কবিতাৰ মাজেদি সামূহিক চেতনা প্ৰকাশ পাইছে।

**লক্ষ্মীকান্ত বৰুৱা:**

প্ৰকৃতি প্ৰীতিৰ মাজেদি মানৱ প্ৰেমৰ গভীৰতমলৈ প্ৰবেশ কৰি আত্মশক্তিত বলীয়ান হৈ অমৰত্ব কামনা কৰা কবিসকলৰ ভিতৰত লক্ষ্মীকান্ত বৰুৱাও অন্যতম। প্ৰাকৃতিক সৌন্দৰ্য্যই যেতিয়া কলাকাৰৰ অন্তৰৰ বিষাদ দূৰ কৰি আত্মজ্ঞান দিয়ে, তেতিয়াহে কলাকাৰে নিৰ্মল জ্ঞান লাভ কৰে।

বৰুৱাই 'বনফুল' কবিতাত দূৰৰ পৰাই 'বনফুল'ৰ সৌন্দৰ্য্য সাধনাত ব্ৰতী হৈ এটা সত্য আবিষ্কাৰ কৰিলে যে, 'বনফুল' সৰলচিতীয়া হোৱা বাবে মানব সমাজৰ জটিলতাত প্ৰবেশ কৰি মনৰ শান্তি হেৰুৱাব খোজা নাই। বনফুলে মানবৰ প্ৰেম প্ৰীতি নাপালেও অকপটে ভগবানক আৰাধনা কৰে আৰু সুঘ্ৰাণ সৌন্দৰ্য্য বিলাই মানব সমাজক সৌন্দৰ্য্য সাধনাৰ প্ৰেৰণা যোগায়। সেয়ে দূৰৰ পৰাহে শিল্পী প্ৰাণে বনফুলৰ

সৌন্দৰ্য্য উপভোগ কৰি প্ৰকৃত প্ৰেমৰ মৰ্ম বুজি পায়। নিঃস্বাৰ্থ সেৱাই বনফুলৰ লক্ষ্য।

'বনফুল'ৰ অন্তৰত নিঃস্বাৰ্থ সেৱাৰ আদৰ্শ দেখা শিল্পী বৰুৱাই ফুলৰ আদৰ্শ সাৰোগত কৰি 'ভাল পোৱা'ৰ মহান জ্যোতিৰে আলোকিত হৈ কৈছে—

"আপোন অস্তিত্ব মোৰ আপোনাত নাই
ভালপোৱা গোঁসানীৰ দান
পৰহস্তে জীৱনত আৰু বলিদান
প্ৰাণ মোৰ সুৰভি সঙ্কাশ।"

—ভালপোৱা—

অহমিকা লুপ্ত কৰি স্বদেশ-স্বজাতিৰ হকে আত্ম-বলিদান দিয়াই হৈছে প্ৰকৃত 'ভাল পোৱা'। স্বাধীনতাৰ পূৰ্ব কালত আত্মত্যাগৰ বাণীৰে মুখৰিত সমাজখনে অন্যায়ৰ বিৰুদ্ধে যুঁজ কৰিবলৈ এইদৰে সামূহিক প্ৰেৰণা লাভ কৰিছিল।

বৰুৱাৰ 'মালতী' কবিতাটো 'বনফুল'তকৈ প্ৰভেদ। 'মালতী' কবিতাত এখন ফুলনি আৰু ফুলনিৰ সৌন্দৰ্য্যত একীভূত হৈ পৰা এগৰাকী গাভৰুৰ প্ৰতিকৃতি আছে। কবি মানসত ফুলনিৰ লগতে অভিন্নভাবে সৌন্দৰ্য্যৰ মাজেদি দেখা দিয়া প্ৰেমিকা 'মালতী'ৰ ৰূপে কবিৰ হৃদয়ত আনন্দৰ সঞ্চাৰ কৰিলেও 'ভালপোৱা' কবিতাৰ চিত্ত বিগলিত ৰূপ নাইবা সাহসী প্ৰেৰণা প্ৰকাশ পোৱা নাই।

'বনফুল', 'মালতী' আৰু 'ভালপোৱা' কবিতা তিনিটাৰ মাজেদি ৰোমান্টিক কবিৰ ফুল-নাৰীৰ প্ৰীতি প্ৰকাশ পোৱাৰ উপৰিও ঈশ্বৰ বিশ্বাস, কৰ্মশক্তিৰ প্ৰেৰণা ৰূপ পাইছে।

**লক্ষ্মীধৰ শৰ্মা :**

ৰোমান্টিক যুগৰ অন্যান্য ৰহস্যবাদী শিল্পীসকলৰ দৰে লক্ষ্মীধৰ শৰ্মায়ো প্ৰাকৃতিক দৃশ্যৰাজিৰ সৌন্দৰ্য্যৰ মাজেদি চিৰ প্ৰবাহিত চৈতন্য

শক্তি প্ৰেম-সৌন্দৰ্য্যৰূপে পখিলাত মূৰ্ত্তৰূপ পোৱা দেখিছে। শিল্পী শৰ্মাৰ মানস পটত জাগ্ৰত হোৱা সৌন্দৰ্য্যৰ বিৰাট ৰূপে সত্য-সন্ধানী কবিক তত্ত্বজ্ঞান দিলে। কবিৰ বিশ্বাস, মানৱে মুক্ত মন লৈ প্ৰকৃতিৰ ৰূপ আৰাধনা কৰিলে পৰম জ্ঞানে ধৰা দিব।

কবিয়ে উপলব্ধি কৰিলে যে প্ৰকৃতিৰ বিৰাট সৌন্দৰ্য্যৰাজি আৰু পখিলাৰ অপৰূপ ৰূপৰাজিয়ে শাশ্বত সত্যক প্ৰকাশ কৰি ক্ৰমশঃ মানৱ সমাজৰপৰা অজ্ঞান আঁতৰাই সুন্দৰক পূৰ্ণৰূপ দি প্ৰতিষ্ঠা কৰিব। সৃষ্টিৰ বিচিত্ৰ ৰূপৰ মাজেদি স্ৰষ্টাৰ উদ্দেশ্য জ্ঞাত হোৱা কবিয়ে কৈছে—

"জগতত হ'ব সুন্দৰৰ বুলি
ৰাজ্য স্থাপন,
আজি নহলেও কালি নহলেও
এদিনাখন।"

—পখিলা—

লক্ষ্মীধৰ শৰ্মাৰ আদৰ্শ মতে মানৱ সমাজৰ প্ৰগতিৰ মূলতে হৈছে প্ৰকৃতিৰ সৌন্দৰ্য্য সাধনা কৰি, সেই সৌন্দৰ্য্য সাধনালব্ধ সত্যক বাস্তৱত ৰূপ দিয়াৰ চেষ্টা কৰা। শিল্পীয়ে প্ৰকৃতিৰ মাজৰপৰা সুন্দৰৰ প্ৰেৰণা লাভ কৰি, শিল্প নৈপুণ্যৰ দ্বাৰা মানৱ সমাজত সৌন্দৰ্য্যবোধ জাগ্ৰত কৰি মানৱৰ প্ৰগতি ৰচিব লাগিব।

প্ৰগতিবাদী কলাকাৰ লক্ষ্মীধৰ শৰ্মাই 'নাৰী' কবিতাত নাৰীক সমসাময়িক কবিসকলৰপৰা ভিন্ন দৃষ্টিৰে চাইছে। সুন্দৰ সৌন্দৰ্য্যৰ পূজা মানৱ সমাজত প্ৰতিষ্ঠা কৰি, সকলো প্ৰকাৰ কলুষতা আঁতৰোৱাৰ চেষ্টাত ব্ৰতী হোৱা শিল্পী শৰ্মাই নাৰীক ফুলৰ লগত একীভূত কৰি নাৰীৰ প্ৰেম সৌন্দৰ্য্য উপভোগ কৰা নাই।

শৰ্মাই পোনতে নাৰীৰ মহান গুণাৱলীৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি শেষত নাৰীৰ চৰিত্ৰৰ অন্ধকাৰ ফালটো বিশ্লেষণ কৰিছে। শিল্পী

শৰ্মাই আক্ষেপ কৰিছে যে মানৱ সভ্যতাৰ ক্ৰমগতিত প্ৰাচীন কালত নাৰীয়ে যি অৱদান আগবঢ়াইছিল, আজিৰ সমাজ খনৰ প্ৰগতিত নাৰীয়ে সেই অৱদান দিয়া নাই।

আধুনিক সভ্যতাই যিদৰে মানৱ সমাজ জটিল কৰিছে, সেইদৰে নাৰীয়েও জটিলতাৰ প্ৰতীকৰূপে সমাজত দেখা দি সমাজ আৰু ব্যক্তিৰ জীৱনৰ পৰা শান্তি দূৰ কৰিছে। অসমীয়া সাহিত্যৰ ৰোমাণ্টিক যুগত শিল্পীসকলে প্ৰধানকৈ নাৰীৰ দুখ-বেদনাৰ ওপৰতে গুৰুত্ব আৰোপ কৰিলে; কিন্তু শিল্পী শৰ্মাই নাৰীক সাহসী প্ৰেৰণা যোগাই নাৰীৰ ৰাক্ষসী ৰূপটোও আঁকিছে। কবিয়ে ভাবে—সমাজৰ প্ৰগতি আৰু শান্তিৰ বাবে নাৰীয়ে অতীতৰ আদৰ্শ লৈ সমাজত নিজক প্ৰতিষ্ঠা কৰাৰ লগতে মানৱৰ উপকাৰ সাধন কৰিব লাগিব। সেয়ে কবিয়ে কৈছে—

"অতীত গৌৰৱৰ নাৰীৰ কল্পনা
সেই মাত্ৰ সত্য হক মোৰ জীৱনত।"

—নাৰী—

সৌন্দৰ্য্য আৰু মানৱতাৰ পূজাৰী জ্ঞান-বৈৰাগ্যৰ বলত পৰম শক্তি উপভোগ কৰা কবিয়ে, মৰণৰ আগমুহূৰ্ত্তত যিদৰে আত্মপ্ৰকাশ কৰিছে, তাৰ মাজেদি ভাৰতীয় দৰ্শনৰ প্ৰাণ স্বৰূপ মোক্ষৰ আনন্দ উপভোগ আৰু মানৱ সমাজৰ প্ৰতি কল্যাণকামী দৃষ্টি প্ৰকাশ পাইছে।

শৰ্মাৰ 'মৰণ দেৱতাৰ' ৰূপটো হৈছে ভগৱান কৃষ্ণৰ পৰম কাৰুণিক 'প্ৰেম-সুধা-শান্তি' ৰূপ। শিল্পী শৰ্মাই ৰোগাক্ৰান্ত হৈ যি দৃঢ়তা আৰু শান্তিৰে 'মৰণ দেৱতাৰ' ৰূপ আঁকিলে, তাৰ মূলতে হৈছে ভগৱানৰ ওচৰত কৰিব আত্মসমৰ্পণ। যি জন শিল্পীয়ে পখিলাৰ পাখিত বিশ্ব সৌন্দৰ্য্যৰ শাশ্বত ৰূপ দেখে, সেইজন শিল্পীৰ দৃষ্টিত মৃত্যু কেৱল দেহান্তৰ প্ৰাপ্তিহে। সেয়ে আত্মা-পৰমাত্মাৰ তত্ত্ব অৱগত হোৱা কবিয়ে বিশ্বৰ মঙ্গলৰ হকে মৃত্যুৰ আগমুহূৰ্ত্ততো প্ৰাৰ্থনা কৰি কৈছে—

জগতৰ কাকো নকৰি মলিন
নকৰি বিমৰ্ষ,
থাকে যেন সি নকৰি কাকো
অলপো স্পৰ্শ।"

—মৰণ দেৱতা—

এই উদাৰ ভাব একমাত্ৰ ব্ৰহ্ম সাক্ষাৎকাৰ হোৱা ব্যক্তিৰ পক্ষেহে সম্ভৱ।

তদুপৰি শিল্পী শৰ্মাৰ গভীৰ বিশ্বাস এই যে, সুন্দৰৰ আৰাধনাৰ যোগেদি মঙ্গলময় ৰাষ্ট্ৰ প্ৰতিষ্ঠাৰ যি আদৰ্শ তেওঁ পোষণ কৰিছে, সেই সাধনা ভগৱানৰ অনুগ্ৰহত সাৰ্থক হৈ কবিক অনন্ত লোকত আনন্দ দিব।

**গণেশচন্দ্ৰ হাজৰিকা:**

গণেশচন্দ্ৰ হাজৰিকাই কাব্য জগতত প্ৰবেশ কৰোঁতে বিশ্বপ্ৰেম, মানসিক দৃঢ়তা আৰু গতিশীল জীৱনাদৰ্শ সমল কৰি লয় যদিও, পৰবৰ্ত্তী জীৱনত এটা ব্যৰ্থতাৰ ভাবে কবিৰ অন্তৰ আকাশ আচ্ছন্ন কৰে। সেয়ে তেওঁৰ 'কবিলৈ' কবিতাত কবিৰ প্ৰতি যি দৃঢ় আহ্বান প্ৰকাশ পাইছে, 'কল্পনা' কবিতাত সেই দৃঢ়তা আৰু মানসিক শক্তি নাই।

হাজৰিকাই যি সাধনাত ব্ৰতী হৈ ব্যক্তিগত জীৱন আৰু সমাজ জীৱন মঙ্গলময় কৰাৰ সপোন ৰচিছিল, 'কল্পনাত' তাক সহজ যেন পালেও, বাস্তৱ ৰূপায়ণত নানান সংঘাত দেখিলে। সেয়ে কল্পনা-বাস্তৱৰ সংঘাতে হৃদয়ত যি প্ৰতিক্ৰিয়া কৰিলে, সেই প্ৰতিক্ৰিয়াই কবিক আত্মহত্যাৰ পথলৈ টানি নিলে। সেয়ে হাজৰিকাই কৈছে—

"অসুখ অশান্তি ছাঁয়া পেলালে তুনাই
মেঘ এচটাই বেলি ঢাকি,

ভাগ্য লক্ষ্মী আঁতৰিল নেপাই পোহৰ
নুমাল ই কল্পনাৰ চাকি।"
—কল্পনা—

ভৱনাথ হাজৰিকাই পবিত্ৰ প্ৰণয় জনিত সংঘাতৰ সম্মুখীন হৈ আপোনঘাটী হোৱাৰ দৰে, গণেশচন্দ্ৰ হাজৰিকায়ো আদৰ্শ বাস্তৱৰ সংঘাতৰ বেদনা ভোগ কৰি আপোনঘাটী হ'ল। গণেশচন্দ্ৰ হাজৰিকাৰ এই কৰুণ পৰিণতিত গোপন প্ৰেমৰ প্ৰভাবো লক্ষ্য কৰা যায়। মুঠতে হাজৰিকাৰ এই দুটা কবিতাই অন্তৰাত্মাৰ স্বৰূপ প্ৰকাশ কৰিছে।

**বিপিন চন্দ্ৰ বৰুৱা :**

অসমৰ জাতীয় জীৱনৰ মলিবোৰ আঁতৰাই সমাজ জীৱনটো সুস্থ সবল কৰাৰ মানসে যিসকল ৰোমাণ্টিক যুগৰ কাব্যকাৰে ব্যঙ্গৰ যোগেদি সমাজৰ প্ৰতিক্ৰিয়াশীল শ্ৰেণীটোক বিদ্ৰূপ কৰিছে, তেওঁলোকৰ ভিতৰত বিপিন চন্দ্ৰ বৰুৱাও এজন।

বৰুৱাই কৈছে যে সমাজৰ তথাকথিত বৰলোকসকলৰ জাতীয় সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধা নাই, নাইবা আধ্যাত্মিক, মানসিক শক্তি নাই। অন্ধ অনুকৰণ প্ৰিয় এই শ্ৰেণীৰ লোকে ভেম-ভণ্ডামিৰ যোগেদি সামাজিক প্ৰতিপত্তি লাভ কৰি নাইবা বৃটিছ চৰকাৰৰ চাকৰিৰ পদমৰ্য্যাদাৰ যোগেদি সাধাৰণ শ্ৰেণীৰ লোকক তৃণবৎ গণ্য কৰে। ক্ষমতালোভী তথাকথিত লোকসকলে নিজকে সমাজৰ এটা বিশেষ শ্ৰেণী বুলি গণ্য কৰি সুবিধা পালেই সাধাৰণ মানুহক কষ্ট দি আনন্দ ভোগ কৰে। এই শ্ৰেণীৰ লোকক 'হলোঁহেঁতেন কি' নামৰ কবিতাত বৰুৱাই তিৰস্কাৰ কৰিছে।

বৰুৱাই 'হাঁ-হাঁ কা-কা' ব্যঙ্গাত্মক কবিতাটোত সমাজৰ অভিজাত শ্ৰেণীটোৰ ৰুচিহীনতা, হৃদয়হীনতা আৰু বিলাসী কৰ্মবিমুখ জীৱনক

উপলুণ্ঠা কৰাৰ লগতে সৰ্বহাৰা শ্ৰেণীটোৰ দুখত সহানুভূতি দেখুৱাইছে। সমাজৰ অভিজাত শ্ৰেণীটোৱে এটা ঠেক গণ্ডীৰ ভিতৰত জীৱন যাপন কৰা বাবে তেওঁলোকে উদাৰ মনোভাব লৈ দৰিদ্ৰ জনসাধাৰণৰ দুখ বুজাৰ চেষ্টা নকৰে। বৰুৱাই মাৰ্ক্সীয় শ্ৰেণী সংগ্ৰামৰ ৰূপ অঁকা নাই যদিও, ক্ৰমবৰ্ধমান সামাজিক বৈষম্যত সাধাৰণ বুৰ্জোৱা শ্ৰেণীটোকহে জগৰীয়া কৰিছে।

বৰুৱাই 'বৰুৱা, ফুকন, বৰা, বাবু, গোহাঁই, গোসাঁই' বিভিন্ন শ্ৰেণীৰ উচ্চ আৰু নিম্নশ্ৰেণীৰ বুৰ্জোৱা আদৰ্শ-পৰায়ণ লোকৰ সমাবেশত, গাঁৱৰ কৃষিজীৱী 'নদাই, ভোগাই, ৰাতিৰাম, মণি' আদি লোকসকলক উপস্থিত কৰাই, দুই শ্ৰেণীৰ লোকৰ চিন্তাধাৰাৰ ৰূপ স্পষ্টভাৱে আঁকি গাঁৱৰ কৰ্মী-জীৱনৰ মহত্ত্ব বখানিছে।

বৰুৱাই ব্যঙ্গাত্মক হাস্যৰসৰ যোগেদি সমাজৰ কৰ্মবিমুখ, অধঃপতিত শ্ৰেণীটোৰ চিত্ৰ আঁকি বেজবৰুৱা আদি কবিসকলে যি আন্দোলন গঢ়ি তুলিছিল সেই সৰ্বাত্মক আন্দোলনত যোগদান কৰিছে। তদুপৰি ক্ৰমাগতভাৱে বাঢ়ি যোৱা নগৰীয়া-গাঁৱলীয়া জীৱনৰ বৈষম্যৰ প্ৰতিও বৰুৱা সজাগ।

সমাজৰ সাধাৰণ শ্ৰেণীৰ লোকৰ চৰিত্ৰ স্বাধীনতাৰ পূৰ্বতে অধিকভাৱে তললৈ নমা নাছিল; অন্ততঃ গাঁৱলীয়া জীৱনত এটা আদৰ্শ আছিল। আনকি গাঁৱৰ গৰীব শ্ৰেণীৰ লোকসকলে নিৰ্য্যাতন ভোগ কৰিলেও, ধৰ্মৰ প্ৰভাৱৰ বাবেই হওক নাইবা ৰক্ষণশীলতাৰ বাবেই হওক কিছু পৰিমাণে সুখী জীৱন যাপন কৰিছিল। সেয়ে প্ৰাক্‌স্বাধীনতা যুগৰ কলাকাৰ সকলে প্ৰায়েই গাঁৱৰ সবল কৰ্মী লোক সকলক প্ৰশংসা কৰিছে। বৰুৱাই কেৱল নগৰৰ বিলাসী শ্ৰেণীটোক নিন্দা কৰা নাই; মাটিৰ তলত ধন পুতি থোৱা গাঁৱৰ হৃদয়হীন শ্ৰেণীটোকো লগতে তিৰস্কাৰ কৰিছে। সকলো যুগতে প্ৰতিক্ৰিয়াশীল শ্ৰেণীয়ে সমাজৰ প্ৰগতি ৰুদ্ধ কৰে।

**ভগৱতী প্ৰসাদ বৰুৱা :**

কবি শিল্পীৰ নৈসৰ্গিক প্ৰতিভাই কিদৰে জীৱনৰ বিশেষ ক্ষণত জাগ্ৰত হৈ বিশাল ৰসানুভূতিৰ মাজেদি চিৰ মৌনী নীৰৱ সাধনাৰ প্ৰেৰণাৰ দ্বাৰা অন্তৰ আলোকিত কৰে তাকেই ভগৱতী প্ৰসাদ বৰুৱাই 'তোমালৈ' কবিতাত ব্যক্ত কৰিছে।

বৰুৱাই প্ৰাকৃতিক সৌন্দৰ্য্যৰ তথা ভগৱানৰ বিভূতিৰ মহিমাৰ বিষয়ে ধ্যান কৰি, প্ৰভাতৰ সৌন্দৰ্য্যৰ পৰা সন্ধিয়াৰ আৰতি কালছোৱালৈ সৃষ্টিৰ নিগূঢ় তত্ত্ব অন্বেষণ কৰি, কৃতকাৰ্য্য হৈ সৃষ্টিৰ বৈচিত্ৰময় ৰূপৰ মাজত 'নীৰৱতা সোণৰ সঙ্গীত'ৰ মাধুৰ্য্য উপলব্ধি কৰিলে। গীতাত এই উপলব্ধিকে কোৱা হৈছে—'মৌনিং চৈবাস্মি গুহ্যানাং'।

কবি বৰুৱাৰ 'তোমালৈ' কবিতাত নীৰৱ সাধকৰ সাধনা লব্ধ জ্ঞান-ৰাজি জনিত পৰম শান্তি আছে। কবিয়ে মৌনতাৰ মাজেদি ব্ৰহ্মক উপলব্ধি কৰি কৈছে—

"তোমাক বুকুত লই
নাও মোৰ নীৰৱে চলিছে
(এই) মহাসিন্ধু নীৰৱতা ভেদি
ক'ত জানো অন্ত পৰিছে।"

—তোমালৈ—

বৰুৱাৰ তোমালৈ কবিতাৰ মাজেদি প্ৰকাশ পোৱা পৰমানন্দ আৰু মানসিক প্ৰশান্তি যতীন্দ্ৰনাথ দুৱৰাৰ 'তোমালৈ' কবিতাৰ বিষাদ-ঘন জীৱনৰ প্ৰতিচ্ছবিয়ে অসমীয়া কাব্য সাহিত্যৰ বৈচিত্ৰ প্ৰদৰ্শন কৰাৰ লগতে কলাকাৰ দুগৰাকীৰ হৃদয়ৰ স্বৰ্গ-মৰ্ত্ত্য প্ৰভেদ দেখুৱাইছে।

নীৰৱ কাব্য সাধনাৰ মাজেদি কাব্যৰ ৰসাস্বাদনত আত্মতৃপ্ত হোৱা কবি বৰুৱাই ৰবীন্দ্ৰ কাব্যৰ মাজেদি প্ৰকাশিত ৰবীন্দ্ৰনাথৰ আত্মাক

লগত একীভূত হৈ ৰবীন্দ্ৰ কাব্যৰ মাধুৰ্য্য 'ৰবীন্দ্ৰনাথ'ৰ প্ৰশস্তিৰ যোগেদি প্ৰকাশ কৰি কাব্য অধ্যয়ন আৰু কাব্য উপভোগৰ স্বৰূপ দেখুৱাইছে।

আন কথাত কবলৈ গলে প্ৰকৃততে কবিয়েহে কবিৰ প্ৰকৃত মূল্যাঙ্কণ কৰিব পাৰে ; সেয়ে এনেবোৰ প্ৰশস্তি সমালোচনা নহলেও একোজন মনীষীৰ প্ৰভাৱ মহান হৃদয়ৰ যোগেদি পৰম্পৰা ক্ৰমে ব্যক্ত হলেহে সাধাৰণ শ্ৰেণীৰ পাঠকে মহান লিখক সকলৰ কাব্যৰ ৰসাস্বাদন কৰিব পাৰে। গতিকে পৰৱৰ্ত্তী পুৰুষৰ যোগেদি প্ৰবাহিত কাব্য অধ্যয়নৰ আনন্দই গতি শক্তি লাভ কৰিব লাগিলে এই প্ৰশস্তিবোৰ অধিক প্ৰয়োজনীয়।

বৰুৱাৰ সৃষ্টি প্ৰতিভা আৰু কাব্য উপভোগৰ পৰা সাৰ ভাগ গ্ৰহণ কৰি কম কথাতে ৰূপ দিব পৰা নৈপুণ্য আছে।

**জ্ঞানানন্দ জগতী :**

জ্ঞানানন্দ জগতীৰ 'সকলো নোহোৱা হ'ব' কবিতাটো অধ্যাপক অতুল হাজৰিকাই এজন মাৰ্কিন কবিৰ কবিতাৰ ভাবানুবাদ বুলি কৈছে। অসমত ৰাজতন্ত্ৰ চলি থকা কালতো কবিসকলে সংস্কৃত সাহিত্যৰ গ্ৰন্থৰাজি নাইবা সংস্কৃত গ্ৰন্থসমূহৰ অংশ বিশেষ নৱীন ভাৰতীয় আৰ্য্যভাষালৈ ভাঙনি কৰোঁতে প্ৰায়েই ভাবানুবাদৰ যোগেদি সমসাময়িক সমাজ জীৱনক কেন্দ্ৰ কৰি জনসাধাৰণৰ প্ৰয়োজন সাধন কৰিছিল।

বৃটিছৰ সাম্ৰাজ্যবাদী শাসনৰ কালছোৱাত ৰোমাণ্টিক যুগতো কলাকাৰসকলে প্ৰায়েই ভাবানুবাদৰ মাধ্যমেৰে জাতীয় প্ৰয়োজন সাধে। কিয়নো প্ৰতিখন দেশৰ কলাকাৰৰ চিন্তা আৰু আদৰ্শ সেই দেশৰ প্ৰতিহে বিশেষভাবে উপযোগী। সেয়ে বিশিষ্ট কলাকাৰসকলৰ বিশ্বজনীন ভাবধাৰা অন্য দেশৰ জনগণৰ জীৱনৰ উপযোগী কৰি ৰূপ দিব লাগিলে ভাবানুবাদেই শ্ৰেয়। সেয়ে ৰোমাণ্টিক যুগৰ কলাকাৰ

সকলে এই চেতনা যুক্ত হৈ শিল্পসাধনাত আগবাঢ়োতে ভাৰতীয় জীৱন ধাৰাৰ প্ৰতি বিশেষ লক্ষ্য ৰাখিছে।

'সকলো নোহোৱা হ'ব' কবিতাটোৰ মাজেদি পুনঃ পুনঃ উক্তিৰ দ্বাৰা পাৰ্থিব সম্পদ আৰু ভোগ-বিলাসিতাৰ অনিত্যতাৰ কথা যুক্তিৰে প্ৰতিপন্ন কৰা হৈছে। পাৰস্য দেশৰ বিলাসী ৰজা এজনৰ দ্বাৰা কবিয়ে জীৱনৰ ভোগবিলাসিতাক আৰু আনকি যশঃ প্ৰাৰ্থী সকলৰ কীৰ্তিকো বিনাশী বুলি শিক্ষা দান কৰিছে। ক্ষণভঙ্গুৰ জীৱনৰ সকলো বস্তুৱেই বিনাশী। কিন্তু যি কালেই জগতৰ সকলোকে সংহাৰ কৰে সেই কালৰো মৰণ আছে।

যেতিয়া মৃত্যুমুখী অসহায় মানৱ হৃদয়ে কালৰো কাল থকা কথা উপলব্ধি কৰি কৰ্মত অগ্ৰসৰ হয়, তেতিয়া মৃত্যু ভয় মানৱৰ হৃদয়ৰ পৰা তৎক্ষণাৎ আঁতৰি যায়। এই গভীৰ দাৰ্শনিক তত্ত্বই হৈছে কবিতাটোৰ সাৰাংশ। স্বাধীনতাৰ পূৰ্ব কালত সংগ্ৰামী জনগণৰ মৃত্যুভয় নাইবা যশঃ প্ৰাৰ্থী লোকসকলৰ অন্তৰৰ দ্বন্দ্ব দূৰ কৰিবৰ বাবে কবিয়ে ভাৰতীয় জীৱন দৰ্শন পাশ্চাত্য কাব্যৰ পৰা চয়ন কৰিছে।

**ৰমানন্দ চৌধুৰী ঃ**

ৰমানন্দ চৌধুৰীৰ 'প্ৰাণৰ দেৱতা' অন্বেষণৰ ভাব মণ্ডলৰ পৰিধিৰ ব্যাপকতা আৰু গভীৰতাৰ মাজত প্ৰবেশ কৰিলে অসমৰ কাব্য সাহিত্যত 'সুন্দৰ' তথা ভগবানক বিচৰা কলাকাৰসকলৰ ভিতৰতে শ্ৰেষ্ঠ স্থান দিব লাগিব ; অন্ততঃ কবিতা সংকলন সমূহৰ মাজেদি যিখিনি কাব্যিক সম্পদ পোহৰৰ পথলৈ আহিছে তাৰ ভিতৰত।

অধিকাংশ সুন্দৰৰ সাধকে কাৰুণ্যৰ মাজেদি 'প্ৰাণৰ দেৱতা'ক তথা সুন্দৰক বিচাৰি শান্তি পাইছে। কিন্তু ৰমানন্দ চৌধুৰীৰ দেৱতা অন্বেষণৰ অভিযান প্ৰাচ্য পাশ্চাত্য মানৱ সভতাৰ দৰ্শন আৰু সংস্কৃতিয়ে ঢুকি পোৱা সকলো ক্ষেত্ৰতে চলিছে।

হিন্দু-মুছলমান-খৃষ্টান দৰ্শনৰ বিভিন্ন চিন্তাধাৰাৰ লগত গভীৰভাবে জড়িত হৈ, প্ৰবল শক্তিৰে চিত্তৰ ব্যাপকতাৰে সমগ্ৰ ব্ৰহ্মাণ্ড ব্যাপী পেলাই, জ্ঞানৰ মাজেৰে কবিয়ে ভগৱানৰ স্বৰূপ বুজাৰ চেষ্টা কৰি ব্যৰ্থ হৈ ভগবৎ অনুগ্ৰহ প্ৰাৰ্থনা কৰি কৈছে—

"কোৱা প্ৰভু ক'ত তুমি? আছা তুমি ক'ত?
ব্ৰহ্মাণ্ড কি অন্তৰ বাহিৰ?
সাকাৰ কি নিৰাকাৰ কি তোমাৰ
সূক্ষ্ম কিম্বা বিৰাট শৰীৰ?"

কবিৰ মনৰ এই বিৰাট প্ৰশ্নই দেখুৱাইছে যে ভগৱানৰ অনুগ্ৰহ নহলে কেৱল শাস্ত্ৰ অধ্যয়নৰ মাজেদি মানুহে 'প্ৰাণৰ দেৱতা'ক বিচাৰি নাপায়।

এই প্ৰশ্নৰ উত্তৰ স্বৰূপে কবিয়ে মানস পটত কৃষ্ণৰ ৰূপ দেখা পাই পৰম পুৰুষক সামগ্ৰিক ভাবে জানিবৰ বাবে নানান প্ৰশ্ন কৰিছে। শেষত কবিয়ে গীতাৰ জ্ঞানৰ মাজেদি ভগবানক সাকাৰ নিৰাকাৰ উভয় ৰূপতে চিনি পালে। কলাকাৰ চৌধুৰীয়ে জ্ঞানী-ভক্ত ৰূপে প্ৰাণৰ দেৱতাক কাকুতি কৰি তত্ত্বজ্ঞানৰ মাজেৰে হৃদয়ৰ সংশয় আঁতৰাই ভগবানৰ নাম কীৰ্তন আৰু ৰূপ সাধনাত গুৰুত্ব দিছে।

জ্ঞানী-ভক্ত চৌধুৰীয়ে কৈছে যে কেৱল ভাটৌৰ দৰে হৰিৰ নাম আওৰালে মোক্ষ লাভ নাইবা ঈশ্বৰৰ জ্ঞান নহয়। চৌধুৰীৰ মতে তত্ত্ব জ্ঞানেৰে চিত্ত বিশুদ্ধ কৰি হৰিৰ নাম ৰূপ ধ্যান কৰিলেহে "প্ৰাণৰ দেৱতা'ক পোৱা সম্ভৱ। আৰু তেতিয়াহে নিৰ্বাণ প্ৰাপ্তি।

কবি চৌধুৰীয়ে বৈষ্ণৱ সাহিত্যৰ একান্ত ভক্তিৰ পৰা ফালৰি কাটি আহি গীতাৰ 'জ্ঞান-বিজ্ঞান' যোগৰ ওপৰতহে গুৰুত্ব দিছে। প্ৰকৃততে আধুনিক যুগৰ যুক্তিবাদী চিন্তাধাৰাৰ লগত সংযোগ ৰক্ষা কৰি মানৱ সভ্যতাৰ প্ৰগতিৰ পথ নিৰ্দ্ধাৰণ কৰিব লাগিলে 'জ্ঞান-বিজ্ঞানৰ' যোগৰ

মাধ্যমতহে মানবাত্মাৰ মুক্তিৰ পথ বাছি লব লাগিব। চৌধুৰীয়ে বিভিন্ন সংস্কৃতিৰ গভীৰ জ্ঞানৰ মাজেৰে আহি শেষত জ্ঞান আৰু ভক্তিৰ সমন্বয় সাধন কৰিছে। ৰোমান্টিক যুগৰ ঈশ্বৰ তত্ত্ব বিষয়ক কবিতা সমূহৰ মাজেদি ইমান প্ৰাণ প্ৰাচুৰ্য্য প্ৰকাশ পোৱা নাই।

**হিমলা বৰুৱানী ঃ**

নলিনীবালা দেবীয়ে স্বামীৰ মৃত্যু আৰু সন্তান বিয়োগ জনিত ব্যথাৰ পৰা মুক্ত হ'বৰ বাবে ভগৱানৰ চৰণত আত্মসমৰ্পণ কৰাৰ দৰে হিমলা বৰুৱানীয়েও সাংসাৰিক দুখ-কষ্টৰ উপশমৰ বাবে প্ৰাৰ্থনা কৰি কৈছে—

"কিনো মায়াৰ বান্ধেৰে বান্ধিছা
বিষয় বাসনা জৰী
কাকুতি কৰিছোঁ হে মোৰ দেৱতা !
দিয়াহি মুকলি কৰি।"

—প্ৰাৰ্থনা—

বিষয়-বাসনাৰ পৰা উদ্ধাৰ পোৱাৰ একমাত্ৰ উপায় হৈছে 'প্ৰাৰ্থনা'ৰ যোগে ঈশ্বৰৰ দয়াত আত্মসমৰ্পণ।

বৰুৱানীয়ে ভগৱানৰ উপাসনাৰ যোগেদি আধ্যাত্মিক শক্তি লাভ কৰি সুখ-সন্তোষ লাভ কৰাৰ বিধান নিৰ্দেশ কৰিছে 'কি বিচাৰা ?' কবিতাত। বৰুৱানীয়ে 'কি বিচাৰা ?' কবিতাত আধ্যাত্মিক শক্তিৰ বলতে বলীয়ান হৈ কৈছে—

"যদি বিচাৰাহে ধন অমূল্য ৰতন—
চোৱা আপোনাৰ মাজে,
পৰম ধন ব্ৰহ্ম সনাতন
দেখিবা হিয়াৰ মাজে।"

—কি বিচাৰা ?—

'প্ৰাৰ্থনা' কবিতাত বৰুৱানীয়ে আধ্যাত্মিক শক্তি লাভৰ চেষ্টা কৰিছে; কিন্তু "কি বিচাৰা?" কবিতাত প্ৰাৰ্থনাৰ যোগেদি মনৰ শান্তি প্ৰাপ্ত হৈ অজ্ঞক পথ দেখুৱাব পৰা জ্ঞান লাভ কৰিছে। বৰুৱানীয়ে মানৱৰ সেৱাকে জীৱনত কৃতকাৰ্য্যতাৰ মূল বুলি কৈছে।

**পদ্মাৱতী দেৱী ফুকননী:**

পদ্মাৱতী দেৱী ফুকননীয়ে ব্যৱহাৰিক জীৱনৰ লাহ-বিলাহ তথা দাম্পত্য জীৱনৰ মধুৰ স্মৃতি আৰু পাৰমাৰ্থিক জ্ঞানেৰে পৰিমাৰ্জিত চিত্ত লৈ প্ৰাকৃতিক সৌন্দৰ্য্যৰ মাজত প্ৰৱেশ কৰি প্ৰকৃতি দেৱীক বিচিত্ৰ অঙ্গৰাগেৰে শোভিত দেখিলে।

সেয়ে 'ফুলৰাণী' তথা প্ৰকৃতি দেৱীয়ে কবিক অকলসৰে লগ পাই বিলাসী ৰমণীৰ দৰে প্ৰিয়জনৰ বিৰহ কাতৰ মনোবেদনা আৰু ৰূপৱতী নাৰীৰ ৰূপ-যৌৱনৰপৰা সৃষ্টি হ'ব পৰা মানসিক সংশয় ব্যক্ত কৰিছে।

কবিয়ে প্ৰকৃতি দেৱী তথা ফুলৰাণীৰ ৰূপ আৰু দৃশ্য-সজ্জা দেখি কৈছে যে, সচাঁকৈয়ে তেওঁৰ বান্ধৱী প্ৰকৃতি-দেৱীৰ ৰূপে অন্য কোনো দেৱতাক প্ৰলুব্ধ কৰিব। গতিকে কবিয়ে বান্ধৱীৰ লগৰীয়া হৈ 'সখাৰ হাতত সোধাই দিবলৈ' ফুলৰাণীৰ লগত যাত্ৰা কৰিলে।

ফুকননীয়ে প্ৰকৃতি-পুৰুষৰ লগত একাত্মবোধ উপলব্ধি কৰি ব্যৱহাৰিক জীৱনৰ সামাজিক মৰ্য্যাদা আৰু সৌন্দৰ্য্য সাধনাৰ সমতা ৰক্ষা কৰি নাৰী হৃদয়ৰ গোপন ভাব ব্যক্ত কৰিছে। ভাব আৰু শিল্প-ৰীতিৰ সুসঙ্গতিয়ে সৰ্বজনৰ হৃদয় গ্ৰাহিতা ৰক্ষা কৰি অসমীয়া কাব্য সাহিত্যৰ ইতিহাসত 'ফুলৰাণী' কবিতাই এখন বিশিষ্ট স্থান পাইছে। নাৰী হৃদয়ৰ বিভিন্ন অনুভূতি বিকাশেৰে অসমীয়া কাব্য

সাহিত্যৰ শ্ৰীবৃদ্ধি হলেহে অসমীয়া সংস্কৃতিয়ে প্ৰগতিৰ পথত অগ্ৰসৰ হ'ব।

**আজলীতৰা নেওগ :**

পদ্মাৱতী দেৱী ফুকননীয়ে নাৰী হৃদয়ৰ যৌৱন কালৰ এটি অনুভূতি প্ৰকাশ কৰিছে ; কিন্তু আজলীতৰা নেওগে ছোৱালীকালৰ এটা চিত্ৰ আঁকিছে 'খুদকণ' কবিতাত।

'খুদকণ' বাইদেউৰ কৰুণ স্মৃতিত লিখা কবিতাটিত বাই-ভনীৰ উলহ-মালিহৰ দৃশ্যই আৰু বিশেষকৈ বিহুৰ সময়ৰ আনন্দৰ দৃশ্যটোৱে নাৰী জীৱনৰ অভিজ্ঞতা কাব্যৰ মাজলৈ আনি অসমীয়া কাব্যৰ জেউতি চৰাইছে। আজলী তৰাই কৈছে—

"পৰেনে মনত আৰু    ৰঙালী বিহুত বাৰু
খোপাত কপৌ ফুল মৰা,
হাতত জেতুকা লোৱা    বৰ্হম থুৰিটি খোৱা
উলাহত নাচি-বাগি ফুৰা।"

নেওগৰ বিহুৰ আনন্দ উপভোগৰ দৃশ্য অভিনৱ। ইয়াত মুক্ত প্ৰাণৰ আনন্দ প্ৰকাশ পাইছে।

সেইদৰে ছোৱালী জীৱনৰ স্মৃতি স্বৰ্গগতা আৰু স্বৰ্গস্থিতা বাইদেউৰ আশীৰ্বাদ সাৰটি লৈ জীৱনৰ নশ্বৰতা উপলব্ধি কৰি, কবিয়ে মৰ্ত্যত শান্তিৰে জীৱন কটোৱাৰ সংকল্প কৰিছে। শোকসন্তপ্ত জীৱনৰ বেদনা আঁতৰাই পৃথিৱীত শান্তিৰে কাল কটোৱাৰ আদৰ্শ কবিতাটোত আছে। কিন্তু বিশেষকৈ নাৰী জীৱনৰ অভিজ্ঞতাৰপৰা লাভ কৰা অনুভূতিক ৰূপদিয়া কাৰ্য্যই 'খুদকণ' কবিতাটোৰ প্ৰধান আকৰ্ষণ।

পুৰুষ কবিসকলে দাৰ্শনিক, ৰাজনৈতিক নাইবা ঐতিহাসিক ঘটনাৱলীৰ অন্তৰালত লুকাই থকা সৌন্দৰ্যক ৰূপ দিব পাৰে ; কিন্তু নাৰীৰ হৃদয়ৰ বিভিন্ন অনুভূতিক পুৰুষ কবিয়ে সাৰ্থকভাবে ৰূপ দিব

পৰা নাই। সেয়ে নাৰীয়ে নাৰীৰ ক্ষেত্ৰত আত্মবিকাশ কৰিলেহে কাব্যৰ শক্তি বাঢ়িব।

**দেৱেশ্বৰ শৰ্মা :**

অধ্যাপক অতুল হাজৰিকাই 'মৰহা ফুলৰ কৰণি' গ্ৰন্থখনত প্ৰকাশ কৰা দুৰ্গেশ্বৰ শৰ্মাৰ জগত, জীৱ, ঈশ্বৰ, ব্ৰহ্ম, মুক্তি বিষয়ক আধ্যাত্মিক ভাবৰ সাতোটা কবিতাৰ লগত সঙ্গতি ৰাখি দেৱেশ্বৰ শৰ্মাৰ আধ্যাত্মিক ভাবৰ কবিতা তিনিটাৰ ভাব বিশ্লেষণ কৰিলে ভ্ৰাতৃদ্বয়ৰ জীৱনৰ ধ্যান ধাৰণাৰ সাদৃশ্য দেখা যায়।

কিন্তু দেৱেশ্বৰ শৰ্মাই ভাবৰ বিশালতাৰ ক্ষেত্ৰত তেওঁৰ সুযোগ্য ভ্ৰাতৃৰ ওচৰ চাপিব পৰা নাই যদিও, 'খাটনি' 'ছাঁয়া-মায়া' আৰু 'নীৰলে' নামৰ তিনিটা কবিতাত মুমুক্ষু পুৰুষৰ নিঃসঙ্গ নিস্পৃহ জীৱন যাপনৰ আদৰ্শ; আৰু সামাজিক জীৱনৰ প্ৰতি সচেতন ভাব আছে।

'খাটনি' কবিতাত দেবেশ্বৰ শৰ্মাই ভগবানক প্ৰাৰ্থনা কৰাৰ লগতে তেওঁৰ সুযোগ্য ভ্ৰাতৃৰ অভিভাৱকত্বৰ প্ৰতি খাটনি ধৰা দেখা যায়। শৰ্মাই কৈছে—

"তোমাৰ গুণতে যেন যশস্যা বঢ়াই
দুয়ো আহি আগবাঢ়ি যাওঁ;
ইটিৰ প্ৰাণত সিটি আঁউজি সদায়
পৃথিবীত সুখ-শান্তি পাওঁ।"

—খাটনি—

ঐহিক-পাৰত্ৰিক উভয় জীৱনতে একে আদৰ্শৰদ্বাৰা জীৱন গঢ়ি তোলাৰ প্ৰয়াসী দেৱেশ্বৰ শৰ্মাই 'খাটনি' কবিতাৰদ্বাৰা ভ্ৰাতৃস্নেহৰ আৰু পূৰ্ণ জীৱন বোধৰ পৰিচয় দি, পাৰিবাৰিক জীৱনৰ এটা চিত্ৰ আঁকিছে।

**পদ্মনাথ শৰ্মা ঃ**

পদ্মনাথ শৰ্মাৰ 'তুমি' কবিতাত আঠোটা ছেদৰ মাজেদি ভগৱৎ উপলব্ধিৰ যি বিৰাট ৰূপ প্ৰকাশ পাইছে, তাৰ মাজেদি কৃষ্ণই ভক্ত অৰ্জুনক গীতাত যেনেদৰে 'বিভূতি যোগৰ' মাজেদি নিজৰ স্বৰূপ ব্যাখ্যা কৰিছে, তেনেদৰে শৰ্মাই তেওঁৰ আৰাধ্য দেৱতাৰ ৰূপ অঙ্কণ কৰিছে।

যি দৃঢ়তা আৰু স্পষ্টতাৰে শৰ্মাই 'তুমি' কবিতাত ভগৱানৰ ৰূপ দৰ্শন কৰিছে তাৰ মাজেদি কমবয়সীয়া কবি শিল্পী শৰ্মাৰ শক্তিশালী ব্যক্তিত্ব প্ৰকাশ পাইছে। শৰ্মাৰ সুক্ষ্ম দৃষ্টিয়ে ব্ৰহ্মাণ্ডৰ সৰ্বত্ৰ বিচৰণ কৰি আৰাধ্য দেৱতাৰ ৰূপ সৃষ্টিৰ সমল গোটাইছে যদিও, শিল্পীৰ প্ৰাণে আৰাধ্য দেৱতাক সামগ্ৰিক ভাবে বুজা নাই। সেয়ে শেহত কৈছে—

"তুমি আগগুৰি বিহীন, তুমি কেনেবা কেনেবা।
কিবা কিবি, কিবা তুমি, কিবা আৰু কিবা।"

অৰ্থাৎ, কবিয়ে বুজি পালে যে ব্ৰহ্ম কি ব্যাখ্যা কৰি বুজাব নোৱাৰি, মাথোন উপলব্ধিহে কৰিব পাৰি।

আঠোটা ছেদৰ মাজেদি উপলব্ধিৰ গভীৰতা ঐক্যবদ্ধ ভাবে ছবি ৰূপে প্ৰকাশ পাইছে। সময়ে সময়ে ব্ৰহ্ম উপলব্ধিৰ আনন্দই কবিক তন্ময় কৰিছে। কবি শৰ্মাই বিশ্বৰ ৰূপৰ যোগেদি বিশ্বপতিক আৰাধনা কৰি সমসাময়িক আধ্যাত্মিক চিন্তাৰ পোহাৰ মেলিছে। চন্দ্ৰকুমাৰ আগৰৱালাই 'মুখত আনন্দ গীতা' লৈ জীৱন পথত অগ্ৰসৰ হোৱাৰ দৰে শৰ্মাৰো জীৱন সমল গীতা।

**বেণুধৰ ৰাজখোৱা ঃ**

আহোম যুগৰ প্ৰতিক্ৰিয়াশীল শাসনে নাৰীৰ সতীত্বৰ আদৰ্শক মূল্য নিদিয়া বাবে জনসাধাৰণৰ হৃদয়তো সতী জয়মতীৰ আদৰ্শই বিশেষ ক্ৰিয়া নকৰিলে সেয়ে এই যুগত জয়মতীক কেন্দ্ৰ কৰি কোনো কাব্য নাইবা মালিতা ৰচিত নহ'ল।

আনকি মূলা গাভৰুৰ সতীত্বৰ আদৰ্শয়ো সমাজ জীৱনত কেনে ক্ৰিয়া কৰিছিল জনাৰ উপায় নাই ; যিহেতু এই যুগৰ কলাকাৰ আৰু শাসকে নাৰীৰ আদৰ্শ তথা মানৱীয় চিন্তাধাৰাক মূল্য দিয়া নাছিল।

কিন্তু বিদেশী শাসকৰ শাসন কালত জাতীয়তাবাদী চিন্তাই নাৰীৰ মুক্তিৰ পথ ৰচনা কৰিলে। নাৰীয়ে সক্ৰিয়ভাৱে স্বাধীনতা সংগ্ৰামত যোগদান কৰিলে। সেয়ে আহোম ৰাজতন্ত্ৰৰ যুগত অৱহেলিত নাৰীয়ে মুক্তি সংগ্ৰামত পুৰুষৰ লগত সমানে খোজ দি সন্মান লাভ কৰিলে। তাৰ ফলতেই ৰোমাণ্টিক যুগৰ কলাকাৰসকলে নাৰীক উচ্চ মৰ্য্যাদা প্ৰদান কৰিলে।

বেণুধৰ ৰাজখোৱাই 'জয়াৰ জয় যাত্ৰা' বিষয়ক গীত ৰচনা কৰি প্ৰকৃততে সমাজৰ নাৰীসকলক প্ৰেৰণা যোগোৱাৰ উপৰিও ঐতিহাসিক কাহিনীক অৱলম্বন কৰি মালিতা ৰচনা কৰাৰ আদৰ্শ দাঙি ধৰিছে। বৈষ্ণৱ কলাকাৰ শঙ্কৰদেৱে ৰাধিকা শান্তীৰ সামাজিক মৰ্য্যাদা স্থাপন কৰি সমাজৰ অৱহেলিত শ্ৰেণীটোক সন্মান দেখুৱাইছিল, কিন্তু কোনো কাব্য নাইবা গীত ৰচনা কৰি নাৰীক সন্মান প্ৰদৰ্শন কৰা নাই।

গতিকে ৰোমাণ্টিক যুগৰ কলাকাৰসকলে জয়া, মূলা আদি বীৰাঙ্গণাসকলক আৰ্য্য ঋষি-পত্নী সকলৰদ্বাৰা স্বৰ্গলৈ আহ্বান জনাই হিন্দু সংস্কৃতিৰ উদাৰতাৰ বাণী প্ৰচাৰ কৰিছে। ৰাজখোৱাই কৈছে—

"একাদশ দিনা যত ঋষি পত্নী
সামবেদী সুৰে সুখ গীত গানে;
দ্বাদশ দিনত ঐৰাৱত আহি
স্বৰ্গ ছুৱাৰৰ বাতৰি জনালে।"

হিন্দু সংস্কৃতিয়ে এদিন আহোমসকলক ইন্দ্ৰবংশৰ মৰ্য্যাদা প্ৰদান কৰিছিল ; সেই হিন্দু সংস্কৃতিয়ে আহোমৰ ৰমণীক শ্ৰদ্ধাৰে স্বৰ্গৰ দেৱীৰ আসনত বহুৱাই পতি-ভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰিলে।

সৰ্বভাৰতীয় সংস্কৃতিয়ে পতিভক্তি পৰায়ণা নাৰীৰ যি মহত্ব প্ৰতিষ্ঠা কৰিছে, কবি ৰাজখোৱাই আৰ্য্য সংস্কৃতিৰ সেই আদৰ্শ

সাৰোগত কৰি অসমৰ জাতীয় জীৱনক জয়াৰ আদৰ্শৰ যোগেদি মহীয়ান কৰি তুলিলে। সেয়ে দেখা যায়, ৰোমাণ্টিক যুগৰ কাব্যকাৰ গীতিকাৰ-সকলে সৰ্বভাৰতীয় সাংস্কৃতিক আদৰ্শৰ সমন্বয় সাধনাৰ বাবে চেষ্টা কৰিছে।

জয়াৰ 'জয় যাত্ৰা' গীত করুণ ৰসাত্মক। বেজবৰুৱাই জয়মতী-মণিৰাম-পিয়লিৰ দুখত চকুলো টোকাৰ দৰে ৰাজখোৱাই জয়াৰ গীতত চকুলো টুকিছে। আহোম যুগৰ অত্যাচাৰ উৎপীড়নৰ স্মৃতিয়ে কবিৰ হৃদয়ত কোনো বৈপ্লৱিক ভাব জগোৱা নাই। মণিৰাম দেৱানৰ মালিতাতো কেৱল কাৰুণ্যহে আছে আহোম ৰাজত্বত যুদ্ধ-বিগ্ৰহ থাকিলেও বীৰৰসৰ ধাৰা সৃষ্টি নোহোৱা বাবে মালিতা সমূহো করুণ।

**বিষ্ণুপ্ৰসাদ দুৱৰা ঃ**

শিশু জীৱনৰ কাৰুণ্য মিশ্ৰিত এটি মধুৰ স্মৃতিয়ে বয়সপ্ৰাপ্ত হোৱাত তথা ভাটি বয়সত কিদৰে জীৱন-তত্ত্ব অৱগত কৰে, তাকে দুৱৰাই 'আইতাৰ বিয়া' নামৰ কৃবিতাটোত প্ৰকাশ কৰিছে। প্ৰকৃততে জীৱনৰ গভীৰ সত্যবোৰ সুদীৰ্ঘ কালৰ অভিজ্ঞতাৰ যোগেদিহে স্পষ্টৰূপে শিল্পীৰ হৃদয়ত ধৰা দিয়ে। দুৱৰাৰ কবিতাত শিশু কালৰপৰা আৰম্ভ কৰি ভাটি বয়সলৈ স্মৃতিৰ পথ অতিক্ৰম কৰি অহা এটা সত্যৰ আলোই সংসাৰৰ প্ৰতি কবিক উদাস কৰি তুলিছে।

শিশুৱে সংসাৰৰ জীৱন যাত্ৰা অনুকৰণ কৰি আনন্দ পায়। শিশুৱে সময়ে সময়ে সমনীয়াৰ লগত দৰা-কইনা খেল খেলে যদিও. নাতি-নাতিনীয়ে আইতাকৰ লগতো দৰা-কইনা খেলে। কবিয়ে শিশু জীৱনৰ দৰা-কইনা খেলখন ধেমেলীয়াভাৱে আৰম্ভ কৰি গহীনভাৱে শেষ কৰিছে।

সংসাৰৰ প্ৰতি উদাসীন হৈ পৰা বুঢ়ী আইতাই নাতি-নাতিনী সকলৰ খেলত যোগদান কৰিলেও, তেওঁ ধেমালিৰ মাজেদি এটা

আধ্যাত্মিক বিষাদ উপলব্ধি কৰিছে। শিশুৰ ধেমালিয়ে আধ্যাত্মিক শক্তিৰে হৃদয় আলোকিত হোৱা ব্যক্তিৰ মনত এটা উদাস ভাব জাগ্রত কৰে ; এই উদাস ভাবেই ইহলোক আৰু পৰলোকৰ যোগসূত্র স্থাপন কৰি জ্ঞানীলোকৰ হৃদয়ত সিপুৰীলৈ যাত্ৰাৰ বাবে মানসিক প্ৰস্তুতি সাধন কৰে।

শিশু দুটাই আইতাৰ কথাৰ ৰহস্য বুজি নাপালে যদিও, আইতাৰ ভাব-ভঙ্গীৰপৰা দুখ অনুভৱ কৰি কলে—

"নুবুজিলোঁ। একো নেলাগে আইতা,
ওৰণি গুচাই দিয়া,
তুমি গলে আমি উমলিম কাৰে
নেপাওঁ তোমাৰ বিয়া।"

বিয়াৰ শেষত আইতা ঘৰ এৰি যাব বুলি কোৱাত শিশু দুটাই বিচ্ছেদৰ দুঃখ উপলব্ধি কৰি বিয়া পতাৰ আনন্দ হেৰুৱাই পেলালে। শিশু জীৱনৰ আনন্দ মিশ্রিত কাৰুণ্যই গভীৰ সাঁচ বহুৱাই শিশুৰ অন্তৰাত্মাৰ সুকুমাৰ অনুভূতিৰ বিকাশ সাধন কৰে ; যেতিয়া সেই শিশু পূৰ্ব সংস্কাৰ লৈ জন্ম লাভ কৰে।

দুৱৰাৰ 'আইতাৰ বিয়া' কবিতাৰ শিশুমনৰ বিশ্লেষণৰ মাজেদি ভাৰতীয় দৰ্শনৰ গভীৰ তত্ত্ব প্ৰকাশ পাইছে। শিল্পীয়ে যেতিয়া দৰ্শনৰ যোগেদি সৃষ্টিৰ জ্ঞান আহৰণ কৰি শিল্প সাধনা কৰে, তেতিয়া শিল্পীৰ অন্তৰাত্মাৰ বিকাশৰ যোগেদি সামগ্রিক দৃষ্টিভঙ্গী প্ৰকাশ পায়।

শিশু সাহিত্য প্ৰণয়নৰ বাবে গভীৰ দাৰ্শনিক জ্ঞান আৰু সুনিপুণ শিল্প-কৌশল প্ৰয়োজন। দুৱৰাৰ এই দুয়োটা গুণ আছে। আইতাই ধেমালিৰ মাজেদি জীৱনৰ গভীৰ জ্ঞানৰ বীজ শিশু দুটিৰ হৃদয়ত ৰোপণ কৰিছে।

**দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা :**

হেমচন্দ্ৰ বৰুৱাৰ মৃত্যুত অসমীয়া জাতীয় জীৱনত বিশেষকৈ শিক্ষা সংস্কৃতিত যি শূন্যতাই দেখা দিলে, সেই শূন্যতা জড়িত বেদনা সশ্ৰদ্ধভাৱে মজিন্দাৰ বৰুৱাই ৰূপ দিছে 'হেমচন্দ্ৰ বৰুৱাৰ স্বৰ্গযাত্ৰা' কবিতাত।

এই কবিতাটোৰ প্ৰথম ভাগত কবিয়ে বাণীপুত্ৰ বৰুৱাৰ স্বৰ্গ যাত্ৰাৰ মাজেদি ভাৰতীয় দৰ্শনৰ চিন্তাৰাজিক স্পষ্টভাৱে ৰূপ দিছে। দ্বিতীয় ভাগত বৰুৱাৰ ৰচনাসমূহ উল্লেখ কৰি অসমীয়া জাতীয় জীৱনৰ প্ৰয়োজন দূৰ কৰাত কেনেদৰে এই গ্ৰন্থসমূহে ক্ৰিয়া কৰিছিল তাকে বৰ্ণাইছে।

শেষত এই গুণী পুৰুষজনাৰ প্ৰতি অসমীয়া জাতিয়ে যথোচিত শ্ৰদ্ধা নেদেখুওৱা বাবে, আৰু তেওঁৰ ৰচনাৱলীৰ সম্যক মূল্যাংকণ কৰিব নোৱৰা বাবে আক্ষেপ কৰিছে। জাতিৰ সঙ্কট কালত যি সকল গুণী লোকে মৃত্যুমুখী জাতিক উদ্ধাৰ কৰে তেওঁলোকক কেন্দ্ৰ কৰি জাতীয় জীৱনৰ জাগৰণ হ'লেহে জাতিৰ প্ৰগতি সম্ভৱ। সেয়ে কবিয়ে কৈছে—

"কিনো অসজ্ঞাতি অসমীয়া জাতি
নুবুজিলে তেওঁৰ মোল।
অসমীয়া জাতি তেনেই অজলা
নিচিনিলে হেম কোন।"

বৰুৱাৰ এই উক্তিৰ লগত কমলাকান্ত ভট্টাচাৰ্য্যৰ 'জাতীয় গৌৰৱ' কবিতাৰ আক্ষেপ বিজাব পাৰি। ভট্টাচাৰ্য্যই চকুলো টুকি অসমীয়া জাতিৰ হৃকে অসমৰ গুণী কলাকাৰসকলৰ স্মৃতি তৰ্পণ কৰি কৈছে—

"কত পৰিশ্ৰম কৰি কবিজন
সাজিলে মৌবাহ কেৱল বৃথায়,
আজি অসমৰ ডেকাৰ মাজত
বিচাৰি কোনো তাক খাওঁতা নাই।"

ভট্টাচাৰ্য্য আৰু বৰুৱাই কৈছে যে অসমৰ জাতীয় জীৱনৰ বিকাশৰ বাবে প্ৰাচীন কলাকাৰসকলৰ ৰচনাৱলী সম্যক অধ্যয়ন কৰি জাতীয় জীৱনৰ শক্তি প্ৰবাহিত কৰিব লাগিব। শক্তিমন্ত হৈ বিশ্বত জীয়াই থাকিব লাগিলে পূৰ্ব পুৰুষসকলৰ সৃষ্ট সম্পদৰাজি সম্যক ব্যৱহাৰ কৰি বিস্মৃতিৰ গৰ্ভৰপৰা ৰক্ষা কৰিব পাৰিলেহে জাতীয় জীৱনৰ প্ৰগতি সম্ভৱ।

সমসাময়িক এই দুগৰাকী কলাকাৰৰ একমুখী চিন্তাই জাতীয় জীৱনৰ অধঃপতিত অৱস্থা প্ৰদৰ্শন কৰি তাৰ প্ৰতিকাৰৰ বাবে সুচিন্তিত মন্তব্য দিছে। নিজস্ব চিন্তাধাৰাত বিশ্বাস হেৰুৱালে আৰু পূৰ্ব পুৰুষসকলৰ প্ৰতি বীতশ্ৰদ্ধ হ'লে জাতিৰ মৃত্যু হয়, ইয়াকে দুয়োগৰাকী কবিয়ে স্পষ্টভাৱে কৈছে।

**সত্যনাথ বৰা ঃ**

প্ৰগতিবাদী কলাকাৰ সত্যনাথ বৰাৰ গদ্যৰ মাজেদি প্ৰকাশ পোৱা ঐক্যবদ্ধ চিন্তা আৰু কল্পনা গহীন আৰু ব্যঙ্গাত্মক কবিতাৰ মাজেদিও সমানে বিকাশ হৈছে।

বৰাৰ 'লৰাকাল' নামৰ কবিতাটোৰ মাজেদি বাল্যকালৰ এটি স্মৃতি প্ৰকাশ পাইছে। লৰাকালত কবিয়ে প্ৰাকৃতিক সৌন্দৰ্য্যৰ মাজত আনন্দ উপভোগ কৰিছিল; কিন্তু বাল্যকাল অতীত হৈ যোৱাত লৰালি কালৰ আনন্দৰ স্মৃতিয়ে কবিৰ মনলৈ বিষাদ আনিলে।

'লৰাকাল' কবিতাটোত কবিয়ে গভীৰ দাৰ্শনিক দৃষ্টি লাভ কৰা নাই, বৰং উদ্‌ভ্ৰান্তভাৱে কৱিয়ে প্ৰাকৃতিক সৌন্দৰ্য্যৰ মাজত বিচৰণহে কৰিছিল। সেয়ে বাল্যকাল অতীত হোৱাত জীৱনৰ সমস্যা সমূহৰ বিষয়ে তাত্বিক জ্ঞান লাভ কৰি সমাজ সচেতন হোৱা বাবে পূৰ্বৰ সকলো ভাব সলনি হ'ল। সেয়ে কবিয়ে কৈছে—

"দুখেহে দেখিছোঁ মই গোটেই স্বৰ্গত
দুখৰহে কথা মোৰ জাগিছে মনত।"

—ল'ৰাকাল—

বাল্যকাল অতীত হোৱা সমাজ সচেতন শিল্পী মনে স্বৰ্গৰ অলীক সুখ-কল্পনা বাদ দি দাৰ্শনিক চিন্তা আৰু গভীৰ জীৱনবোধৰ মাজেদি শান্তি উপলব্ধি কৰি 'জীৱনৰ শান্তি পৰ্ব' প্ৰবন্ধত ভাটি বয়সৰ শ্ৰেষ্ঠতা দেখুৱাইছে।

বৰাৰ 'ল'ৰাকাল' আৰু 'জীৱনৰ শান্তি পৰ্ব' নামৰ কবিতা আৰু প্ৰবন্ধটোৰ ভাব বিচাৰ কৰিলে ইংৰাজ কবি ওৱাৰ্ডছৱাৰ্থৰ ওৱাই নদীৰ পাৰৰ স্মৃতি বিজড়িত ভাববাশিৰ লগত সাদৃশ্য দেখা যায়। ইংৰাজ কবিয়ে কৈছে—

"সেই সময় এতিয়া অতীত,
চিত্ত উদ্‌ভ্ৰান্ত কৰা স্ফূৰ্তিও শেষ।"

কিন্তু যৌৱন মতলীয়া আনন্দৰ ঠাইত মানৱতাৰ দুখৰ বেদনাৰ উপলব্ধিয়ে কবিৰ চিত্ত স্থিৰ কৰিছে। ইয়াৰপৰাই প্ৰজ্ঞা শক্তি উদয় হৈছে।

বৰাৰ 'সভ্যতাৰ মথাউৰি' কবিতাত প্ৰাচীন আৰু আধুনিক আদৰ্শৰ সংঘাতে কিদৰে অসমীয়া সমাজত প্ৰতিক্ৰিয়া কৰিছিল তাৰেই ৰূপ প্ৰকাশ পাইছে। অসমৰ জাতীয় জীৱনে মধ্যযুগীয় চিন্তাধাৰাৰপৰা মুক্ত হোৱাৰ পথত অগ্ৰসৰ হওঁতে, প্ৰতিক্ৰিয়াশীল আৰু প্ৰগতিবাদী আদৰ্শই কেনেদৰে ক্ৰিয়া কৰিছিল, কেইবাজনো কলাকাৰে ব্যঙ্গৰ মাজেদি ৰূপ দিছে। বৰাও অন্যতম। সভ্যতাৰ সংঘাতে অসমীয়া সমাজ জীৱন শক্তিশালী কৰা নাই। যিদৰে মথাউৰি ভাগিলে বানপানীয়ে খেতি-পথাৰৰ বিশেষ উপকাৰ নকৰে, আৰু যিদৰে মথাউৰি বান্ধি শক্তিশালী বানপানীক বাধা দিব নোৱাৰি, সেইদৰে পাশ্চাত্য সভ্যতাৰ শক্তিশালী প্লাৱনে প্ৰতিক্ৰিয়াশীল শ্ৰেণীৰ বাধা ওকৰালেও বিশেষ উপকাৰ সাধিব পৰা নাই। স্বাভাবিক গতিত সভ্যতা সংস্কৃতিয়ে ৰূপ পালেহে জাতীয় জীৱন শক্তিশালী হ'ব, এয়ে কবিৰ বিশ্বাস।

**জলতিৰাম লহকৰ :**

ৰোমাণ্টিক যুগত ঐতিহাসিক কাহিনীক কেন্দ্ৰ কৰি ৰচিত হোৱা নাটক আৰু উপন্যাসে নাৰীক উচ্চ মৰ্য্যাদা দিলেও, কবিতা নাইবা কাব্যৰ মাজেদি এই যুগৰ ৰাজনৈতিক, অৰ্থনৈতিক নাইবা সাংস্কৃতিক জীৱনৰ লগত নাৰীৰ ঘনিষ্ঠ সম্বন্ধ বিস্তৃতভাৱে প্ৰকাশ পোৱা নাই। মাত্ৰ দুই চাৰিজন কবিয়েহে আহোম যুগৰ নাৰীক গীত নাইবা কবিতাৰ মাজলৈ আনিছে। সেয়ে জলতিৰাম লহকৰৰ 'ওৰে নিশা প্ৰভু মই কটাওঁ তাঁতত' কবিতাটো তাৎপৰ্য্যপূৰ্ণ।

হিতেশ্বৰ বৰবৰুৱা, বেণুধৰ ৰাজখোৱা, থানেশ্বৰ হাজৰিকা আদিয়ে এই যুগৰ সতী নাৰীৰ চৰিত্ৰৰ গুণানুকীৰ্তন কৰাৰ দৰে লহকৰেও আহোম ৰমণীৰ পতি-ভক্তি, আৰু কৰ্তব্যনিষ্ঠা স্পষ্টভাৱে আৰু দৃঢ়তাৰে ৰূপ দিছে।

যুদ্ধৰ বাবে যাত্ৰা কৰাৰ আগ মুহূৰ্তত গোহাঁই দেউতাই তেওঁৰ পত্নীক কৱচ-কাপোৰ খোজাত প্ৰথমতে পতিস্নেহত কাতৰ হৈ যুদ্ধলৈ নাযাবলৈ অনুৰোধ কৰিলে যদিও, শেষত বীৰ পত্নীয়ে কৱচ-কাপোৰ বৈ উলিওৱাৰ বাবে দৃঢ় প্ৰতিজ্ঞ হৈ যুদ্ধৰ প্ৰস্তুতিৰে ওৰে নিশা তাঁত শালত বহি কাপোৰ বৈ উলিয়াই, দেৱতাৰ আশীৰ্বাদ প্ৰাৰ্থনা কৰি, নিজহাতে পৱিত্ৰ কাপোৰ স্বামীক দি ৰণলৈ পঠালে।

কপাহ নেওঠি, সূতা কাটি সম্পূৰ্ণ কাপোৰখন বৈ উলিওৱাৰ যিটো দৃশ্য লহকৰে অঙ্কণ কৰিছে, তাৰ মাজেদি কবিৰ হুবহু বৰ্ণনা শক্তি প্ৰকাশ পাইছে। সমগ্ৰ কবিতাত এটা ক্ষিপ্ৰতাৰ ভাব আছে।

লহকৰে সৃষ্টি কৰা নাৰীগৰাকীয়ে স্বামীৰ যুদ্ধ জয়ৰ যোগেদি কেৱল নিজৰে মঙ্গল কামনা কৰা নাই; দেশৰ স্বাধীনতা ৰক্ষাৰ বাবে আৰু অৰ্থনৈতিক উন্নয়নৰ বাবেও সজাগ। লহকৰৰ মানস কন্যাই সাধাৰণ জীৱন যাপন কৰিও নিজকে ৰাজৰাণী বিবেচনা কৰি কৈছে—"ই পঁজাত মই ৰাণী, স্বামী মোৰ ৰজা।" তদুপৰি লহকৰৰ সৃষ্ট নাৰীজনীয়ে

পৃথিৱীত সুখী দাম্পত্য জীৱন যাপন কৰাৰ পাচত স্বামীৰ লগত অনন্তগামী হোৱাৰ আশা পোষণ কৰি কৈছে—

"তোমাতে তন্ময় হ'ম তব গুণ গাই।
অন্তিমত তয্ পদে দুয়ো শিৰ থই ;
প্ৰবেশিম অনন্তত একেলগে গই।"

লহকৰৰ বীৰ নাৰীজনীৰ জীৱন কৰ্ম-জ্ঞান আৰু ভক্তিৰ আদৰ্শেৰে অনুপ্ৰাণিত।

ৰোমান্টিক যুগৰ যিসকল কবিয়ে পূৰ্ণ জীৱনৰ চিত্ৰ স্পষ্টভাৱে ওজস্বী ভাষাৰে ৰূপ দিছে, তেওঁলোকৰ ভিতৰত লহকৰো এজন। স্বাধীনতাৰ পূৰ্বকালত নাৰীক অনুপ্ৰেৰণা যোগাব পৰা ৰচনাৱলীৰ ভিতৰত লহকৰৰ কবিতাটোও অন্যতম। স্বাধীনতাৰ অদম্য স্পৃহাই মানৱৰ অফুৰন্ত কৰ্মশক্তি কেনেদৰে জাগ্ৰত কৰে ইয়াকে কবিতাটোত কোৱা হৈছে।

**ভবানন্দ দত্ত :**

ভবানন্দ দত্তৰ 'পূবেৰুণ' কবিতাত হৃদয়ৰ নিভৃততম স্থানৰপৰা নিৰ্গত চিন্তা আৰু সৌন্দৰ্য্যৰ সাধনাই অপূৰ্ব সমন্বয়ৰ মাজেদি মানৱাত্মাৰ তথা সমাজ জীৱনৰ মুক্তিৰ পথ বিচাৰিছে। মানৱ সভ্যতাৰ ক্ৰমগতিৰ জটিলতাই আৰু মানৱৰ দুৰ্বাৰ বাসনাই পৃথিৱীৰ বুকুৰপৰা সভ্যতা-সংস্কৃতিৰ শান্ত ৰূপ ধ্বংস কৰাৰ চেষ্টা কৰিছিল যদিও, মানৱৰ সভ্যতা-সংস্কৃতিৰ সাম্য-মৈত্ৰী স্বাধীনতাৰ আদৰ্শ চিৰকাল জীয়াই থাকিব।

কবিৰ হৃদয়ত উদয় হোৱা 'পূবেৰুণ'ৰ অন্তঃজ্যোতিয়ে কবিৰ চিত্তৰ চাঞ্চল্য দূৰীভূত কৰাত, শিল্পীয়ে মানৱ-সভ্যতাৰ তথা জ্ঞানৰ অনন্ত প্ৰবাহ উপলব্ধি কৰি কৈছে—

"দেখা দিব আকাশ ৰেঙাই
কালৰ সাগৰ ভেদি
উদ্ভাসিত ৰঙা সুৰুযৰ

প্ৰথম কিৰণ দীপ্তা তৰুণী উষাৰ
চকিত জীৱন শিখা ।”

মহাকালৰ দুৰ্বাৰ গতিয়ে মানৱ সভ্যতাৰ অনন্ত যাত্ৰাৰ পথত সময়ে সময়ে সংহাৰ মূৰ্তিৰে বাধা জন্মালেও, অন্ধকাৰ নিশাৰ অৱসান হ'ব ; আৰু চিৰকাল 'পূৱেৰুণ' উদয় হৈ নতুন শক্তি সঞ্চাৰ কৰি মানৱ সংস্কৃতি প্ৰগতিমুখী কৰি ৰাখিব। দস্তৰ এই কবিতাৰ মাজেদি ভাৰতৰ স্বাধীনতা লাভ আৰু বিশ্ব মানৱৰ সৰ্বপ্ৰকাৰ মুক্তি লাভৰ সবল আশা আছে।

**অমূল্য বৰুৱা :**

প্ৰাক্ স্বাধীনতা যুগৰ কবি অমূল্য বৰুৱাৰ জীৱনৰ শেষৰ সাতবছৰৰ অভিজ্ঞতা 'অচিনা' কাব্যত প্ৰকাশ পাইছে। একুৰি চাৰি বছৰ বয়সীয়া এই যুৱক কবিজনৰ প্ৰতিভাৰ বহুমুখী বিকাশৰ সম্ভাৱনা আৰু মৃত্যুৰ কালছোৱালৈ প্ৰকাশ পোৱা অভিজ্ঞতাৰাজি বিচাৰ কৰিলেহে বৰুৱাৰ শিল্প সাধনাৰ স্বৰূপ বুজা যায়।

অসমৰ কাব্য ফুলনিত অনেক কবিয়ে চিৰ সুন্দৰৰ সাধনাত ব্ৰতী হৈ সিদ্ধি লাভৰ আনন্দত আত্মহাৰা হৈছে। কিন্তু বৰুৱাই 'অৰূপ অচিনা'ক সামগ্ৰিকভাৱে চিনি পাবৰ বাবে একনিষ্ঠ সাধনা কৰা নাই। ভাৰতীয় সংস্কৃতিৰ সাধনাই কবিৰ অন্তৰাত্মাৰ পৰিপুষ্টি সাধন কৰা নাই।

সেয়ে বৰুৱাৰ অন্তৰাত্মাত এটা অৱসাদ আছে। এই অৱসাদ ৰঘুনাথ চৌধাৰী আৰু দেৱকান্ত বৰুৱাৰ মানসিক অৱসাদৰ তুল্য। বৰুৱাই দুৱৰাৰ দৰে সৌন্দৰ্য্যৰ মাজেদি 'অচিনা'ক চিনাৰ চেষ্টা কৰিছে ; কিন্তু হৃদয়ৰ কৰ্মশক্তিৰ গভীৰ প্ৰেৰণা নাইবা জ্ঞানভক্তিৰ মাজেৰে 'অচিনাক' চিনাৰ প্ৰয়াস নাই। সেয়ে অন্তৰাত্মাৰ দ্বন্দ্বই চিন্তা আৰু উপলব্ধিৰ ঐক্যত বাধা জন্মাইছে।

বৰুৱাই সমাজৰ অৱহেলিত আৰু পদদলিত শ্ৰেণীটোৰ প্ৰতি সহানুভূতি প্ৰকাশ কৰাৰ লগতে, বেজবৰুৱাই বিধবাৰ দুখত চকুলো টোকাৰ দৰে বিধবাৰ প্ৰতিও সমবেদনা প্ৰকাশ কৰিছে। কিন্তু বেজবৰুৱাই কবিতা ৰচনা কৰা সময়তকৈ পৰৱৰ্তী যুগৰ সমাজত নাৰীৰ স্থান পৰিবৰ্তিত হৈছে যদিও, বৰুৱাই এই পৰিবৰ্তন বুজা নাই।

বিধবা নাৰীক প্ৰগতিৰ পথ দেখুৱাই সাহসী প্ৰেৰণাৰ দ্বাৰা উদ্বুদ্ধ কৰিব পৰা শক্তি বৰুৱাৰ কবিতাত নাই। সেইদৰে 'বেশ্যা' কবিতাঁত বেশ্যা জীৱনৰ অন্ধকাৰময় চিত্ৰ আঁকিবলৈ গৈ সমগ্ৰ পৃথিৱীখনত বিচৰণ কৰি আধুনিক যান্ত্ৰিক সভ্যতাৰ বিকটময় ৰূপ অঙ্কণ কৰিলে যদিও, বেশ্যাই সমাজ জীৱনৰ দৃষ্টিগোচৰ হবৰ বাবে যি কলাত্মক ৰূপ পাব লাগিছিল সেই ৰূপ পৰিগ্ৰহ কৰা নাই।

বৰুৱাই 'বেশ্যা', 'কয়লা', 'কুকুৰ' আদি কবিতাসমূহৰদ্বাৰা আধুনিক যান্ত্ৰিক সভ্যতাৰ যোগেদি গঢ়ি উঠা নগৰীয়া জীৱনৰ এটা চিত্ৰ আঁকি অসমীয়া কাব্য-সাহিত্যৰ নতুনত্ব সৃষ্টি কৰিলে যদিও, বিষয় বস্তুৰ মাজেদি কলাকাৰৰ চিত্ত বিগলিত হোৱা নাই। বৰুৱাই অসমৰ গ্ৰাম্য জীৱনৰ অভিজ্ঞতা লাভ কৰা নাই।

'অচিনা' কাব্যখনৰ 'আজি আমাৰ বিহু', 'চেনেহৰ পুতু' নামৰ দুটা কবিতাত বৰুৱাই অসমৰ বিহু উৎসৱত যোগদান কৰিছে। কিন্তু বৰুৱাই বিহুৰ উলহ-মালহ উপভোগ কৰা নাই। 'আজি আমাৰ বিহু' কবিতাত বৰুৱাই বিহুৰ উৎসৱত ৰাজনৈতিক বক্তৃতা দি অসমৰ সংস্কৃতি পাহৰি গৈছে।

জাতিৰ জীৱনত যুগে যুগে পৰিবৰ্তন আছে। কিন্তু সেই বুলি হতাশাত জৰ্জৰিত কলাকাৰে স্বকীয় ঐতিহ্যৰ গতিশীল ৰূপৰ মাজেদি আত্ম-প্ৰকাশ কৰিব নোৱাৰি, দেশবাসীৰ হৃদয়ৰ শান্তি হৰণ কৰিলেই দেশ ওপৰলৈ নাযায়। চিত্তৰ সমতাৰ মাজেদি জাগ্ৰত হোৱা জ্ঞানেহে কলাক মঙ্গলময় কৰে।

বৰুৱাৰ বিহু বিষয়ক কবিতাৰ লগত পদ্মনাথ গোহাঞি বৰুৱাৰ 'বিহু' কবিতা, বেজবৰুৱাৰ 'বিহু', 'বিহুৱান' আৰু থানেশ্বৰ হাজৰিকাৰ 'বিহুৱান' আদি কবিতাসমূহ বিজাই চালে পূৰ্ব ৰোমাণ্টিক কবিসকলৰ আৰু এই যুগৰ শেষৰ কবিসকলৰ দৃষ্টি-ভঙ্গীৰ প্ৰভেদ বুজা যায়। অমূল্য বৰুৱা, দেৱকান্ত বৰুৱাই বিহু উৎসৱত আনন্দ উপভোগ কৰা নাই। কিন্তু পূৰ্ব ৰোমাণ্টিক কবিসকলে বিহু উৎসৱত আনন্দ পাইছে।

জাতীয় সংস্কৃতিৰ মহত্ব ৰক্ষা কৰিব নোৱাৰিলে জাতীয় শক্তি সঞ্চয় নহয়। জাতিয়ে পৰম্পৰাক্ৰমেহে জ্ঞান লাভ কৰি আগবাঢ়ি থাকে। কলাকাৰসকলে জাতীয় স্বাৰ্থৰ উদ্দেশ্য পৰম্পৰাক্ৰমে নিজৰ মৌলিকতা প্ৰদৰ্শন কৰি নতুন কৌশলেৰে সামাজিক পৰিবৰ্তন ৰূপ দিব লাগিব। তাতেহে কলাৰ সাৰ্থকতা ; নহ'লে কলা বিফল। বৰুৱাই গতিশীল জীৱনক কলাৰ মাজেদি ৰূপ দিব পৰা নাই।

বৰুৱাই 'মুক্তি গান' আৰু 'ভাৰতীয় স্বপ্ন' নামৰ কবিতাত স্বাধীনতা সংগ্ৰামৰ বাণী প্ৰচাৰ কৰিছে যদিও, অম্বিকাগিৰী, পদ্মধৰ চলিহা আদি পূৰ্ব কবিসকলৰ শক্তি আয়ত্ত কৰি আত্মপ্ৰকাশ কৰিব পৰা নাই। বৰুৱাৰ কাব্যত নাৰীৰ প্ৰেম, অচিনাৰ প্ৰেম, দেশপ্ৰেম আৰু মানৱ-প্ৰেমে এটা শক্তিশালী সোঁতৰ যোগেদি সম্মিলিতভাৱে আগবাঢ়িব পৰা নাই। সেয়ে 'বিফলতা'ক থিয়াই কৈছে—

"সুখৰ সপোন সখী
দুখেৰে উৰ'লি গ'ল
জীৱনৰ আজি আৰু
নাই প্ৰয়োজন।"

—বিফলতা—

বৰুৱাৰ কাব্যসাধনাৰ শক্তি ইয়াতেই শেষ। বৰুৱাৰ আধ্যাত্মিকতাৰ উচ্চ শিখৰলৈ গতি কৰিব পৰা শক্তি ৰহিত হৈছে।

**ময়িদুল ইচলাম বৰাঃ**

ময়িদুল ইচলাম বৰাই 'চেনেহী'ৰ ৰূপ সৃষ্টি কৰোঁতে বসন্ত কালৰ বিহুৰ উৎসৱত আনন্দ মনেৰে যোগদান কৰিছে। বিহুৰ লগৰী 'চেনেহী'ক লৈ হাবি-বননিৰ মাজে মাজে ঘূৰি ফুৰোঁতে শিল্পী বৰাই গোলাপ, বকুল ফুল আদিৰ সৌন্দৰ্য্যৰ লগত 'চেনেহী'ৰ ৰূপ ৰিজাই চাইছে।

সাগৰৰ তলিৰ মাণিক মুকুতা বুটলি আনিও চেনেহীৰ ডালিম গুটীয়া দাঁতৰ সৌন্দৰ্য্য ৰিজাইছে। বাৰীৰ কাকিনী তামোল, ৰামকল আদিৰ লগতো চেনেহীৰ শাৰীৰিক ৰূপ-লাৱণ্য মিলাই চাইছে, কিন্তু শিল্পী বৰাই চেনেহীৰ ৰূপৰ উপমা নাপালে।

মইনা চৰাইৰ মাত, মলয়াৰ বা, চীনদেশৰ কস্তুৰী আদি কোনোটোৰ লগতে চেনেহীৰ ৰূপৰ তুলনা বিচাৰি নাপাই, বিস্ময় বিমুগ্ধ হৈ প্ৰেমিক শিল্পীয়ে বিহু উৎসৱৰ আনন্দ উপভোগৰ মাজেদি বিশ্ব-শিল্পীক বিচাৰি পাই কৈছে—

"যিজন শিল্পীয়ে ইহেন প্ৰতিমা
গঢ়িলে আপোন সাজে,
কত যে সুন্দৰ সেই কাৰিকৰ
বিশ্বভুৱনৰ মাজে।"

শিল্পী বৰাই বিহুৰ উলহ-মালহৰ মাজেদি নাৰীৰ প্ৰেম, প্ৰাকৃতিক সৌন্দৰ্য্য উপভোগ কৰি জীৱনৰ পৰম তত্ত্ব বিচাৰি পাই হৃদয়ৰ শান্তি উপভোগ কৰিছে। সৌন্দৰ্য্য-সাধনা শক্তি-সাধনালৈ ৰূপান্তৰিত হৈছে।

বৰাই প্ৰেমৰ মাজেদি অন্তৰ্জ্যোতি লাভ কৰা বাবে হাফিজৰ কবিতাৰ অনুবাদ 'প্ৰেমৰ গতি' কবিতাটোত প্ৰেমতত্ত্বৰ ৰহস্য স্পষ্টভাৱে প্ৰকাশ কৰিব পাৰিছে। বৰাৰ 'চেনেহী' আৰু 'প্ৰেমৰ গতি' কবিতা দুটা একেডালি সুতাৰে গঁথা আছে। 'চেনেহী' কবিতাত হৃদয় সম্পূৰ্ণ

মুক্ত কিন্তু 'প্ৰেমৰ গতি'ত তত্ত্বান্বেষী ভাবত সংযত। বৰাৰ সৌন্দৰ্য্য সাধনা আৰু জীৱনবোধৰ ঐক্য আছে।

**মহম্মদ চালেহ ঃ**

ছেখ চাদীৰ কবিতাৰ ভাব লৈ লিখা মহম্মদ চালেহৰ 'মম বাতি আৰু ছগা' নামৰ কবিতাৰ মাজেদি প্ৰেম-তত্ত্বৰ আন এটি সত্য প্ৰকাশ পাইছে। মমবাতিয়ে প্ৰেমিক ছগাক পুৰি ছাই কৰি নিজেহে অশেষ কষ্ট ভোগ কৰে।

সেইদৰে মানৱ জগততো প্ৰেমিকাৰ প্ৰেমে প্ৰেমিকাৰ হৃদয় পুৰি ছাই কৰিলেও, প্ৰেমিকাই প্ৰেমৰ দহনত কষ্ট নোপোৱাকৈ নাথাকে। বৰং প্ৰেমিকৰ জীৱন নাশ কৰি জীয়াই থকা প্ৰেমিকাই অশেষ যাতনা ভোগে।

প্ৰেমৰ এই নিগূঢ় সত্য গভীৰভাৱে উপলব্ধি কৰি চালেহে ৰোমান্টিক যুগৰ প্ৰেম কাব্য তত্ত্বৰ আন এটি দিশ মুকলি কৰিছে। চালেহৰ বিৰাট উপলব্ধি আৰু ৰূপ সৃষ্টিৰ অপূৰ্ব ক্ষমতা প্ৰকাশ পাইছে 'তুমি' কবিতাত।

মহম্মদ চালেহৰ অন্যতম বিশিষ্ট কবিতা হৈছে 'তুমি'। পদ্মনাথ শৰ্মা, অম্বিকাগিৰী আদিয়ে 'তুমি' নামৰ কবিতাৰ যোগেদি আৰু ৰমানন্দ চৌধুৰীয়ে 'প্ৰাণৰ দেৱতা' কবিতাত জ্ঞান-কৰ্ম-ভক্তিৰ মাজেদি ব্ৰহ্মৰ ৰূপ আৰাধনা কৰাৰ দৰে, মহম্মদ চালেহে অসমীয়া কাব্য সাহিত্যত 'তুমি' কবিতাৰ যোগেদি ছুফীবাদী চিন্তাধাৰা প্ৰৱৰ্তন কৰি ব্ৰহ্মৰ আৰাধনা কৰিছে।

ৰমানন্দ চৌধুৰীয়ে 'প্ৰাণৰ দেৱতা'ক বিচাৰি বিশ্বৰ বুকুত হিন্দু-মুছলমান-খৃষ্টান দৰ্শন আৰু সংস্কৃতিৰ মাজতে বিচৰণ কৰাৰ দৰে; ছুফী কবি মহম্মদ চালেহে জ্ঞানৰ মাজেৰে হিন্দু-মুছলমান-খৃষ্টান সংস্কৃতিৰ বিভিন্ন ক্ষেত্ৰত বিচৰণ কৰি কৈছে—

"তুমি যে মোৰ আশাৰ ভঁৰাল নাজাত 'ছেলভেছন'
তুমি মোৰ হলে সেয়েই সকলো আজাদ নির্বাণ ত্রাণ।"

'তুমি' কবিতাৰ মাজেদি কবিয়ে যি বিশাল ভাবৰ গভীৰতাত প্ৰবেশ কৰি জ্ঞানময় ব্ৰহ্মক উপলব্ধি কৰিছে, তেনে অন্য মুছলমান কবি অসমত নাই। কবিৰ চিত্ত জ্ঞানেৰে পৰিশুদ্ধ হৈ ব্ৰহ্মময় হৈছে। ইয়াতেই হিন্দু-মুছলমান-খৃষ্টান সংস্কৃতিৰ সমন্বয়াত্মক ৰূপে ৰোমাণ্টিক কাব্যধাৰাক প্ৰগতিবাদী কৰিছে।

**হেৰাচৎ উল্লা :**

ভাৰতৰ বিভিন্ন ঠাইত মুছলিম লীগে সাম্প্ৰদায়িক বিভেদ সৃষ্টিৰ প্ৰয়াস কৰাৰ পৰিপ্ৰেক্ষিতত ১৯১৪ চনত ৰচিত হেৰাচত উল্লাৰ 'আৱাহান' গীতটো গুৰুত্বপূৰ্ণ।

হেৰাচৎ উল্লাৰ 'আৱাহন' গীতৰ সুৰত অম্বিকাগিৰী, পদ্মধৰ চলিহা আদি গীতিকাৰসকলৰ উদাৰতা আৰু শক্তি ধ্বনিত হৈছে। কলাকাৰৰ হৃদয়ৰ গভীৰতম স্থানৰপৰা নিঃসৃত হোৱা মহামিলনৰ উদাত্ত বাণীৰ মাজেদি অসমীয়া সংস্কৃতিৰ প্ৰাণ-প্ৰাচুৰ্য্য প্ৰকাশ পাইছে।

ভাষাজননীৰ সেৱাত ব্ৰতী হোৱা 'জ্ঞান-মালিনী' ৰচকৰ আদৰ্শ সুঁৱৰি হেৰাচৎ উল্লাই অসমৰ মুছলমান কলাকাৰ সকলক অসমীয়া ভাষা-সাহিত্য চহকী কৰিবলৈ আহ্বান জনাইছে। কবিয়ে ভাবে কলাৰ সাধনাৰ মাজেদি ঐক্য গঢ়ি উঠিলেহে জাতিৰ প্ৰগতি সম্ভৱ।

হেৰাচৎ উল্লাৰ 'আৱাহন' গীতত স্বচ্ছন্দ লয় আছে; সংস্কৃতিৰ সাধনাৰ মাজেদি জীৱনক সম্যকভাৱে উপভোগ কৰাৰ প্ৰেৰণা আছে। অসমৰ প্ৰাকৃতিক সৌন্দৰ্য্য আৰু সংস্কৃতিৰ গুণানুকীৰ্তন কৰি হিন্দু-মুছলমানৰ মিলনৰ যোগেদি মহান সত্য প্ৰতিষ্ঠাৰ আশা পোষণ কৰা কবিয়ে কৈছে—

"ৰিণি ৰিণি ৰিং তোলা ৰাগিণীৰ ধাৰ,
হিন্দু-মোছলেমে সেৱা একেটি আশাৰ।"

**পজিৰুদ্দিন আহমদ ঃ**

ভাৰতীয়-অসমীয়া সংস্কৃতিৰ সাধক পজিৰুদ্দিন আহম্মদ বেজ-বৰুৱাৰ যুগৰ কবিসকলৰ দৰে অসমৰ বিহু উৎসৱত যোগদান কৰি মনৰ উলাহ-মালহ প্ৰকাশ কৰিলেও, পৰাধীনতাৰ সোৱঁৰণীয়ে কবিক ব্যথিত কৰিছে। কলাকাৰ আহমদে সকলো সাংস্কৃতিক অনুষ্ঠানৰ মূল্যাঙ্কন কৰিছে ব্যক্তি আৰু সমাজৰ প্ৰকৃত বিকাশৰ যোগেদি। সামাজিক বিকাশৰ মূলতে হৈছে স্বাধীনতা লাভ।

আহমদৰ 'বিহু' কবিতাত আনন্দ-উৎসৱৰ মাজত যি স্বাধীনতা স্পৃহা আৰু সংশ্লেষাত্মক ভাব প্ৰকাশ পাইছে, বেজবৰুৱা গোহাঞিবৰুৱা নাইবা অমূল্য বৰুৱা আদিয়ে সেই ৰচনা নৈপুণ্য, বিষয়-বস্তু আৰু সাংস্কৃতিক অনুষ্ঠানৰ সাৰ্থকতাৰ উপলব্ধিৰ সমন্বয় সাধন কৰিব পৰা নাই।

অসমৰ মুছলমান কবি মানসত ভাৰতীয় সংস্কৃতিয়ে প্ৰাক্ স্বাধীনতা যুগত কেনেদৰে প্ৰতিক্ৰিয়া কৰিছিল, তাৰ এটা ৰূপ লুকাই আছে আহমদৰ 'ৰিফৰ্ম মাহাত্ম্য' কবিতাত। আহমদৰ 'ৰিফৰ্ম মাহাত্ম্য' নামৰ ব্যঙ্গ কবিতাটোত যি গহীন ভাব, ৰাজনৈতিক, সাংস্কৃতিক চিন্তা ঐতিহাসিক দৃষ্টি-ভঙ্গীৰ মাজেদি প্ৰকাশ পাইছে তেনে কবিতা বিৰল।

মৰ্লে-মিণ্টো শাসন সংস্কাৰে ভাৰত তথা অসমত উগ্ৰ আৰু নৰমপন্থী লোকসকলৰ মাজত কেনে প্ৰতিক্ৰিয়া কৰিছিল, আহমদে তাকেই ব্যক্ত কৰিছে। পাশ্চাত্য সাহিত্য আৰু ভাৰতীয় সংস্কৃতিৰ ব্যাপক জ্ঞানৰ মাজেৰে আহমদে অন্তৰ্জ্যোতি লাভ কৰি বৈদিক কলা-কৃষ্টিৰ মহান ৰূপ আৰু পাশ্চাত্য সভ্যতাৰ আসুৰিক শক্তিৰ সংঘাতৰ যি ৰূপ আঁকিছে, তাৰ মাজেদি সেই যুগৰ স্বাধীনতা-প্ৰেমী, প্ৰগতিবাদী মুছলমান জনমানসৰ এটা ৰূপ প্ৰকাশ পাইছে।

আহমদে প্ৰাচীনতম কালৰপৰা ভাৰতীয় সংস্কৃতিৰ ঐতিহাসিক ধাৰাটো অঙ্কণ কৰি ইংৰাজৰ শাসন কাললৈ আহিছে যদিও, ভাৰতৰ মুছলমান যুগৰ সভ্যতা সংস্কৃতিৰ উল্লেখ কৰা নাই। ভাৰতীয় জাতিৰ ক্ৰমবিকাশৰ ৰূপ অধ্যয়ন কৰি আহমদে মুছলমান যুগত বিশেষ একো অৱদান বিচাৰি নাপালে। সেয়ে পুৰাণৰ আহিত ভাৰতীয় দাৰ্শনিক চিন্তাক ৰূপ দিয়াৰ প্ৰয়াসী কবিয়ে মুছলমান যুগতেই সাংস্কৃতিক সংঘাত হোৱা দেখিছে। মুছলমান কবিজনাই এই সত্য উপলব্ধি কৰিয়ে ভাৰতীয় চিন্তা বিকাশত অৱদান নিদিয়া ইছলাম সংস্কৃতিক তেওঁৰ কবিতাত ৰূপ নিদিলে। আহমদৰ 'ৰিফৰ্ম মাহাত্ম্য' কবিতাৰ মাজেদি অতীত-বৰ্তমান ভবিষ্যতৰ ধ্বনি প্ৰকাশ পাইছে।

আহমদে ব্যঙ্গাত্মক কবিতাটোৰ মাজেদি মৰ্লে-মিণ্টো শাসন সংস্কাৰৰ সুবিধা লৈ একশ্ৰেণীৰ লোকে কিদৰে দেশ সেৱাৰ নামত জনসাধাৰণক প্ৰবঞ্চনা কৰাৰ চেষ্টা কৰিছিল তাকেই প্ৰকাশ কৰিছে। দণ্ডীনাথ কলিতায়ো 'ৰিফৰ্ম সুন্দৰী' কবিতাত একে বিৰূপ মনোভাব প্ৰকাশ কৰিছে।

আহমদৰ বাস্তৱ উপলব্ধি আৰু দাৰ্শনিক চিন্তাৰ মাজেদি জাগ্ৰত হোৱা আত্ম-জ্ঞানত ভাৰতীয় জীৱনৰ যিখন ছবি প্ৰকাশ পাইছে, তাৰ মাজেদি কবি মানস বিচাৰ কৰিলে কবিক বৈদিক ঋষি বুলি কব লাগিব। আহমদে কৈছে—

"যাগ-যজ্ঞ, দয়া-দান, ধৰ্ম-কৰ্ম তেজি
বিষয়ী, বিলাসী, পাপী ভ্ৰাতৃদ্বেষী হ'ই
মৰিব ভাৰতবাসী হায় হায় কৰি।"

—ৰিফৰ্ম মাহাত্ম্য—

ভাৰতীয় দৰ্শন অধ্যয়ন কৰি আহমদে উপলব্ধি কৰিছে যে বৈদিক কলা-কৃষ্টি অৱহেলা কৰিহে ভাৰতীয় জাতি অধঃপতিত হৈছে। ৰামায়ণ-মহাভাৰত আৰু পুৰাণ সাহিত্যে সমূহত আধ্যাত্মিক শক্তিৰ বিকাশ দেখি অতীত-বৰ্তমান ৰিজাই কবিয়ে আক্ষেপ কৰিছে।

শেষত আহমদে কৈছে যে "অহিংসা অসহযোগ মন্ত্র উচ্চাৰণে কম্পিত কৰিব ধৰা।" আহমদে ভাৰতীয় ঋষিৰ দৰে মানৱ সভ্যতাৰ ভৱিষ্যৎ সম্বন্ধে যি বাণী শুনাইছে, এই বাণী ভাৰতীয় দাৰ্শনিক চিন্তা প্ৰবাহৰপৰা উদ্ভুত।

**লক্ষেশ্বৰ শৰ্মা বৰুৱা :**

লক্ষেশ্বৰ শৰ্মা বৰুৱাই হৃদয়ৰ গভীৰ 'আবেগ'ৰ মাজেদি কাৰুণ্য উপলব্ধি কৰি আৰু সাক্ষাৎকাৰ হৈ 'তুধাৰি চকুলো টুকি' জীৱনৰ সম্পূৰ্ণ তাৎপৰ্য্য উপলব্ধি নকৰিলেও 'আবেগ'ৰ ঐক্যৰ মাজেদি সূক্ষ্ম দৃষ্টি লাভ কৰি বিভিন্ন অভিজ্ঞতাৰ যোগে জীৱনৰস উপলব্ধি কৰাৰ চেষ্টা কৰিছে। অতীত সোঁৱৰণীয়ে বিশাল 'আবেগ'ৰ মাজেদি কবিৰ হৃদয়ত ধৰা দিয়াত শৰ্মাই 'আবেগ' কবিতাত 'আবেগ'ৰ মাধুৰ্য্যৰ মাজেদি জননীৰ স্নেহত আত্মবিলোপ কৰিছে 'আই' নামৰ কবিতাত।

কবি শৰ্মা বৰুৱাই আদ্যা-শক্তি মহামায়াৰ প্ৰতিমা হৃদয় বেদীত প্ৰতিষ্ঠা কৰি মহামায়াৰ অংশস্বৰূপা মাতৃদেৱীক পুষ্পাঞ্জলি নিবেদন কৰি বাল্য স্মৃতিক ৰূপ দিছে। প্ৰাক্ স্বাধীনতা যুগত ৰোমাণ্টিক কাব্য সাহিত্যত মাতৃভূমিৰ অৰ্চনাৰ উদ্দেশ্যে যি আলোড়ন সৃষ্টি হল, সেই আলোড়নে জননীৰ সেৱাকো সামৰি ললে। এই যুগত জননী আৰু জন্মভূমিৰ মনোমোহা ৰূপে শিল্পীৰ হৃদয় স্পন্দিত কৰাৰ ফল স্বৰূপে ৰোমাণ্টিক আন্দোলনে শিশু জীৱনৰ মাধুৰ্য্য পবিত্ৰ মাতৃস্নেহৰ মাজেদি প্ৰবাহিত কৰে।

বাল্যকাল অতীত হৈ যৌৱনত বিশেষকৈ ভাটি বয়সত জ্ঞানৰ আনন্দই যেতিয়া শিল্পীৰ হৃদয় বিকশিত কৰিলে তেতিয়া কবিয়ে মাতৃস্নেহে কেনেকৈ প্ৰথম জ্ঞান-চক্ষু মুকলি কৰিলে সেই স্মৃতি হৃদয়ত আঁকি লৈ মাতৃ ভক্তিত তন্ময় হৈছে। কবিয়ে উপলব্ধি কৰিছে যে আদ্যাশক্তিয়ে মায়াৰ বন্ধনৰ মাজেদি জ্ঞান-চক্ষু মুকলি কৰি দিয়ে।

**লক্ষ্মীনাথ ফুকন ঃ**

গল্পকাৰ লক্ষ্মীনাথ ফুকনৰ কবি মানসৰ স্বৰূপ আলোচনা কৰিলে কবিৰ হৃদয়ত এটি বিষাদৰ সুৰ প্ৰতিধ্বনিত হোৱা শুনা যায়। ফুকনৰ গল্পত এই বিষাদৰ সুৰ নাই।

হৃদয়ৰ পৰম আৰাধ্যজনক বিচাৰি কবিয়ে নিচেই ৰাতি পুৱাতে প্ৰাকৃতিক সৌন্দৰ্য্যৰ মাজলৈ গতি কৰিলে। কিন্তু কবিয়ে বুজি পালে যে তেওঁ বিচৰাজন হঠাতে লুকাই থাকিল। সেয়ে কবিয়ে কৈছে—"দেখা পাই কিয়বা লুকালা?"—কবিয়ে প্ৰকৃতিৰ মাজত পৰমজনক বিচাৰি নাপালে যদিও তেওঁৰ আৰাধ্য দেৱতাৰ আগমনৰ অসংখ্য 'সাক্ষী' প্ৰমাণ পালে। কিন্তু তথাপিও কবিৰ মনৰ বিষাদ দূৰ নহ'ল।

'সাক্ষী' কবিতাত যি বিৰহ-বেদনাই কবিৰ হৃদয় স্পন্দিত কৰিলে, ব্ৰহ্মপুত্ৰৰ পাৰতো সেই বিৰহ-বেদনা দূৰীভূত নহ'ল। 'সাক্ষী' কবিতাত আধ্যাত্মিক বিৰহৰ উদ্ৰেক আৰু 'ব্ৰহ্মপুত্ৰৰ প্ৰতি' কবিতা— এই বিৰহ-বেদনাই গতি কৰি 'মৰণৰ বেলিকা' কবিতাত পৰিসমাপ্তি লাভ কৰিছে।

কবি ফুকনে বাৰিষা কালত ব্ৰহ্মপুত্ৰৰ পাৰত থিয় হৈ মনৰ বিষাদ আঁতৰাব নোৱাৰিলে; কাৰণ ব্ৰহ্মপুত্ৰৰ গোজৰণিত ফুকনে অসমৰ পৰাধীনতাৰ বেদনা আৰু প্ৰাচীন কামৰূপ অসমৰ হৃত গৌৰৱৰ মৰ্মান্তিক বেদনা ধ্বনিত হোৱা শুনিবলৈ পালে। সেয়ে ফুকনৰ ঐতিহাসিক দৃষ্টি-ভঙ্গীৰ যোগেদি অতীত-বৰ্তমানৰ যোগসূত্ৰ সাধন হৈছে। অসমৰ জাতীয় জীৱনৰ প্ৰতীক স্বৰূপ মহাবাহু ব্ৰহ্মপুত্ৰই ৰোমাণ্টিক যুগৰ ভালেমান কবিৰ কবিতা আৰু কাব্যত স্থান পাইছে। সাধাৰণভাৱে বিচাৰ কৰিলে দেখা যায় যে, কোনো কোনোৱে ব্ৰহ্মপুত্ৰৰ অসীম শক্তিৰপৰা প্ৰেৰণা লাভ কৰি কৰ্ম পথত অগ্ৰসৰ হোৱাৰ কল্পনা কৰিছে; কোনো কোনোৱে জাতীয় জীৱনৰ পৰাধীনতাৰ গ্লানি আৰু নৈৰাশ্যৰ ভাব আঁতৰাবৰ বাবে ব্ৰহ্মপুত্ৰৰ পাৰত বহি

অতীত-স্মৃতি উদ্ধাৰ কৰিছে, কোনো কোনোৱে ব্ৰহ্মপুত্ৰৰ দৃশ্য চাই আনন্দ উপভোগ কৰিছে।

কবি ফুকনে ব্ৰহ্মপুত্ৰৰ বুকুত 'হাঁহাকাৰ ধ্বনি' শুনি বিষাদযুক্ত হৈছে ; কিন্তু এই বিষাদৰপৰা পৰিত্ৰাণ পোৱাৰ উপায়ৰ ইঙ্গিত দিয়া নাই। সেয়ে দেখা যায়, অতীত-বৰ্তমানৰ প্ৰতি ফুকন সজাগ হ'লেও, ভবিষ্যৎ সম্বন্ধে ফুকন সজাগ নহয়। ফুকনৰ গল্পৰ চৰিত্ৰসমূহো ভবিষ্যৎ সম্বন্ধে প্ৰায়েই নিৰ্বিকাৰ।

ফুকনৰ কবিতাত ভাবৰ স্পষ্টতা আৰু ভাষাৰ ওজস্বীতা আছে। আনকি 'মৰণৰ বেলিকা' কবিতাতো আনন্দ-বিষাদযুক্ত স্পষ্ট ভাবৰ মাজেদি বন্ধু-বান্ধৱৰ তথা প্ৰিয়াৰ হাঁহিমুখৰ দৃশ্য চাই চিৰ-বিদায় লব খুজি সাহসৰ পৰিচয় দিছে।

**ভৈৰৱচন্দ্ৰ খাটনিয়াৰ ঃ**

ৰোমান্টিক যুগৰ কবিসকলৰ প্ৰকৃতি পূজাৰ বিভিন্ন দিশলৈ লক্ষ্য কৰিলে তেওঁলোকৰ সৌন্দৰ্য্য সাধনাই বিশ্বৰ ক্ষুদ্ৰ জীৱন সমূহতো মূল্য আৰোপ কৰা দেখা যায়। এওঁলোকে খণ্ডিত আৰু সামগ্ৰিকভাৱে প্ৰকৃতিৰ ৰূপ সাধনা কৰিছে।

সেয়ে ভৈৰৱচন্দ্ৰ খাটনিয়াৰৰ 'মানিমুনি শাক' কবিতাৰ মাজেদি বেজবৰুৱাৰ 'বাটৰ দুবৰি বন'ৰ মহত্ব প্ৰকাশ পাইছে। 'বাটৰ দুবৰি বনে' 'গছকত' পৰাৰ দৰে 'মানিমুনি শাকে'ও গছকত পৰে। কিন্তু তথাপিও 'নীৰৱ নিস্তব্ধ সন্তোষ মনত লুকাই' ৰাখি মানিমুনি শাকে এটা মহান আদৰ্শ দাঙি ধৰিছে।

মানৱ সমাজত অৱহেলিত, পদদলিত শ্ৰেণীটোৱে মৰম-স্নেহৰপৰা বঞ্চিত হ'লেও, প্ৰকৃতি ৰাজ্যৰ ক্ষুদ্ৰাদপি ক্ষুদ্ৰ জীৱনসমূহ বিশ্বৰ গৰাকীৰ মৰম-স্নেহৰপৰা বঞ্চিত নহয়। বৰং যি সকল অৱহেলিত বুলি সাধাৰণতে বোধ হয়, প্ৰকৃততে সেইসকলহে পৰম সুখী।

ভৈৰৱচন্দ্ৰ খাটনিয়াৰে চিত্তৰ সমতাৰ মাজেদি সৃষ্টিৰ ৰহস্য উদ্ঘাটন কৰি সূক্ষ্মদৃষ্টিৰ পৰিচয় দিছে। প্ৰকৃতিৰ নানা বৰ্ণ আৰু আকৃতিবিশিষ্ট ৰিভিন্ন ৰূপৰ মাজেদি পৰম সত্বাৰ প্ৰকাশৰ স্বৰূপ উপলব্ধি কৰি খাটনিয়াৰে আশ্বাস বাণী শুনাই কৈছে—"জগত ভৰা আয়োজনত আছে তেৰো ভাগ।" মুঠতে খাটনিয়াৰে প্ৰগতিবাদী দৃষ্টিভঙ্গীৰে সৃষ্টিৰ সকলোকে সাম্যবাদী বাণী শুনাইছে।

**মহেন্দ্ৰনাথ ডেকা ফুকন ঃ**

অসমীয়া সাহিত্যৰ ৰোমাণ্টিক কবিসকলৰ যি সকলে দীৰ্ঘ পৰ্য্যায়ৰ কবিতা ৰচিছে, তেওঁলোকৰ ভিতৰত মহেন্দ্ৰনাথ ডেকা ফুকনো অন্যতম। 'পুৰণি পুতলা' কবিতাত ডেকা ফুকনে শিল্পৰ স্বৰূপ নিৰ্ণয় কৰি বিশ্ব সৌন্দৰ্য্যৰ লগত একীভূত হৈ ৰূপ-ৰস, গন্ধ-স্পৰ্শ-শব্দৰ মাজত বিশ্ব শিল্পীৰ পৰম সত্বা উপলব্ধি কৰি পৰমজনৰ ওচৰত আত্মনিবেদন কৰিছে।

শিল্পী ডেকা ফুকনে বিশ্বৰ ৰূপ অঙ্কন কৰাৰ মানসে তুলিকা হাতত লৈ বিস্ময়-বিমুগ্ধ নেত্ৰে স্তম্ভিত হৈ কৈছে—

"কি মহাচিত্ৰ কৌটি বৰ্ণেৰে
কোন শিল্পীয়ে আঁকিলে জানোঁ ;
চাওঁ মানে চাওঁ অন্ত নাপাওঁ,
বিস্মিত হওঁ তবধ মানো।"

শিল্পী ডেকা ফুকনৰ বিশাল উপলব্ধিৰ আনন্দই ভিন্ন ভিন্ন ৰূপত ধৰা দিছে। সেয়ে কবিয়ে কাব্য-কলা, চিত্ৰবিদ্যা, শিপিনী বিদ্যা, নৃত্য, সঙ্গীত, বাদ্য সকলোতে বিশ্বাত্মাৰ প্ৰকাশ দেখা পাইছে।

কবি ডেকা ফুকনে সৃষ্টিৰ আৰম্ভণিৰপৰা প্ৰকাশমান সৌন্দৰ্য্য-ৰাজিৰ লগত নিজকে বিলীন কৰি কৈছে যে মানৱৰ নিজা সৃষ্টি নাইৰা নতুন সৃষ্টি বোলা একো নাই ; চিৰ শাশ্বত পৰমাত্মাৰে ন-ন প্ৰকাশ।

দুৰ্গেশ্বৰ শৰ্মাই 'আমি মাটিৰ পুতলা নাচিব লাগিছোঁ' বুলি কোৱাৰ দৰে ডেকা ফুকনেও কৈছে 'পুৰণি নাচৰে পুতলা'। ৰোমান্টিক যুগৰ কবিসকলে ভাৰতীয় দৰ্শনৰ জ্ঞানেৰে পৰিপুষ্ট হৈ শিল্পসাধনা কৰি প্ৰাচীন বৈষ্ণৱ সাহিত্যৰ লগতো যোগসূত্ৰ ৰক্ষা কৰিছে।

ডেকা ফুকনে বিশ্বৰ প্ৰতিটো দৃশ্যৰ মাজেদি 'মায়াৰ শিকলি' 'মায়াৰ খনি' দেখিছে, কিন্তু 'বীণ-মায়াবী' জনক দেখা নাই। সেয়ে মায়ামুক্ত হবৰ বাবে মায়াৰ গৰাকীজনৰ ওচৰত আত্মসমৰ্পণ কৰি কৈছে।

"আত্মা শৰীৰ সকলো সপোঁ।
পাওঁ বুলি লগ আশাধাৰী হই
যুগ যুগান্তৰ নিৰলে খপোঁ।"

মায়ামুক্ত কবিয়ে তত্বজ্ঞানেৰে অন্তৰ বিশুদ্ধ কৰি জ্ঞানী-ভক্তৰূপে মোক্ষ কামনা কৰিছে।

প্ৰাক্‌স্বাধীনতা যুগৰ কবি-শিল্পীসকলে এইদৰে ব্ৰহ্মজ্ঞান লাভ কৰি শুদ্ধভাৱে কলাৰ সাধনা কৰা বাবে সমাজ জীৱনৰপৰা মৃত্যুভয় দূৰ কৰি সমাজ জীৱন নিৰাময় কৰাৰ চেষ্টা কৰিব পাৰিছিল। ডেকা ফুকনে বিশ্বৰ সৌন্দৰ্য্যৰাজিক 'হৰমোহন'ৰ মোহন বাৰী বুলি কৈ নিজেও মায়ামুক্ত হৈছে; আৰু বেজবৰুৱা আদিৰ দৰে বৈষ্ণৱ সাহিত্যৰ প্ৰাণশক্তি ৰোমান্টিক সাহিত্যত প্ৰবাহিত কৰিছে।

**কমলানন্দ ভট্টাচাৰ্য্য ঃ**

ঐতিহাসিক নাটক প্ৰণেতা কমলানন্দ ভট্টাচাৰ্য্যৰ 'বিলত তিৰেবিৰাই', 'চবাই হালধীয়া' আৰু 'আন্ধাৰে আহিছে ঢাকি' কবিতা তিনিটাৰ মাজেদি কবি মানসৰ স্বৰূপ বুজাৰ চেষ্টা কৰিলে ইতিহাস অধ্যয়নৰ গভীৰ জ্ঞান নাইবা সংঘাতময় জীৱনৰ দৃঢ়তাৰ ৰূপ প্ৰকাশ পোৱা দেখা নাযায়।

ৰোমাণ্টিক কবি ভট্টাচাৰ্য্যই সাঙ্গীতিক অনুভূতি লৈ প্ৰাকৃতিক সৌন্দৰ্য্যৰ মাজত বিচৰণ কৰিলেও, সৌন্দৰ্য্য স্পৃহাৰ গভীৰতা আৰু তত্ত্বজ্ঞানৰ আনন্দই কবিৰ হৃদয় স্পৰ্শ নকৰা বাবে ইন্দ্ৰিয়-কাতৰতাৰ উৰ্দ্ধলৈ গতি কৰিব নোৱাৰিলে। সেয়ে গভীৰ বিষাদৰ সুৰ কবিতাৰ মাজেদি প্ৰকাশ পাইছে। ভট্টাচাৰ্য্যৰ কবিতাৰ বিষাদৰ সুৰত আধ্যাত্মিক বেদনাৰ গভীৰতা নাই; সেয়ে মানসিক সংঘাতে কবিৰ জীৱন-স্পৃহা ম্লান কৰিছে।

বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে ফুল আৰু চৰাইৰ জগতত প্ৰবেশ কৰি চিত্তৰ চাঞ্চল্য দূৰ কৰিব নোৱৰাৰ দৰে ভট্টাচাৰ্য্যয়ো ফুল, চৰাই, আকাশ আৰু পৃথিৱীৰ সৌন্দৰ্য্যৰ মাজত বিচৰণ কৰি মনৰ শান্তি নাপালে। সেয়ে এটি সংশয়াত্মক মনোভাবে কবিৰ চিত্ত ভাৰাক্ৰান্ত কৰিছে। এই মানসিক দুৰ্বলতাই কবিৰ সৃষ্টি প্ৰতিভা ৰুগ্ন কৰি পেলোৱা বাবে মুহূৰ্তৰ ভিতৰতে হৃদয়ৰ সৰসতা লুপ্ত হৈ যায়।

বেজবৰুৱাৰ 'ধনবৰ আৰু ৰতনী' কবিতাৰ শব্দৰ গাঁথনি আৰু ভাবে ভট্টাচাৰ্য্যৰ 'বিলত তিৰেবিৰাই' কবিতাৰ প্ৰেৰণা যোগাইছে; সেইদৰে পাৰ্বতী প্ৰসাদ বৰুৱাৰ 'জীৱন যদি হেৰালে তোৰ' কবিতাৰ ভাবৰ সাদৃশ্য 'অন্ধকাৰে আছিছে ঢাকি' কবিতাত প্ৰকাশ পাইছে।

ৰোমাণ্টিক যুগৰ অৱসাদগ্ৰস্ত কবিসকলৰ অন্যতম ভট্টাচাৰ্য্যই জীৱনৰ প্ৰতি সুগভীৰ প্ৰীতি প্ৰকাশ কৰিব নোৱাৰিলেও 'আন্ধাৰে আছিছে ঢাকি' কবিতাত ৰূপকাত্মকভাৱে দুৰ্বল মানুহৰ প্ৰতি সহানুভূতি দেখুৱাইছে।

অসমীয়া কাব্য-সাহিত্যত দুৰ্গেশ্বৰ শৰ্মাই 'কিবা যেন নাই নাই' কবিতাত সন্ধিয়া সময়ৰ ভাবুক চিত্তৰ এটি অভিজ্ঞতা ৰূপ দিছে। সেইদৰে ভট্টাচাৰ্য্যই আন্ধাৰৰ ঢাকনিয়ে পৃথিৱী ব্যাপী পেলোৱা সময়ৰ ভাবুক চিত্তৰ আন এটি অভিজ্ঞতা ৰূপ দিছে।

সেয়ে ৰোমাণ্টিক যুগৰ কবিসকলে জীৱনৰ বিভিন্ন দিশেৰে গতি কৰি, অভিজ্ঞতাৰ বৈচিত্ৰ্য প্ৰদৰ্শন কৰি অসমীয়া কাব্য-সাহিত্যৰ শক্তি

বৃদ্ধি কৰিছে। জীৱনৰ বিবিধ অভিজ্ঞতাই নৱ নৱ শক্তি আহৰণ কৰি সাহিত্য-সংস্কৃতিৰ শ্ৰীবৃদ্ধি কৰিলেহে জাতি প্ৰগতিশীল হৈ থাকে। বিচিত্ৰ অভিজ্ঞতাই জাতিৰ জীৱনৰ গতানুগতিকতা আঁতৰাই ৰাখে।

**দেবানন্দ ভৰালী ঃ**

ৰোমান্টিক যুগৰ গোলাপ ফুল বিষয়ক কবিতা ৰচোঁতাসকলৰ ভিতৰত দেবানন্দ ভৰালী এজন। ৰঘুনাথ চৌধাৰীৰ 'গোলাপ', বন্নকান্ত বৰকাকতিৰ 'গোলাপৰ কথা' আৰু ভৰালীৰ 'এপাহি গোলাপ' নামৰ কবিতাসমূহৰ মাজেদি প্ৰকাশ পোৱা চিন্তাধাৰাৰ বৈচিত্ৰ্যই অসমীয়া কাব্য সুসমৃদ্ধ কৰিছে।

গোলাপ বিষয়ক কবিতাসমূহৰ ভিতৰত চৌধাৰীৰ কবিতাই বাকী দুজনাৰ প্ৰেৰণাৰ উৎস। চৌধাৰীয়ে ঐতিহাসিক পটভূমিত ভাৰত-আৰৱ সংস্কৃতিৰ জাতীয় জীৱনৰ লগত ইচ্‌লাম সংস্কৃতিৰ সমন্বয় সাধনৰ উদ্দেশ্যে ইচ্‌লাম সংস্কৃতিৰ প্ৰতীকৰূপে অসমীয়া কাব্য জগতত গোলাপক প্ৰতিষ্ঠা কৰিলে।

বৰকাকতিয়ে চৌধাৰীৰ ভাব-ৰাজ্যত প্ৰবেশ কৰি ফুলৰ প্ৰেমতকৈ মানৱ প্ৰেমক শ্ৰেষ্ঠত্ব প্ৰদান কৰিলে। চৌধাৰীৰ কবিতাত মানৱ প্ৰেমৰ গুৰুত্ব প্ৰকাশ পোৱা নাই; সেয়ে বৰকাকতিয়ে চৌধাৰীৰ ভাৱ-ৰাজ্যৰ আন এটি দিশ মুকলি কৰি চিন্তাৰ বৈচিত্ৰ্য প্ৰদৰ্শন কৰিলে।

কিন্তু ভৰালীয়ে চৌধাৰী, বৰকাকতিৰ ভাব ৰাজ্যত প্ৰবেশ নকৰিলে। ভৰালীৰ গোলাপ বিষয়ক কবিতাত কবিত্ব শক্তি লাভ কৰাৰ চেষ্টাৰ ইঙ্গিতহে আছে। ভৰালীয়ে কৈছে যে যি সৌন্দৰ্য্যই গভীৰভাৱে শিল্পীৰ চিত্ত স্পন্দিত কৰে, শিল্পীক সেই সৌন্দৰ্য সাধনাই শাশ্বত আনন্দ প্ৰদান কৰে।

**সীতানাথ ব্ৰহ্ম চৌধুৰী :**

অসমীয়া ৰোমাণ্টিক কাব্য সাহিত্যৰ গতিবিধি লক্ষ্য কৰি সীতানাথ ব্ৰহ্ম চৌধুৰীৰ 'অন্বেষণ' কবিতা অধ্যয়ন কৰি কবিৰ প্ৰিয়া 'অন্বেষণ'ৰ পথ লৈ কবিৰ অন্তৰাত্মাক অনুধাবন কৰিলে, জীৱাত্মাই মন আদি ইন্দ্ৰিয়সমূহৰ সংযোগত সংসাৰ চক্ৰত প্ৰবেশ কৰাৰ স্তৰলৈ যাব লাগিব।

অম্বিকাগিৰী ৰায়চৌধুৰীয়ে নাৰীৰ প্ৰেম সৌন্দৰ্য্যৰ মাজেদি কবিত্ব শক্তি লাভ কৰি পৰম পুৰুষৰ ৰূপ দৰ্শন কৰাৰ দৰে, ব্ৰহ্ম চৌধুৰীয়েও প্ৰকৃতিৰ সৌন্দৰ্য্য তথা নাৰীৰ প্ৰেমৰ মাজেদি ব্ৰহ্মৰ লগত একাত্মবোধ উপলব্ধি কৰিছে। কিন্তু ক্ষন্তেকীয়া মিলন মাধুৰ্য্যৰ মাদকতাই কবিৰ হিয়া শান্ত কৰিব নোৱাৰিলে। সেয়ে বিৰামবিহীন 'অন্বেষণ'।

অসমীয়া কাব্য-সাহিত্যত এই তত্ত্বৰ বৈচিত্ৰময় প্ৰকাশ আছে যদিও ব্ৰহ্ম চৌধুৰীৰ উপলব্ধি আৰু তন্ময়তাৰ স্বৰূপ পৃথক। ব্ৰহ্ম চৌধুৰীৰ 'অন্বেষণ'ৰ মাজেদি বিৰহ-বেদনাৰ আধিক্যৰ লগতে এটি স্তুতিৰ সুৰ ধ্বনিত হৈছে।

এটা পৰমাণুৰ ভিতৰত অসীম শক্তি সঞ্চিত হৈ থকাৰ দৰে, দীৰ্ঘ দিনৰ সমাধিলব্ধ শান্ত সমাহিত হৃদয়ৰ শক্তি 'অন্বেষণ' নামৰ চনেটৰ যোগেদি প্ৰকাশ পাইছে।

**শশীকান্ত গগৈ :**

প্ৰাক্ স্বাধীনতা যুগৰ ৰাজনৈতিক আন্দোলনৰ লগত জড়িত কলাকাৰ শশীকান্ত গগৈৰ কবি মানসৰ ৰূপ 'চকুৰ আঁৰৰ সখি' কবিতাত বিচাৰ কৰিলে কবিৰ অন্তৰাত্মাৰ বিভিন্ন দিশ আৰু ভগৱৎ অভিজ্ঞতাৰ পৰিচয় পোৱা যায়।

অসমৰ স্বাধীনতা যুদ্ধৰ সৈনিকসকলৰ অগ্ৰণী তৰুণৰাম ফুকনে 'গীতা সাৰ' কবিতাৰ যোগেদি আধ্যাত্মিক জীৱনৰ স্বৰূপ প্ৰকাশ কৰাৰ দৰে এই যুগৰ প্ৰায়বোৰ ৰাজনৈতিক কৰ্মীয়ে ভাৰতীয় জীৱনদৰ্শনৰ মাজেদি প্ৰেৰণা লাভ কৰি নিজৰ কৰ্মপথ বাছি লৈছে। সেয়ে শশীকান্ত গগৈৰ কৰ্ম শক্তিৰ মূল প্ৰেৰণা 'চকুৰ আঁৰৰ সখি'।

ৰাজনৈতিক চেতনা আৰু আদৰ্শৰ সমধৰ্মীতাই প্ৰাক্ স্বাধীনতা যুগৰ কলাকাৰসকলৰ আন্দোলন শক্তিশালী কৰি দেশৰ নৈতিক চৰিত্ৰ গঢ়ি উঠাত সহায় কৰিছিল। সেয়ে ৰাজনীতিত জড়িত লোকৰ শুদ্ধ সত্ব কলাৰ সাধনা জাতীয় জীৱনৰ প্ৰতি অধিক মূল্যবান। সমাজ জীৱনৰ প্ৰগতিৰ বাবে কলাৰ সাধনা আৰু ৰাজনীতিৰ অনুশীলন অতীব প্ৰয়োজনীয়। প্ৰাচীন ভাৰত তথা অসমৰ মহাপুৰুষ শঙ্কৰদেৱো পৰোক্ষভাৱে হ'লেও সমসাময়িক ৰাজনীতিত জড়িত আছিল। গগৈৰ ৰাজনৈতিক জীৱন আৰু সাংস্কৃতিক জীৱনৰ সমন্বয় আছে।

বাস্তৱ জীৱনত আকুল বেদনাত অধীৰ হৈ কবিয়ে সহায় সহানুভূতি বিচাৰি বিচাৰি বৈষ্ণৱ দৰ্শনৰ সখিত্বৰ আদৰ্শেৰে 'চকুৰ আঁৰৰ সখি'ৰ লগত একাত্মবোধ স্থাপন কৰিলে। সখিত্ব বান্ধোনৰ মাজেদি সখিৰ নামত আত্মোৎসৰ্গ কৰি সগুণ-নিগুৰ্ণভাৱে সখিৰ আৰাধনা কৰিলে।

এই আৰাধনাৰ যোগেদি কবিয়ে দিব্য-দৃষ্টি লাভ কৰি ইন্দ্ৰিয়গ্ৰাহ্য জগতৰ যোগেদি অসীমক লাভ কৰিলে। সেয়ে পৰমজনৰ নাম আৰু ৰূপৰ মাজেদি চিত্ত বিগলিত কৰি 'চকুৰ আঁৰৰ সখি'ক ওচৰত লাভ কৰিলে।

**মিত্ৰদেৱ মহন্ত :**

ধেমেলীয়া নাট ৰচি, ব্যৱহাৰিক আধ্যাত্মিক জীৱনৰ সমন্বয় সাধন কৰি মিত্ৰদেৱ মহন্তই ভাষা জননীৰ অৰ্চনাৰ বাবে হৃদয়ৰ সুগভীৰ ভক্তি-চন্দনেৰে সুবাসিত কৰি যি পাহি 'গীত' নামৰ কবিতা আগবঢ়াইছে,

তাতেই মহন্তৰ সাহিত্য প্ৰতিভাৰ এটি দিশ প্ৰকাশ পাইছে। এই কবিতাটো প্ৰকাশ হৈছে 'সঞ্চয়ন' নামৰ গ্ৰন্থত।

ধেমেলীয়া নাটসমূহত গভীৰ আবেগ, অনুভূতি প্ৰকাশৰ অৱকাশ নাই; সেয়ে ভাষা জননীৰ বন্দনা গীতি ৰচনাৰ আলম লৈ মহন্তই এটি তন্ময় ভাবত আপ্লুত হৈ আত্মপ্ৰকাশ কৰিব পাৰিছে এই 'গীত' নামৰ কবিতাটোত।

—: অন্ত :—